প্ৰকাশক ঃ
শ্ৰীবিজয় কুমাৰ দত্ত
বুক হাইভ্
এ কে. আজাদ ৰোড
গুৱাহাটী- ৭৮১ ০০৪

প্ৰচ্ছদ ঃ
হেমন্ত মিশ্ৰ

প্ৰথম প্ৰকাশ ঃ
চেপ্তেম্বৰ, ১৯৯৭

মূল্য ঃ ৬৫ ০০ টকা

ডি. টি. পি কম্পোজিং
টেকন প্ৰিণ্ট
পাণবজাৰ, গুৱাহাটী-১

ছপা ঃ গিৰি প্ৰিণ্ট চাৰ্ভিচ
৯১/এ বৈঠকখানা ৰোড
কলিকতা - ৯

জীৱনৰ বিয়লি বেলিকাত—
হেৰাই যোৱা কবি, শিল্পী, সাহিত্যিক যি সকলে মোক
শিল্পপথত আগবাঢ়ি যাবলৈ অনুপ্ৰেৰণা দান কৰিছিল
তেওঁলোকলৈ মোৰ এই শ্ৰদ্ধাঞ্জলি।



# পূৰ্বাভাস

দিখৌ অসমৰ এখনি সৰু নৈ। ভাৰতৰ মানচিত্ৰত দিখৌৰ স্থান অতি নগণ্য হ'লেও মোৰ জীৱনত তাৰ প্ৰভাৱ অপৰিসীম। এই নৈ খনিয়ে মোৰ শিল্পীপ্ৰাণ ৰাগুলী কৰি ৰাখিছিল। দিখৌ পাৰৰ প্ৰাকৃতিক সৌন্দৰ্যতাৰ ৰূপ, ৰস, ৰঙ সুৰভিয়ে মোৰ শিল্পী সত্তাক এদিন জগাই তুলিছিল। আজি ভাবো প্ৰকৃতি দেৱীয়ে তেওঁৰ বিচিত্ৰ ৰূপ চিত্ৰপটত প্ৰকাশ কৰিবলৈ মোৰ হাতত এদিন ৰঙৰ তুলিকাটি তুলি দিছিল। এটি কৌতূহলী শিশুৱে দুচকু ভৰি এই সৌন্দৰ্য ৰস পান কৰিছিল।

সৰু দিখৌৰ জলৰাশি যেনেকৈ ধীৰে ধীৰে প্ৰবাহিত হৈ লুইতৰ বুকুত মিলি গৈছিলময়ো তেনেকৈয়ে শৈশৱ কাল অতিবাহিত কৰি কৈশোৰ কালত লুইতৰ পাৰ পাইছিলোহি। লুইতৰ উত্তাল তৰঙ্গ ৰাশিয়ে মোৰ যৌৱনৰ দিনবোৰ উন্মাদনাৰে পূৰ্ণ কৰি তুলিছিল আৰু মোৰ প্ৰাণত এটি সাগৰ-সন্ধানী আকাংক্ষা জগাইছিল । সেইকাৰণেই জীৱনৰ শত ঘাত প্ৰতিঘাতেও মোক স্তিমিত কৰি ৰাখিব পৰা নাছিল। এদিন তাৰ উত্তাল স্ৰোতধাৰাই মোক লৈ আহিছিল সাগৰ সঙ্গমলৈ।

সাগৰৰ নীলা জলৰাশি নীলা দিগন্তত মিলি যায়। দিগন্তৰ সিপাৰৰ কতনো নজনা নিচিনা ঠায়ে মোক আকৰ্ষণ কৰিছিল, সেয়েহে এদিন অতলান্ত সাগৰৰ বুকুত পাল তৰিছিলো। কত অভিজ্ঞতাৰ বোজা লৈ আকৌ উভতি আহিছিলো এই সাগৰ তীৰলৈ। মোৰ সাগৰমুখী অভিযানৰ পথত বহুত প্ৰথিতযশা ব্যক্তি, কবি, শিল্পী আৰু সাহিত্যিকৰ লগত আন্তৰিক যোগাযোগৰ স্মৃতি মোৰ মনৰ মণিকোঠাত আজিও উজ্জ্বল হৈ আছে। সেই আনন্দমুখৰ দিনবোৰৰ কথা ইয়াত লিপিবদ্ধ কৰিছো।

একবিংশ শতিকাৰ দুৱাৰডলিত ভৰি দি দেখিছো যে কালচক্ৰৰ বিবৰ্তনৰ ফলত আমাৰ জীৱনৰ মূল্যবোধৰো বিবৰ্তন ঘটিছে; কিন্তু তাৰ মাজতো কিছুমান শ্বাশত মূল্যবোধ আজিও ৰৈ গৈছে। সেই দৃঢ় ভেটিৰ ওপৰত আমাৰ শিল্প-সংস্কৃতি জীয়াই থাকিব। এই বিশ্বাস আকুৰি ধৰি আগুৱাই যাব লাগিছো।

মোৰ আত্মপ্ৰকাশৰ মাধ্যম হিচাপে এদিন ৰঙ-তুলি হাতত লৈছিলো; কিন্তু আত্মপ্ৰকাশৰ যিকোনো মাধ্যমতেই কেতিয়াবা কেতিয়াবা এটা সীমাৰেখা দেখা দিয়ে কাৰণে মাজে সময়ে ৰঙ-তুলি এৰি শব্দ ব্ৰহ্মাৰ আশ্ৰয় ল'বলগীয়া হয়। মোৰ দুখন কবিতা সংকলন, শিল্পবিষয়ক গ্ৰন্থ, এখন আত্মকথা আৰু প্ৰবন্ধবোৰ তাৰেই ফল বুলিব পাৰি।

এই গ্ৰন্থখনত মোৰ জীৱন জুৰি কৰা শিল্প সাধনাৰ, আশা আকাংক্ষাৰ, সফলতা-বিফলতাৰ আৰু সুদীৰ্ঘ পথ-পৰিক্ৰমা কালৰ বাধা-বিঘিনিৰ কথা তুলি ধৰিছো। আন এটি কথা হ'ল যে মোৰ প্ৰদৰ্শিত চিত্ৰসম্ভাৰৰ বিষয়ে প্ৰকাশিত নানান সমালোচনাৰ কিছু কিছু

অংশ উদ্ধৃত কৰাৰ কাৰণ হ'ল- সেই যুগত কলা সমালোচকসকলে শিল্পীৰ ক্ৰমোন্নতিৰ বিষয়ে কেনেভাবে পৰ্যবেক্ষণ কৰিছিল আৰু শিল্পীৰ ওচৰত তেওঁলোকৰ যি প্ৰত্যাশা তাক পূৰণ কৰিব পাৰিছেনে নাই তাৰ প্ৰতিও যে লক্ষ্য ৰাখিছিল সেই কথাটো ভালদৰে উপলব্ধি কৰা যায়। এনেভাৱে শিল্পী আৰু সমালোচকৰ মাজত এটা নিঃস্বাৰ্থ সম্বন্ধ গঢ়ি উঠিছিল সেইটো আজিকালি দুৰ্লভ হৈ উঠিছে। শিল্পী সাহিত্যিকৰ যেনেকুৱা এটা দায়িত্ব আছে তেনেকৈয়ে সমালোচক সকলৰো দায়িত্ব আছে।

শিল্প প্ৰসঙ্গত শিল্প সাধনা, শিল্প শিক্ষা দান, শিল্পীৰ ব্যক্তিগত নানান সমস্যাৰ কথা অলপ-অচৰপ আলোচনা কৰা হৈছে। লগতে প্ৰাচ্য-পাশ্চাত্য শিল্পধাৰাৰ আৰু মোৰ অতিবাস্তব চিত্ৰৰ বিষয়ে এটি চমু আভাস দিয়া হৈছে।

এই গ্ৰন্থখন ভালেমান বছৰৰ আগতে লিখিবলৈ আৰম্ভ কৰো। এনে সময়ত 'যুগান্তৰ' পত্ৰিকাৰ সাহিত্য-সংস্কৃতি বিভাগৰ সম্পাদক বিখ্যাত সাহিত্যিক শ্ৰীপ্ৰফুল্ল ৰায়ৰ অনুৰোধত 'দিখৌ, লোহিত ও সাগৰ' শিৰোনাম দি বাংলা ভাষাত তাৰেই কিছু অংশ ধাৰাবাহিকভাবে প্ৰকাশ কৰিবলৈ দিও। এই লিখা 'যুগান্তৰ' পত্ৰিকাত প্ৰকাশ হোৱা সময়ত শ্ৰীপ্ৰফুল্ল ৰাযে লিখিছিল "বাংলা ও অসম এই দুই ৰাজ্যেৰ শিল্পচৰ্চা এবং সাং স্কৃতিক আন্দোলনেৰ ক্ষেত্ৰে হেমন্ত মিশ্ৰ একটি পৰিচিত নাম। স্মৃতিচাৰণামূলক এই লেখায ৰচিত হয়েছে দুই ৰাজ্যেৰ সংস্কৃতি ও শিল্পচৰ্চাৰ যৌথ ইতিহাস।" মোৰ লিখা ছপা হৈ ওলোৱাত সহৃদয পাঠক সমাজৰ বিশেষ সমাদৰ লাভ কৰে আৰু শ্ৰদ্ধেয় শ্ৰীঅন্নদা শঙ্কৰ ৰায়, গোপাল হালদাৰ, নিশীথৰঞ্জন ৰায় প্ৰমুখ ব্যক্তিসকলৰ দৃষ্টি আকৰ্ষণ কৰে। তেওঁলোকৰ উৎসাহদানত আৰু পশ্চিমবঙ্গ বাংলা আকাদেমি আৰু মিত্ৰ ও ঘোষ পাবলিচাৰ্ছৰ সৌজন্যত গ্ৰন্থৰ আকাৰত প্ৰকাশিত হয়। শ্ৰদ্ধেয় শ্ৰীঅন্নদাশঙ্কৰ ৰাযে এই সংক্ষিপ্ত সংস্কৰণৰ এটি পাতনিও লিখি দিয়ে।

গুৱাহাটীৰ "বুক হাইভ্" প্ৰকাশনীৰ শ্ৰীবিজয় দত্তই "দিখৌ, লুইত আৰু সাগৰ" নামে বিস্তৃত অসমীয়া সংস্কৰণখনৰ প্ৰকাশৰ দায়িত্ব সাগ্ৰহে গ্ৰহণ কৰাৰ কাৰণে তেওঁক মই আন্তৰিক কৃতজ্ঞতা জনালো। মোৰ সহধৰ্মিনী শ্ৰীমতী বীণা মিশ্ৰৰ একান্ত নিষ্ঠা আৰু সহায়ভাত গ্ৰন্থখন সজাই পৰাই উলিয়াব পৰা সম্ভব হ'ল। ইয়াৰ উপৰিও মোৰ ভতিজা ড° উদয়ন মিশ্ৰই গ্ৰন্থখন প্ৰকাশ কৰাৰ বিষয়ে মোক বহুত সহায় কৰিছে।

এই গ্ৰন্থখনত উল্লিখিত মোৰ বন্ধু-বান্ধৱ আৰু হিতাকাংক্ষী স্বনামধন্য বহুত ব্যক্তি আজি আৰু ইহজগতত নাই। তেওঁলোকৰ হাতত গ্ৰন্থখন তুলি দিব পাৰিলে মই খুব আনন্দলাভ কৰিলোহেঁতেন। আজি মই শ্ৰদ্ধাৰে তেওঁলোকৰ নাম স্মৰণ কৰিছো।

কলিকতা

৮ জুন, ১৯৯৭

হেমন্ত মিশ্ৰ

# দিখৌ

প্ৰায় তিনিকুৰি ওঠৰ বছৰ আগেয়ে হেনো এদিনাখন গধূলি বেলিক' শিৱসাগৰ চহৰখনত ধাৰাসাৰে বৰষুণ দিছিল। বছৰ প্ৰায় শেষ হৈ আহিছিল, খেৰৰ চালবোৰ শুকাই ইমান খৰখৰীয়া হৈ আছিল যে প্ৰত্যেকখন চালেই কলহৰ কাণে-ঢলা পানীৰ হেঁচাত উৰুখিবলৈ ধৰিছিল। মাৰ মুখত শুনিছিলো যে এই অৱস্থাতে মই পৃথিৱীলৈ আহিছিলোঁ। চাল ইমানকৈ উৰুখিছিল যে নতুন ভূমিষ্ঠ হোৱা সন্তানৰ গাত পানীৰ আছাৰেকণি নপৰাকৈ ৰখাৰ কাৰণে আঁঠুৱাৰ ওপৰত ছাতি মেলি দিয়াৰ বাহিৰে আন কোনো উপায় নাছিল। ইয়াৰ পাছৰ কাহিনী মই নেজানো, কিন্তু যেতিয়াৰে পৰা মোৰ জ্ঞান-বুদ্ধি বাঢিবলৈ ধৰিলে তেতিয়াৰে পৰাই মই কি দেখিছিলোঁ, কি শুনিছিলোঁ মনত পৰে। বেজবৰুৱা-টোল সেই চহৰৰ আমোলাপটিৰ ভিতৰৰ এখন অতি সৰু ঠাই। দেউতাই কলিকতাৰ সংস্কৃত কলেজত পঢ়া-শুনা শেষ কৰি আহি চৰকাৰী হাইস্কুলৰ হেড্-পণ্ডিত হিচাপে কিছুদিন তেজপুৰত, তাৰ পাছত এই চহৰতে কাম কৰে আৰু আমাৰ ককাদেউতাৰ মাটিতেই ঘৰ সাজে। ট্ৰাঙ্ক্‌ৰোডৰ পৰা সোমাই আহিলে মাজতে এটা পুখুৰী— সেই পুখুৰীটো ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ দিনৰেই আৰু তাৰ তিনি পাৰ জুৰি আছিল ঘাই দেউতাৰেই উত্তৰাধিকাৰীসকল। পুখুৰীৰ এটা পাৰ আমাৰ আছিল। সেই টুকুৰা মাটি আছিল আমাৰ ককাদেউতা শ্ৰীনাথ বেজবৰুৱাৰ আৰু তেখেতৰ মৰমৰ চিন স্বৰূপে আমাক দি থৈ গৈছিল।

প্ৰত্যেকটি ঋতুৰ পৰিৱৰ্তনৰ যিবোৰ দৃশ্যই মোৰ ল'ৰামনত দকৈ ছাপ বহুৱাইছিল তাৰে এটা হৈছে— আম, কঁঠাল, হিজল, শিলিখা আদি গছবোৰ আৰু দিনতে এন্ধাৰ কৰি থোৱা বাঁহৰ ঝাৰনিৰ মাজেদি জাৰৰ কুঁৱলী খেদি অহা সবিতাৰ প্ৰথম কিৰণ। মই তেতিয়া সৰু, বৰবাইদেউ আৰু সৰু বাইদেৱে মোক এটা বান্দৰ-টুপি পিন্ধাই কোলাত তুলি, গৰম চাদৰৰ আঁচলখন গাত মেৰিয়াই দি, হাতত সৰু সৰু ইকৰাৰ কাঠি লৈ জেওৰাৰ মকৰাৰ জালত ওলমি থকা নিয়ৰৰ টোপালৰ মুকুতাৰ হাৰ ভাঙিবলৈ উঠি-পৰি লাগে। এই খেলটো আছিল আমাৰ নিজৰ আৱিষ্কাৰ আৰু তাক 'বিয়া-ঘৰ ভঙা খেল' বুলি নামকৰণ কৰা হৈছিল।

বসন্তৰ আগজাননী দিয়ে কেইজোপামান পলাশ, শিমলু আৰু জেওৰাৰ ৰৰখুঁটি, মদাৰৰ ৰক্তিম আভা আৰু কুলি-কেতেকীৰ গানে। আমাৰ এখন ফুলনি বাৰী আছিল, তাত পাতাবাহাৰ, তগৰ, যুঁতি, খৰিকাজাঁই আৰু তোবোলাফুলৰ মাজত নানাতৰহৰ আৰু নানা বৰণীয়া তৰাবচ্ছা পখিলাৰ সদায় এখন মেল বহিছিল। দুটা এটা সৰু কৃষ্ণচৰায়ে বৰণীহেন চোকা আৰু আঁকোৱা ঠোঁট লৈ ফুলৰ মৌ নে পোক-পৰুৱা

খাবলৈ আহি তোবোলাফুলৰ ভিতৰলৈ সোমাই গৈছিল আৰু পিছ মুহূর্ততেই 'কি-ৰি-চ্-ন-অ, কি-ৰি-চ্-ন-অ' বুলি সুৰ টানি হাবিলৈ উৰি গৈছিল। সেই সুৰ আজিও ৰিণিৰিণি কাণত বাজি উঠে।

আমাৰ ঘৰৰ পিছফালে নানা ধৰণৰ গছ-লতাৰে ভৰা এখন কাঠনিবাৰীও আছিল। নাহৰ গছবোৰক আমি নাহৰ দ'লহে বুলিছিলো; কিয়নো নাহৰৰ আকাৰ জয় দ'ল বা দেৱী দ'লৰ নিচিনা। তাতে নাহৰ যেতিয়া ফুলে সোণত সুৱগা চৰায়— বগা পাহিৰ মাজত থকা হালধীয়া ৰেণুৰ গোন্ধত চাৰিও দিশ আমোলমোল। ফুটুকাফুলে মৰি দিখৌৰ দুয়োটা পাৰকে বগা চেলেং কাপোৰ পিন্ধায়। মাই এই ফুটুকাফুলবোৰ ইমান ভাল পাইছিল যে মোকো সেই ফুটুকা ফুলনি দেখুৱাবলৈ মাজে-সময়ে লগত লৈ গৈছিল।

বহাগৰ বিহু আহিব লাগিছে বুলি জাননী দিয়ে গছৰ ফেৰেঙনিত গজা কপৌ ফুলে। ককাইদেৰে লগৰীয়াৰ লগত কাঠনিত সোমাই দীঘল দীঘল কপৌ ফুল পাৰি আনে আৰু বাইদেউহঁতে খোপাত পিন্ধে। লখাই কায়েও তেওঁৰ বগৰী গছত লগোৱা কপৌ ফুল পাৰি পঠিয়ায় ইঘৰ-সিঘৰলৈ। হালধীয়া সোণাৰু, বগা আৰু গুলপীয়া কাঞ্চন আদিয়েও চাৰিদিক শুৱনি কৰে। পুখুৰীৰ পানীৰ ওপৰত হালি পৰি কৌটিকলীয়া স্বৰ্ণকান্তি জোপাযো সোণত জেউতি চৰায়। গ্ৰীষ্ম আৰু বৰ্ষাৰ পাৰ্থক্য এই ল'ৰাকালত ভালদৰে উপলব্ধি কৰা সম্ভৱ নহৈছিল, কিযনো শিৱসাগৰ চহৰত জহৰ দিন বুলিলেই বৰষুণ, বৰষুণ আৰু বৰষুণ। ভৰা পুখুৰী আৰু খাল-বিলত কাবৈ চেঙেলিৰ উজান। পৰ্দুলিৰ পৰা বাট ঘাট বোকাপানীৰে ভৰি থকাহে মনত পৰে। গুৰুজনৰ মুখত দিখৌৰ গৰা খহা, মথাউৰি খহাৰ কথা শুনো। মৰি দিখৌত কলগছৰ ভুৰ বাই মানুহে মাছ ধৰে। ৰাতি যদি দোপালপিটা বৰষুণ দিয়ে ৰাতিপুৱা মোৰ আনন্দৰ ওৰ নপৰে। হাতত এটা ঘটি বা হাতীখুজীয়া বাটি লৈ উজানৰ গৰৈ চেঙেলি ধৰো। তাৰ উপৰিও এডাল বাঁহৰ চেকনিত গুলি সূতা বান্ধি আৰু আলপিন এটা বেঁকা কৰি বৰশী সাজি ডোঙা বান্ধি থকা পানীত মাছ ধৰা খেল আৰম্ভ কৰো। আমাৰ বাৰীৰ গছ-গছনিৰ মিৰ্জাই চোলাবোৰ একেবাৰে গাঢ় সেউজীয়া হৈ আহিলে আৰু দিখৌ ফেনে-ফোটোকাৰে বাঢ়িবলৈ ধৰিলেহে মাথোন বুজি পাওঁ এতিয়া ভৰ বাৰিষা। একোখন ক'লা কম্বলৰ দৰে ওলমি থকা মেঘবোৰে যেতিয়া ৰং সলাই ধুনা তুলাৰ নিচিনাকৈ নীলা আকাশৰ বুকুত উটি ফুৰে, বিলৰ দাঁতিত বগা কঁহুৱা ফুল ফুলে আৰু বগলীৰ জাক উৰি উৰি আহি পৰেহি তেতিয়াই শৰতৰ আগমন। এই কালছোৱাত ধেনু-কাঁড় লৈ বিলৰ পাৰত শালিকী আৰু বগলীৰ পিছে পিছে দৌৰি-ঢাপলি ফুৰো যদিও কোনো দিনেই এটা চৰাই বধিও চিকাৰী নাম ল'ব পৰা নাছিলো। এই সময়তেই দুৰ্গা পূজা হয়। আমাৰ সময়ত উৎসৱৰ ধুমধাম একোৱেই নাছিল। পিছে পূজাৰ বজাৰৰ নতুন চোলা-কাপোৰ পাম বুলিহে ৰং পাইছিলো। একমাত্ৰ বিজয়া দশমীৰ দিনাখনহে উৎসৱৰ আনন্দেৰে প্ৰাণ ভৰি উঠিছিল। চুৰিয়াৰ ওপৰত কামিজ, ভৰিত মোজা আৰু বুট জোতা পিন্ধি বাইদেউহঁতৰ লগত

একেলগে গৈ প্ৰতিমা বিসৰ্জন চাই লাৰু-মিঠাই খাই আৰু পেঁপা বজাই উভতি অহাৰ কথা এতিয়াও মনত আছে।

গছ-গছনিৰ মিৰ্জাই চোলাবোৰ লাহে লাহে হালধীয়া হৈ আহে আৰু তাৰ পিছত সোণালী বৰণ সানে। ফল ধৰা ডালবোৰ ওলমি পৰি মোক-খা মোক-খা কৰে। আমাৰ ধাননি পথাৰখনো নিলগৰ পৰা এখন সোণালী খনীয়া চাদৰহেনহে লাগে— হেমন্তৰ আগমনত। কুঁৱলীয়ে ঢকা হাবি-বন, পথাৰ আৰু নঙঠা নঙঠা দৈত্যৰ দৰে থিয়দি থকা হিজল, সোণাৰু আৰু মজ গছবোৰ দেখিলে ঠেটুবৈ ধৰা জাৰকালি আহিল বুলি গম পাওঁ। শুকাই অহা খাল- ডোঙৰ আঁঠুবনীয়া বোকাত মাছ ধৰি, ফান পাতি চৰাই ধৰি টোলৰ ল'ৰাই শীতৰ দিনত আনন্দ উপভোগ কৰে। এনেকৈয়ে ছয় ঋতুৱে নিজকে নতুন নতুন সাজ-পাৰেৰে 'ফেছন-পেৰেড্' কৰি দেখুৱাই, লগতে মোৰ ৰঙৰ 'পেলেট'খনো সেই সৰুকালতেই প্ৰকৃতি দেৱীয়ে সজাই দিয়ে। এই কাৰণেই শিল্প-গুৰুতকৈ প্ৰকৃতি দেৱীৰ ওচৰতহে মই অধিক ঋণী।

বৰষুণ নোহোৱা খৰাং বতৰ মোৰ অতি প্ৰিয়, কিয়নো তেতিয়া মৰি দিখৌ সঁচাকৈয়ে মৰি যায় আৰু তাত বাহ লয় কপৌ, শালিকী, কাণ-কুৰুকা, সখিয়তী আৰু হেতুলুকাই। চৰি থকা গৰু-ছাগলীৰ পিছে পিছে বগলীও চৰে। সেই কালছোৱাত মই ধেনু-কাঁড় সজাত পাকৈত হৈ পৰিছিলোঁ। কত যে বেৰৰ ইকৰা-খাগৰি টানি উলিয়াই কাঁড় সাজিছিলোঁ আৰু চৰাইৰ পিছে পিছে একলব্যৰ উৎসাহত মোৰ ব্যৰ্থ কাড়বোৰ এৰি দিছিলোঁ তাৰ কি লেখ আছে? মৰি দিখৌত শুকাই থকা কুঁহিলাৰ ডাল বিচাৰি আনি বৰশীৰ পুঙা কৰিছিলো। চাল আৰু বেৰত সজা বৰলৰ বাহ ভাঙি আনি তাৰে টোপ কৰিছিলোঁ। শ'লঠাৰি আৰু গৰৈ-চিৰিকা সদায় ধৰিব নোৱাৰিলেও খকুৱা চেঙেলি আৰু সেন্দুৰ পিন্ধা পুঠিকণা বা মৰঠি পুঠিও ধৰিছিলোঁ। বৰশীৰ মুগাৰ বটিয়া বাতিবৰ কাৰণে মাক যে কিমান আমনি দিছিলো এতিয়াও মনত পৰে। চিপৰ কাৰণে বাঁহৰ চেকনি অহোপুৰুষাৰ্থ কৰি কাটি আনিছিলোঁ। সাপ দেখিলে উচাপ খাই উঠিছিলোঁ সঁচা, কিন্তু মোৰ ল'ৰাকালৰ এই অভিযানবোৰত সাপ, টোকা পৰুৱা, আমৰলি পৰুৱা, জোক, বিছা, চোৰাত, ডুমুনী চোৰাত আদিয়েই সহচৰ আছিল। বান্দৰ-কেঁকোৰাৰ লগত দেখা-সাক্ষাৎ হৈছিল যদিও ঘনিষ্ঠ সম্পৰ্কত কোনোদিনেই অহা নহৈছিল। বিলৰ পাৰত দুপৰীয়া ৰ'দত শুকান পাতৰ ওপৰত পেট পেলাই পৰি থকা একোটাহঁত গুঁই সাপ প্ৰায় দেখা পাইছিলোঁ। শুকান পাতৰ ওপৰত মোৰ ভৰিৰ চাব পৰা শুনি সিহঁত পলাই ফাট মাৰিছিল।

আমাৰ সৰু বয়সত লখাইকাই এখন সম্পূৰ্ণ বিশ্বকোষ আছিল। তেওঁ কৈছিল— 'শনি মঙ্গলবাৰে গুঁইৰ জ্বৰ উঠে সেই কাৰণে হেনো ৰ'দ লয়। যেদি নুফুলিবি একা— খাই থব।' মাজে-সময়ে দুই এটা শিয়ালকো লগ পাইছিলো। শিয়ালে থমকি থমকি বৈ কিয় মোক চায় বুলি সোধাত সাধুকথাৰ প্ৰসঙ্গ উলিয়াই তপৰাই উত্তৰ দিছিল— 'শিয়ালে বেপাৰ-বাণিজ্য কৰিবলৈ গৈ এটা মানুহ পাইছিল। নাও ভুৱি তাৰ

মানুহটো হেনো হেৰাল। তোকেই সেই মানুহটো বুলি চাই কেতিয়াবা ধৰিলে লৈ যাব।' পুঠিমাছ ধৰিবৰ কাৰণে অব্যৰ্থ টোপ হ'ল আমৰলি পৰুৱাৰ কণী। আমৰলি পৰুৱাৰ বাহ ভাঙি কামোৰ খাই গছৰ পৰা পেট চোঁচোৰাই কত বাৰ যে থেকেচা খাই পৰি পেটৰ ছাল ছিগি গৈছিল তাক পাহৰা নাই।

ৰাতিপুৱা ধেনু-কাঁড় বা হাতত বৰশী লৈ এবাৰ ওলাই যোৱা আই-বোপাইৰ চকুত নপৰিছিল আৰু হয়তো তাত আপত্তিও নাই যেন পাইছিলোঁ। সেইকাৰণে বেছ কিছু সময় মনৰ আনন্দেৰে ঘূৰি ফুৰিছিলো। টং টং কৈ কেছাৰিৰ ৱাৰটাৰ ঘণ্টা মাৰিলে মাই ভাত-পানী খাই কাম-বন শেষ কৰি বিছনাত পৰে। ৰামায়ণ, মহাভাৰত, জোনাকী বা বাঁহী এখন হাতত লৈ চকু ফুৰায়। মোৰ কিন্তু সন্ধ্যাৰে পৰা দিবা নিদ্ৰাৰ নাম শুনিলেই জ্বৰ উঠিছিল। কথা নুশুনিলে মাই দুই-চাৰিটা ঢকা দি মোকো লগতে শুৱাই ৰাখে। কিন্তু মাই পঢ়া শেষ কৰি চকু টিপ মাৰিলেই মই তৎক্ষণাত মৰি দিখৌৰ পাৰলৈ যাত্ৰা কৰোঁ। এই ঠাইডোখৰে মোক কিভাৱে আকৰ্ষণ কৰিছিল তাক মই কথাৰে বুজাব নোৱাৰিম। সেউজীয়া ঘাঁহৰ দলিচাত বহি প্ৰখৰ ৰ'দত নীল আকাশৰ ৰূপালী আভা মুগ্ধ হৈ চাই ৰৈছিলোঁ। মাঁজে মাজে নিস্তব্ধতা ভেদ কৰি কপৌৰ উৰুলি বতাহত ভাঁহি আহিছিল। জাকে জাকে শালিকী আৰু কাণ কুৰুকা উৰি ফুৰে। ডাউক আৰু কণা-মুচৰিয়ে তৰাণিৰ মাজত মাটি খুচৰি পোক ধৰে আৰু অ'ত-ত'ত দুই এটা গৰু-ছাগলী বা ম'হ আপোনমনে ঘাঁহ খায়। মোৰো অকলশৰীয়া আৰু মুকলিমুৰীয়া মনে এই পৰিবেশত ভৱিষ্যতৰ সপোন দেখে। দূৰৈত শ্যামৰ কাঠনি, তাত হেনো বাঘ থাকে। শ্যামৰ কাঠনি শ্যামবৰণীয়া নীল আকাশৰ বুকুত এটুকুৰা সেউজীয়া মেঘ যেনহে লাগে। এই ৰহস্যময় কাঠনিৰ পটভূমিয়ে সাধুকথাৰ ছবি ফুটাই তোলে। চিন্তাৰ আঁতি-গুৰি নাই। ইফালে সিফালে ঘূৰি পকি বাঁহৰ মূঢ়াত বহি ৰ লাগি চাই থকা তেজপিয়াক দুই এটা দলি মাৰি ভোকাওঁ, কুলি, হেতুলুকাক সিয়াঁৰো। চাৰিওপিনে গছ-লতা, জোপোহাত নানা ৰং, নানা ৰূপ। কচুৰ ফুল আকাৰত যেন এটা ফণা ধৰা সাপহে, তাৰ তীব্ৰ আৰু অহিয়া গোন্ধে প্ৰাণক নিচা যোগায়। চোৰাত পাতত ভৰি লাগিলে বেছ ডাকে, তাতে আকৌ লুচিৰ দৰে টৌ-ফুটা ডুমুনী চোৰাতে যদি এবাৰ ডাকে দুই-তিনি দিনলৈকে ৰক্ষা নাই— খজুৱায় আৰু পোৰে। বননিৰ চিনা-জোকেতো ধৰেই, পুখুৰীত সাঁতুৰিলে চেলাপতি জোকেও পায়।

'শদিয়ালৈ নেযাবা শত মূল নেখাবা' টেঙাৰ কথা নক'লেও কিন্তু যদিহে এসময়ৰ আহোম ৰাজত্বৰ গৌৰৱমণি হেৰাই যোৱা সেই শিৱসাগৰ চহৰখনিলৈ যোৱা টেঙাপানীৰ সোৱাদ কেতিয়াও এৰি নাহিবা। আন নহ'লেও টেঙাপানীৰ গৌৰৱ আজিও অটুট আছে। এই টেঙাপানীৰ গুণতেই হয়তো তাৰ মানুহৰ গাৰ ছাল নিমজ আৰু সোণোৱালী আছিল। ৰণত পৰি টেঙাপানীৰো আজি ভিকাহুন ভাগিল, গাৰ ৰঙো ক'লা হৈ আহিল। বাৰীৰ চুকত কতনো টেঙা-থেকেৰা, ৰূপহী থেকেৰা, টেপৰ, নগাটেঙা, তেঁতেলি, ৰবাব টেঙা, মিৰিকা টেঙা, নেমুটেঙা, জৰাটেঙা, ঔটেঙা, কৰদৈ আৰু

পলিমল। ইয়াৰ বাহিৰেও লফা শাক, চুকা শাক, টেঙামৰাৰ জোল আৰু সুবিখ্যাত চুণচাত আমৰ চাটনি এবাৰ জিভাত লাগিলে কোনেও নেপাহৰে। শাকত টেঙা, মাছত টেঙা, মাহত টেঙা, ঢেঁকীয়াত টেঙা, পছুৰ মঙহত টেঙা, বনবিলাহীৰ টেঙা, কোৰটন বেঙেনাৰ টেঙা আৰু কত যে টেঙা তাৰ এইখন অতি সৰু ফৰ্দহে মাথোন। ইমান টেঙাৰ মাজত অৱশ্যে পেটপোৰা খুদমৰিচ আৰু তিতাফুলৰো অভাৱ নাই। হাবিত সোমালেই কোঁচে কোঁচে তুলি আনিব পাৰা।

চাহৰ জোপোহা য'তে-ত'তে। ককাইদেৱে মোক এবাৰ লগত লৈ চাহ গছৰ বহুত কুঁহিপাত তুলি আনে। সেই চাহপাত সিজাই তেওঁৰ এটা বগা কামিজ চোলা বোল দিয়ে। কামিজটো শুকুৱাৰ পাছত চকুত লগা এটা খাকী ৰং হৈ পৰে। আৰু এবাৰ আমাৰ বাৰীৰ 'চাহকানন'ত এটা অভিযান আৰম্ভ কৰি চাহৰ কুঁহিপাত এসোপা তুলি আনো যাক 'দুটি পাত এটি কলি' বুলি বিজ্ঞাপন দিয়ে। তাৰ পাছত পাতবোৰ এখন ডলাত ভৰাই পঢ়া মেজ বা বিছনাৰ তলত কেইদিনমান থৈ লেৰেলাই পেলোৱা হ'ল। চাহবাগানৰ ফেক্টৰীত হেনো Withering House বুলি এটা ঘৰ থাকে য'ত চাহপাত লেৰেলোৱা হয়। তাৰ পাছত আমি প্ৰখৰ ৰ'দত শুকাই পাতবোৰ মোহাৰি মোহাৰি খৰ-খৰীয়া কৰি পেলালো আৰু শুকান খোলাত ভাজি আমাৰ 'Garden fresh—No name'— চাহপাত তৈয়াৰ কৰিলো। অৱশেষত এদিনাখন ৰাতিপুৱা যথাৰীতি অনুসাৰে চাহ তৈয়াৰ কৰি বানবাটিত ঢালি খোৱা হ'ল। সেই চাহ বাটিৰ অদ্ভুত সোৱাদ, চাহবাগানৰ এক নম্বৰৰ চাহ খাই জিভা cultured কৰা মানুহৰ কাৰণে যে কি ভয়ঙ্কৰ সেই কথা আজিও পাহৰিব পৰা নাই। বহুদিনৰ মূৰত এবাৰ চাহ বাগিচাৰ ছবি আঁকিবলৈ গৈ Withering House -টো দেখি মেনেজাৰ চাহাবক এই গল্পটো কোৱাত হাঁহোতে হাঁহোতে তেওঁৰ পেটৰ নাড়ি ছিগাৰ অৱস্থা হৈছিল।

আম-কঁঠালৰ দিনত আমি অত্যন্ত ব্যস্ততাৰ মাজত জীৱন কটাবলগীয়া হৈছিল। বেজবৰুৱা টোলত সাতমুনিহে সাবটি নোপোৱা কেইজোপামান দৈত্যাকাৰ আমগছ আছিল। এই গছবোৰৰ গুণানুসাৰে একোটাইঁত নামো প্ৰদান কৰা হৈছিল। যদু ফুকন ডাঙৰীয়াৰ বাৰীৰ 'শগুণী আম' প্ৰকাণ্ড— কেঁচাতে টেঙা যদিও পকিলে মিঠা। টিলিকি আম এটা অমৰাৰ সমান, দাহেচিয়া অৱস্থাত চুণচাত টেঙা, পকিলে মিঠা ; প্ৰায় তিনি ভাগ পোকে খোৱা এভাগ মানহে আম। পটাগুটীয়া— বোম্বাই চাইজৰ আম, দাহেচিয়া অৱস্থাত ভাটৌ চৰাইৰ ঠোঁটত লাগি যেতিয়া সৰে, থিতাতে ফাটি টুকুৰা টুকুৰ হৈ উফৰি যায়। তাৰ উপৰিও ৰহৰহীয়া, সেন্দুৰী, মাটি মিঠা আৰু কিমান যে আম। গছত উঠি আম পৰা একেবাৰে অসম্ভৱ। আম খাবলৈ হ'লে ধুমুহা আহিলেই আমি আম গছৰ তলত attention position লৈ অপেক্ষাত থাকো আৰু বতাহত সৰি পৰিলেই কোঁচত ভৰাওঁ। ধুমুহা বতাহ নাহিলে ভাটৌ চৰাইৰ সৌজন্যতহে খাবলৈ পাওঁ। ভাটৌৰ ঠোঁটৰ খোচ খাই এটা-দুটা আম প্ৰায়েই সৰি পৰে। 'জীউৰাম- পৰা আম' অৱশ্যে বিখ্যাত কিয়নো জীউৰাম কাইয়ে আম খাবলৈ বুলি এদিন এই গছজোপাত উঠে। কপালৰ

ফেৰত পৰি থেকেচা খাই কঁকাল ভাঙি চিৰ জীৱনৰ কাৰণে ঘূণীয়া হয়। এই ঘটনাৰ বাবে আমজোপাৰ এই নামকৰণ কৰা হয়। কঁঠাল গছৰো সীমা-সংখ্যা নাছিল। অৱশ্যে আমাৰ এজোপাহে প্ৰকাণ্ড পাত-কঁঠাল আছিল। এই কঁঠাল 'একেই এশ'। গছৰ শিপাৰ পৰা আৰম্ভ কৰি পাতলৈকে সৰু সৰু কঁঠাল লাগিছিল। মাটি খুচৰি শিয়ালে পকা কঁঠাল খোৱাৰ কথাও মনত পৰে। কঁঠালৰ দিনত শিৱসাগৰ চহৰৰ প্ৰায় মানুহেই আমাৰ এই কঁঠালৰ সোৱাদ উপভোগ কৰিছিল। কৰিয়াত লৈ গাখীৰ বেচিবলৈ অহা তিৰোতায়ো এই কঁঠালৰ গুণ কাঠপাৰতো প্ৰচাৰ কৰিছিল। তাহানিৰ কথা— ৰামো নাই অযোধ্যাও নাই। বাৰীত খহটা ডিমৰু আছিল যদিও আমাৰ মৌ-ডিমৰু জোপাৰ নিচিনা ডিমৰু আৰু কাৰো বাৰীত নাছিল। আমি এই ডিমৰু জোপা লৈ ইমান গৌৰবান্বিত হৈছিলো যে তাক Honey Fig বুলি ইংৰাজীত নামকৰণ কৰিছিলো। বন-কুকুৰা মৌ-ডিমৰু গছত যেতিয়া উঠে ডিমৰু পকাৰ জাননী পাওঁ।

সেইসময়ত শিৱসাগৰ চহৰ সন্ধিয়াৰ পাছতেই গহীন হৈ পৰিছিল, কিয়নো প্ৰত্যেক পৰিয়ালৰ ঘৰৰ পিছফালে একোখন 'অটব্য অৰণ্য' আছিল বুলিব পাৰি। এই ডাঠ হাবিবোৰৰ মাজত ৰাতি প্ৰায়েই ফেউৰাৰ ডাক শুনা গৈছিল। ফেউৰাৰ ডাক শুনিলেই বাঘ ওলাইছে বুলি মানুহে ততাতৈয়াকৈ খাই-বৈ নিহপালি দিছিল। ফেঁচা আৰু ছুদুৰ ডাকে ৰাতিবোৰ সঁচাকৈয়ে গহীন কৰি তুলিছিল। শেষ ৰাতি বন-কুকুৰাৰ ডাকতহে টোপনি ভাগিছিল। গধূলি হ'লেই হাঁহ-ধৰা শিয়ালৰ আৰু পাৰ নিয়া হেপাৰ প্ৰকোপ বাঢ়ি আহে। হাঁহ-ধৰা শিয়ালক কিন্তু মই বৰ ভাল পাইছিলো, কিয়নো শিয়ালে যেতিয়া বৈ বৈ দূৰৈৰ পৰা মোলৈ চাইছিল তেতিয়া মাই মোক কোৱা শিয়াল আৰু শিহুৰ সাধুটো যেন দিঠকত পৰিণত হৈছিল। দিখৌৰ পাৰলৈ গ'লে শিহুটোৱে যেতিয়া বাৰে বাৰে ডুব দিয়ে তেতিয়া সেই সাধুৰ শিহুটোৱেই যেন ধনৰ মোনা বিচাৰি এতিয়াও ডুব দিব লাগিছে বুলি ভাবি তন্ময় হৈ চাই ৰৈছিলো। এদিনাখন গধূলিবেলিকা ওচৰৰ এঘৰৰ হাঁহ চুৰ কৰা কাৰণে ককাইদেৱে তেওঁৰ লগৰীযাইতক লৈ শিয়ালৰ গাঁতত ভালকৈ জাক দিয়ে। পিছে কি হ'ব, এই অভিযান ব্যৰ্থ হ'ল, কিয়নো তাহাঁতৰ তলাতল ঘৰটোত কেইবাখনো সিংহদ্বাৰ আছিল, তাৰে কোনখনেৰেনো স্ত্ৰী-পুত্ৰ-কন্যা সহ সিহঁত পলাই ফাট মাৰিলে গমেই নাপালে।

আমাৰ ল'ৰাকালৰ কৰ্মসূচীত নানান অভিযান আছিল। খাল-পুখুৰী শুকাই আহিলে মাছ ধৰা এটা উল্লেখযোগ্য পৰ্ব। এই কাৰ্য সমাপনত যথেষ্ট একাগ্ৰতা আৰু ধৈৰ্যৰ প্ৰয়োজন, কিয়নো সদাই ৰাতিপুৱা বা আবেলি পানী কিমান কমি আহিছে, আঁঠুৰ তল পাইছেহিনে নাই তাৰ এখন চাৰ্ট মনত ৰখা একান্তভাৱে দৰকাৰ হয়। যিদিনাখনেই পানী আঁঠুৰ তল পায়হি, খালৰ এপিনে ভেটা বান্ধি পানী সিঁচিব লাগে। পানী শেষ হ'লেই কাৱৈ, গৰৈ, চেঙেলি, মাগুৰে বোকা-পানীত খলখলাবলৈ ধৰে। তেতিয়াই বালটিত ভৰাই আনি ধুই আকৌ পানী দি জীয়াই ৰাখো। এই পৰ্বত ককাইদেউৰ লগত সদায় শিক্ষা নবিছি কৰি মই বেছ পাকৈত হৈ পৰো। তাৰ উপৰিও নলবাৰীৰ পৰা

সহা নৃপতিয়া কাইৰ পৰা নানান অভিনৱ পন্থাও শিকো। যিকোনো খাল পুখুৰীৰ ভাল দ চুক এটা বিচাৰি জেং-জুণ্ডলি পেলাই থ'লে কেনেকৈ মাছ একেঠাইতে গোটখুৱাই ৰাখিব পাৰি তাকো আয়ত্ত কৰি মোৰ কৰ্মময় জীৱন আগবাঢ়ে। নৃপতিয়া কাই ককাদেউতাৰ মাটিত খেতি-বাতি কৰি খোৱা মানুহ। দেউতাক নাম ধৰি মাতে, কিয়নো ল'ৰাবয়সত দেউতাকো কোলাত লৈ ফুৰিছিল। ককাই শিৱসাগৰ চহৰত ছমাহহে আছিল। তাৰ ভিতৰত ধুনীয়া ধুনীয়া ডলা, কুলা, খৰাহী, চালনী সাজি হস্তশিল্পবিদ হিচাপে সুখ্যাতি অৰ্জন কৰিছিল। গধূলি বেলিকা সাধুকথা আৰু ভূত-প্ৰেত বাক, যখ-যখিনী কাৰ কাৰ লগত তেওঁৰনো দেখা সাক্ষাৎ হৈছিল তাৰ গল্প কৈ আমাৰ হাত-ভৰি পেটত লুকুৱা অৱস্থা কৰি তুলিছিল। তাৰ উপৰিও কেইবাখনো পুৰাণ তেওঁৰ কণ্ঠস্থ আছিল। তাৰ ভিতৰত মৎস্য পুৰাণো এখন—

এহিমানৰ কথাখিনি সেহিমানে থওঁ
মৎস্য পুৰাণৰ কথা কেই আষাৰমান কওঁ,
সাগৰ তলিত হৈ-দৰিকাৰ হৈ আছিল বিয়া
সকল মাছক মাতি গেল তাম্ৰোল পাণ দিয়া।

বৌ আহিল ভকুৱা আহিল আহিল ঘৰিয়াল
শাল মাছ আহিবা লাগছি আধাপোৰা টাঙান..।

তেওঁৰ চিটকা-পুৰাণৰ আবৃত্তিয়েও আমাক মুগ্ধ কৰি ৰাখিছিল।

লখাই কাইৰ ঘৰ আমাৰ খুব ওচৰত। তেওঁ আছিল এজন নিপুণ সংসাৰী পুৰুষ। কাছাৰিৰ দপ্তৰী। ৰাতিপুৱাৰ পৰা গধূলিলৈকে ঘড়ীৰ কাটাই কাটাই চলে। পি. এম. বাগচীৰ পঞ্জিকাৰ জাননী চাই চাৰে চাৰি টকা দামৰ এটা টাইম পিচ্ কলিকতাৰ পৰা মগাই আনে। কোৱা বাহুল্য ঘড়ীটোৰ সময়ৰ কেতিয়াও হেৰ-ফেৰ নহৈছিল। ককায়ে ঘড়ী চাই নটা হ'লেই গা ধুই ভাত-পানী খাই 'কেপ্ৰকলাৰ'ৰ ক'লা কোট আৰু কান্ধত এখন চাদৰ লৈ কাছাৰিলৈ ৰাওনা হয়। দেখিলেই বুজিবা এতিয়া ঘড়ীত চাৰে দহটা। ককাইক সাহসত চেৰ পেলাব পৰা দ্বিতীয় ব্যক্তি টোলত নাছিল। মেজাজো বেছ কাড়া, কাৰো ওপৰত খং উঠিলে বা কোনোবাই উপলুঙা কৰিলে— 'মই নসহো ঔ একা' বুলি উত্তৰ দিয়ে। ডাইৰেক্টৰী পঞ্জিকাৰ পাতত দিয়া জাননীৰ সহায়েৰে তেওঁ এখন তৰোৱালো মগাই আনে। প্ৰায়েই দেওবাৰৰ ৰাতিপুৱা ৰ'দ-কাঁচলিত বহি তৰোৱালখন ধাৰ দিয়া আৰু তেল-টেঙা ঘহা তেওঁৰ এটা ডাঙৰ কৰ্তব্য। ৰাতিপুৱাৰ ৰ'দত চিকচিকাই উঠা অস্ত্ৰখন কেইবাবাৰ মান ঘূৰাই তাৰ প্ৰয়োজনীয়তাৰ বিষয়ে এটা চমু বক্তৃতাও দিয়ে। তেওঁৰ এই কথা শুনি ভাবিছিলো আমাৰ ভাগ্য ভাল, আমিতো চোৰ ডকাইত নহওঁ! তেওঁৰ বন্দুক কিনাৰো এটা চখ আছিল, কিয়নো আমাৰ বাৰীৰ ভিতৰতেই বহুত চিকাৰীয়ে কপৌ আৰু হাইঠা চৰাই মাজে-সময়ে মাৰি নিছিল। বাৰ

চৈধ্য টকাৰ চাকৰি কৰি এই আশা পূৰণ কৰা সম্ভৱ নহয় গতিকে এডাল দীঘল পঁচা নিজেই তৈয়াৰ কৰিছিল। পঁচাডালৰ সদ্ব্যবহাৰ হয় এদিন এটা প্ৰকাণ্ড গুই সাপ বধ কৰি আৰু সেই ভোজতে মোকো নিমন্ত্ৰণ হৈছিল। ঘৰৰ চোতালত টৌ-খুঁটি মাৰি ৰন্ধা-বঢ়া পৰ্ব সমাধা হয়। গুইৰ মঙহৰ সোৱাদ কেনেকুৱা মনত নাই যদিও খাওতে বালীয়া বালীয়া যেন লাগিছিল। ককাই এজন নিপুণ খেতিয়ক আছিল। আজিৰ দিন হ'লে Grow more food project-ৰ সোণৰ পদক তেওঁৰ পৰা কোনেনো কাঢ়ি নিব পাৰিলেহেঁতেন? পঞ্জিকাৰ পাতত থকা বৃহৎ ফুল কবি, বন্ধা কবিৰ জ্বলন্ত উদাহৰণ তেওঁৰ শাকনিত প্ৰতিফলিত হৈছিল।

মাণিক লেখাই কাইৰ ভনীয়েক। মাজে-সময়ে ইঘৰত সিঘৰত ইটো-সিটো কাম বনো কৰে। মাক বাইদেউ বুলি মাতে কাৰণে আমিও মাহী বুলিয়েই তেওঁক সম্বোধন কৰো। এদিন দুপৰীয়া মাই মোক লগত লৈ মোমায়েকৰ তালৈ গৈছিল। মোৰ বয়স তেতিয়া কিমান নেজানিলেও মই ফেৰেকা-ফেৰেককৈ খোজ কাঢ়িব পাৰিছিলো। ঘৰলৈ উভতি আহোতে বাটৰ বোকাত ভেৰেক কৰে ভৰি সোমোৱাত মাই মোক কোলাত লৈয়েই পুখুৰীৰ যুঁৰলিত ভৰি ধুই মোক আগ চোতালতে নমাই থৈ ঘৰত সোমায়। মাই পুখুৰীৰ পানীত ভৰি ধোওঁতে হোৱা খলখলনিয়ে মোৰ প্ৰাণতো খলখলনি তুলিছিল বুলিয়েই হয়তো পিছ মুহূৰ্ততেই মই শাওণমহীয়া ভৰা পুখুৰীৰ পাৰলৈ খোজ ল'লো। পানীৰ যুঁৰলিত থিয় হৈ খলখলাই ভৰি ধোৱাৰ অভিজ্ঞতা সঞ্চয় কৰিবলৈ ধৰোতেই পিছলি পৰি উটি যাবলৈ ধৰিলো। নিশ্চয় মোৰ গ্ৰহ মন্দ নাছিল বুলিয়েই মাণিক মাহী সেই একে ক্ষণতেই কাৰবাৰ তালৈ যাবলৈ বুলি পুখুৰীৰ পাৰেদি বাট লৈছিল। শুনিছিলো যে মোৰ মূৰৰ এফালহে মাথোন ওপঙি থকা তেওঁ দেখা পাইছিল। মাণিক মাহীয়ে— 'বাইদেউ সৌটো তোমাৰ ল'ৰা নেকি' বুলি চিঞৰি পানীত জঁাপ দি সাঁতুৰি গৈ মোক উদ্ধাৰ কৰি আনে। কেইঢোকামান পানী খাইছিলো যদিও সেই যাত্ৰাত ৰক্ষা পৰিলো। সেইকাৰণেই আজি মোৰ জীৱনদাত্ৰী মাণিক মাহীৰ বিষয়ে এষাৰ কথা লিখি ধন্য হ'লো। তেওঁ এই সংসাৰৰ পৰা কেতিয়াবাই বিদায় ল'লে কিন্তু এই পৃথিৱীৰ ৰূপ, ৰং, ৰস দুচকু ভৰি উপভোগ কৰিবৰ কাৰণে মোক এৰি থৈ গ'ল।

আই-বোপায়ে আমাক বেছ টানকৈ শাসন কৰিছিল যদিও প্ৰকৃতিৰ বুকুত উমলি আনন্দ উপভোগত বাধা দিয়া নাছিল। দুপৰীয়া বেলিকা প্ৰকৃতিৰ কোলাত একেবাৰেহে কেইঘণ্টামান সময়ৰ কাৰণে হেৰাই গ'লেহে কেতিয়াবা কেতিয়াবা মাৰ মুখৰ এই কথাষাৰ কাণত পৰে— 'লৰাটো সাপৰ পেটত গ'লনে দেৱে পালে নেজানো, ক'লৈ গ'ল তাক বিচাৰি আনচোন যা...।' আজি ভাবো পঢ়াশালিৰ চাৰি বেৰৰ মাজত যি জ্ঞান অৰ্জন কৰিছিলো তাৰ তুলনাত প্ৰকৃতিৰ ৰহস্য ভেদ কৰিবলৈ অনিৰ্দিষ্ট প্ৰচেষ্টাইহে মোৰ প্ৰকৃত শিক্ষাৰ ভেটি গঢ়ি তুলিছিল।

পদূলি মুখত থকা পুখুৰীটোতেই আমি সকলোৱেই সাঁতুৰিবলৈ শিকো। সুবিধা পালেই বিকোলো সময়তে পুখুৰীত জঁাপ মাৰি পৰো। সাধাৰণভাৱে সাঁতুৰিবলৈ শিকি

লাহে লাহে ডুব দি সাঁতুৰিবলৈ বা চিলনী-সাঁতোৰ দিবলৈকো শিকিছিলো। তাৰ উপৰিও পানীৰ ওপৰত কিমান সময় ধৰি হাত ভৰি নলৰাই ওপঙি থাব পাৰি তাকো আয়ত্ত কৰিছিলো। মাজে-সময়ে মাইতৰ লগত দোকমোকালিতে দিখৌত গা ধুবলৈ গৈছিলো। ককাইদেউৰ লগতো জাৰকালি দিখৌত সাঁতুৰিছিলো। এদিন ৰাতিপুৱা ককাইদেৱে মোক দিখৌত গা ধুবলৈ লগত লৈ গৈছিল। সেইদিনা ককাইদেৱে মোক বোকোচাত তুলি পানীত জাঁপ দি পৰি সাঁতুৰিবলৈ ধৰিলে। মাজে মাজে খালি কৈছিল, 'হাত নেৰিবি, ভালদৰে সাবটি ধৰি থাক।'

ককাইদেউ বয়সত মোতকৈ বহুত ডাঙৰ আৰু তেওঁ ডন-বৈঠক কৰি শৰীৰটোও বেছ মজবুত কৰি ৰাখে। সেই শক্তিৰ সদ্ব্যৱহাৰ কৰি চকুৰ পচাৰতে সাঁতুৰি নৈৰ সোঁ-মাজ পালেগৈ। সেই অৱস্থাত কিন্তু 'মা ভৈঃ' বাণী প্ৰদান কৰিও তেওঁ ব্যৰ্থ হ'ল। মই ভয়ত টেঁটুফালি চিঞৰিবলৈ ধৰিলো। মোৰ এই গগন ফটা চিঞৰলৈ ভ্ৰূক্ষেপ নকৰি তেওঁ দিখৌ পাৰ হ'ল। নৈৰ সিপাৰত এখন মুছলমান গাওঁ— তাৰে জনচেৰেক আদহীয়া আৰু বুঢ়া মানুহ আগবাঢ়ি আহি ককাইদেউৰ এই দুঃসাহসিক অভিযানৰ পুৰস্কাৰ হিচাপে ভালকৈ বকনি দিলে। ঘৰলৈ উভতি আহি ফেকুৰি ফেকুৰি মাক যেতিয়া গোচৰ দিলো, মাৰ পৰাও আকৌ বকনি খাই ডবল পুৰস্কাৰ লভিলো। তাৰ উত্তৰ স্বৰূপে— 'তোক আৰু কেতিয়াও গা ধুবলৈ নিনিও' বুলি ককাইদেৱে শপত খালে। মই দিখৌত নাদুৰি-সাঁতুৰি আনন্দ কৰাৰ পৰা বঞ্চিত হ'লো বুলি ভাবি মনত খুব কষ্ট পাইছিলো।

মাণিক মাহী যদি মোৰ স্মৃতিপটত জীৱনদাত্ৰী ৰূপে তিনিকুৰি বছৰতো অধিক কাল কটায় তেনেহ'লে ৰেধামণি বাইয়েনো কি দোষ কৰিলে যে এই উড়িয়া বিধৱা তিৰোতাজনীৰ বিষয়ে দুষাৰ কথা লিখিবলৈ মই কাৰ্পণ্য কৰিম? ৰেধামণিয়ে ইঘৰত সিঘৰত ধান বানি তাইৰ আৰু একমাত্ৰ সন্তানৰ পেটৰ ভাতমুঠি মোকোলায়। বাইয়ে মোক খুব আদৰ চেনেহ কৰে। আমাৰ ঢেঁকীশালত ধান বনা সময়ত তাই মোৰ আখৰ চিনাৰ আগেয়ে কিতাপ পঢ়া আৰু মুখে মুখে ৰচিত কবিতাবোৰৰ 'একমেবাদ্বিতীয়ম' মুগ্ধ শ্ৰোতা আছিল। কিতাপৰ কেটেলগৰ পৰা আৰম্ভ কৰি ভগা ঘড়ীৰ স্প্ৰিং, হোৱাইটৱে লেড্‌লৰ কেটেলগ, পুৰণি পঞ্জিকা, ৰঙা-নীলা পেঞ্চিল, কাগজ আৰু ভগা চিলতৰ টুকুৰা আদিৰ মোৰ এটা ডাঙৰ ভাণ্ডাৰ আছিল। এই ৰত্ন ভাণ্ডাৰটোৰ মালিক হিচাপে মই গৰ্ববোধ কৰিছিলো। ৰেধামণিবাই যেতিয়া পদুলি সোমাই আৰু 'বাইদেৱ- অ' বুলি মাত মাতে মোৰ ৰং চায় কোনে! একে উশাহতে সেই আপুৰুগীয়া সংগ্ৰহালয়টো টানি আনি ঢেঁকীশালত থকা বেঞ্চখনত পেট পেলাই পৰি এখনৰ পিছত এখন কেটেলগ জুৰিয়াই মোৰ স্বৰচিত কবিতাবোৰ পঢ়ি যাওঁ। ইয়াৰ উপৰিও ৰঙা-নীলা পেঞ্চিলেৰে নিৰ্জীৱ আৰু সজীৱ প্ৰত্যেক ধৰণৰ ছবি আঁকি দেখুৱাওঁ। মোৰ কল্পনাপ্ৰসূত কবিতাৰ কবি আৰু ছবিবোৰ বাইৰ সৌজন্যত আমোলাপট্টিত ভালদৰে প্ৰচাৰিত হয়। বাইক মই খুব ভাল পাইছিলো। ভক্ত [illegible] [illegible] কবি, শিল্পী কোনো সন্তুষ্ট নহয়।

এই স্বভাৱ কবিৰ কাব্য-প্ৰতিভাৰ দুপাত মেলোতেই ৰীতি অনুসাৰে বিদ্যাৰম্ভ হ'ল আৰু তাৰ প্ৰিয় শিক্ষয়িত্ৰী প্ৰকৃতিদেৱীৰ কোলাৰ পৰা তাক আঁতৰাই ৰাখিবৰ উদ্দেশ্যে, পঢ়াশালিৰ চাৰিবেৰৰ মাজত সুমাই ৰখাৰ ব্যৱস্থা কৰা হ'ল। সেইসময়ত শিৱসাগৰ মিউনিচিপেলিটি স্কুলৰ খুব নাম আছিল। কোনেও এই দীঘল নামটো মানি নলৈ 'দুখীয়া ইস্কুল' হে বুলিছিল। স্কুলৰ প্ৰৱেশ মাচুল মাত্ৰ এটি দুআনি। দুআনি এটা খৰচ কৰি এবাৰ নাম লিখি ল'লে ল'ৰাই চতুৰ্থ শ্ৰেণীলৈকে পঢ়া-শুনা কৰি নিম্ন প্ৰাইমেৰী বৃত্তি পৰীক্ষালৈ সাজু হ'ব পাৰে। পাঠছোৱা প্ৰথম ভাগ, ধাৰাপাত, চিলট, শিল-পেঞ্চিল, বাঁহৰ ইস্কেল আৰু এটা মোনাত তেঁতেলি-গুটি, চন্দন-গুটি ইত্যাদি ভৰাই লৈ মোৰ পঢ়াশালি যাত্ৰা আৰম্ভ হ'ল। অৱশ্যে ইয়াৰ আগতেই বাইদেউহঁতৰ লগত ৰাতিপুৱা গধূলি একেলগে বহি মই Pre-Pathsala Course হিচাপে ক-খৰ পৰা ধাৰাপাত পৰ্যন্ত ভালদৰেই মুখস্থ কৰিছিলো। তাৰ উপৰিও King Primer-ৰ পৰা ইংৰাজী বৰ্ণ পৰিচয় আৰু চি-এ টি কেট্, আৰু বি-এ-টি বেট্ আদি শিকি Advance Course এটাও লৈছিলো।

আমাৰ পঢ়াশালিটো আছিল এটা ওখ মাটিৰ ভেটিৰ দীঘল খেৰৰ বঙলা। ভিতৰত শাৰী শাৰী শাল কাঠৰ বৰখুঁটাৰে শোভিত। আমি আঁকোৰালি ধৰিব নোৱৰা খুঁটাবোৰে প্ৰত্যেকটা শ্ৰেণীকে বিভক্ত কৰি ৰাখে। অৱশ্যে মাজত কোনো বেৰ নথকাত হেড্ পণ্ডিত ডাঙৰীয়াই চতুৰ্থ শ্ৰেণীৰ মেজৰ ওচৰত বহি সিমূৰত থকা ক-খ শ্ৰেণীলৈকে কেনেভাৱে কাম চলিছে তালৈ চকু ৰাখিব পাৰিছিল। বঙলাটোৰ আগে পিছে দুয়োখন চোতালতেই দুবৰিৰ দলিচা আৰু চাৰিসীমা ঘেৰি ৰাখিছিল বাঁহৰ জেওৰা আৰু হুৰ্থৰ কাঁইটৰ জোপোহায়। দীঘল দীঘল বাঁহৰ নঙলাৰ ভিতৰেদি সোমাই প্ৰথম দিনাখন মই বন্দী হৈ পৰিলো যেন লাগিছিল। কিন্তু দুই-এদিনৰ ভিতৰতে এই স্কুলখন মোৰ অতি আপোন হৈ পৰিল। চাওঁতে চাওঁতেই মোৰ পঢ়া-শুনাত গুৰুদেৱে যে খুব সন্তুষ্ট মই বুজি পালো। মোৰ পাঠ দিয়া, নাইবা মই অঁকা নক্সাবোৰ সুন্দৰ হোৱা কাৰণে ঘণ্টা শেষ হোৱাৰ আগেয়েই মই সদায় ছুটী পাওঁ আৰু ৰামধনি তেলীৰ দোকানৰ পৰা কেতিয়াবা কেতিয়াবা এপইচাৰ চীনা বাদাম কিনি লাহে লাহে ঘৰলৈ গুচি যাওঁ। মোৰ ধাৰাপাত মুখস্থ থকা কাৰণে গুৰুদেৱে মোক ধাৰাপাত পঢ়াবৰ ভাৰ দিলে। আগচোতালত মোৰ সহপাঠীবোৰক দুশাৰী কৰি থিয় কৰাই মই তাহাঁতক নেওতা মুখস্থ কৰাওঁ। ইয়াৰ ভিতৰত এটি বঙালী ল'ৰাও সহপাঠী আছিল। তাকহে শিকোৱা অলপ টান হয়, কিয়নো আঠত আঠ আঠাশী বুলিলে সি তাৰ নিজৰ মতে 'আষ্টে আট অষ্টাশী' বুলি কয়। শ্ৰেণীৰ ভিতৰত প্ৰথম ছাত্ৰ হিচাপে মই সন্মানিত হও আৰু ডবল প্ৰমোচন পাই একে জাঁপে দ্বিতীয় শ্ৰেণী পাওঁ। 'যি মূলা বাঢ়িব দুপাততে চিন', কিন্তু এই মহৎ বাণী মোৰ বেলিকা নাখাটিল আৰু এই মূলাত দুপাততে কেৰোণে ধৰিলে।

গুৰুদেৱে আমাক যিমানেই মৰম-সাদৰ কৰক বা নকৰক আমি কিন্তু তেওঁক বৰ ভয় কৰো। তাৰ প্ৰধান কাৰণ তেওঁৰ চাৰে ছয় ফুটমান দীঘলকায় শৰীৰ, আঁঠুৰ মূৰত পৰা

চুৰিয়াৰ ওপৰত হাতচুটি এটা কামিজ চোলা। ওঁঠ দুখন তামোল-ধপাতৰ পিকেৰে ৰঙা। সদায় 'পঢ়া শুনা কৰে যেয়ে ঘোঁৰা গাড়ী উঠে সেয়ে' বুলি শ্ৰেণীত সোমায়, কথা ক'লে কাঁহত কোব মৰা যেনহে লাগে। আমি দীঘল দীঘল পীৰাৰ নিচিনা চাপৰ বেঞ্চত বহোঁ, দীঘল ডেস্কখনো এফুট মানহে ওখ। তেওঁ যেতিয়া পাঠ ল'বলৈ আহি মজিয়াত বহে তেওঁৰ আঁঠু দুটা আমাৰ মূৰৰ ওপৰত থাকে। মূৰ যে আছে তাৰ সঁহাৰি পোৱা যায় মাজে মাজে কাৰোবাক যেতিয়া কয়— 'অঁকৰা ল'ৰা, ভুল হৈছে আকৌ পঢ়' এবাৰ নাইবা 'বঢ়িয়া, বেহ বঢ়িয়া, চাবাচ্' এই সুমধুৰ ধ্বনিসহ দুই-এটুকুৰা তামোলৰ চোবা কিতাপৰ পাতত বা আমাৰ চোলাত ছিটিকি পৰে। মই পঢ়াশালিত মাৰ খোৱা নাই বুলিলে কি হ'ব? 'মাহৰ মাৰ দেখি তিলে বেত মেলে।' তৃতীয় শ্ৰেণীত পঢ়োৱা আৰু এজন গুৰুদেউ আছিল। এই ভুবন পণ্ডিত যদিও বেছি দীঘল নাছিল শৰীৰটো লোৰ খুন্দনা যেনহে লাগে। হাত-ভৰি আৰু কলাফুল দেখিলেই বুজিপাবা তেওঁ কিমান শাৰীৰিক শক্তিৰ অধিকাৰী। পাঠ ভালদৰে বুজাই দিযাৰ পাছতো যদি মুখস্থ নাহে নতুবা দুষ্টালি কৰি তেওঁৰ কবলত পৰে তাৰ আৰু ৰক্ষা নাই। এবাৰতেই 'সৰল ৰেখা' মানে চিধা কৰি এৰি দিয়ে। এনেকুৱা কোনো দুৰ্ভগীয়া ছাত্ৰক নিমিষতে তুলাৰ দৰে তুলি লৈ তেওঁৰ মেজত পেট পেলাই শুৱাই লৈ টিকাত কেইচাট্‌মান দি আকৌ তুলি লৈ স্বস্থানত বহুৱাই দিয়ে ; এই দৃশ্য দেখি ভয়ত আমাৰ জিভা শুকাই আহে।

এই কালছোৱাত ভোক-পিয়াহ গুচাবৰ ব্যৱস্থা আমি নিজেই হাতত লৈছিলো। কুৰি-পঁচিশ মিনিটমানৰ পানীখোৱা ছুটীত আমি চকিদাৰ-'কাম'- পানীৱালাৰ ঘৰত উপস্থিত হওঁ আৰু অঞ্জলি দিবলৈ লোবাৰ দৰে দুহাত পাতি পানী পি বঙলা ইস্কুলৰ খেলপথাৰলৈ দৌৰো। মাজছোৱা শ্ৰেণীৰ ল'ৰা এটাই ক'ৰবাৰ পৰা এটা টেনিছ বল যোগাৰ কৰিছিল। এহাতমান বনগুটি গজা পথাৰত সেই বলটোৱে কি আনন্দ দান কৰিছিল। আমি প্ৰায় পঞ্চাশটামান ল'ৰাই ফিল্ড্‌খনৰ ইমূৰৰ পৰা সিমূৰলৈ বলটো এবাৰ মাৰিবৰ কাৰণে দুপৰ ৰ'দত ঢপলিয়াওঁ। কোনো দিনাখন বলটো এবাৰো ভৰিত নেলাগোতেই ঘণ্টা পৰে আৰু আমি ফোঁপাই-জোপাই আহি শ্ৰেণীত সোমাওঁ।

ল'ৰাটোৱে সেই আপুৰুগীয়া বলটো আনিবলৈ পাহৰিলে আমি দ'লৰমুখ বুলি ৰাওনা হওঁ। দ'লৰমুখৰ চাৰিআলিৰ কাষত এজোপা কৌটিকলীয়া অতি ওখ খাজুৰি গছ আছিল। আমি প্ৰত্যেকেই শিল গুটি বুটলি আনি পাহাৰী মানুহৰ টুপি হেন খাজুৰি গছৰ মূৰত জাকে জাকে দলি বৰ্ষণ কৰো। মাজে মাজে আমাৰ এই বৰটোপৰ গুলি খাজুৰিৰ থোক ভেদ কৰিলে দুই এটা তুল তুলকৈ পকা খাজুৰি আমাৰ ভাগত পৰে। কেতিয়াবা কেতিয়াবা আকৌ নিচান ঠিক নাথাকিলে সকলোৰে ভাগত নপৰেও। আশাতেই আনন্দ, আশা পূৰ্ণ হ'লেই উৎসাহো কমি আহে। আমাৰ স্কুলৰ পাছচোতালত এজোপা মধুৰি-আম গছ আছিল। এই গছজোপা আমাৰ হাত-ভৰিৰ সম্পূৰ্ণ আয়ত্তৰ ভিতৰত বুলিয়েই মধুৰি-আম দাহেছিয়া হ'লে আমাক কোনে পায়! ডালে ডালে পাতে পাতে বগাই ফুৰোঁ। মধুৰি-আম গছৰ ফল-পাত সৰি নঙঠা হ'লে আৰু ৰ'দৰ তাপত পকা বগাল

খাপুৰি চবাই-চিবিকতিয়ে খাই শেষ কৰিলে 'টিফিন আবাৰ'ৰ নতুন 'ৰেচিপি' আকৌ ঠিক কৰিবলগীয়া হয়। এই 'ৰেচিপি'ৰ কাৰণে নতুন উদ্যমেৰে দ'কান- মুখলৈ বুলি খোজ লওঁ। গুৰৰ-টেকেলি, চুঙাৰ দৈ, টিপাৰ দৈৰ বেহা-বেপাৰ কৰিবলৈ অহা গাঁৱলীয়া মানুহৰ লগত কথা-বতৰা পাতো আৰু দাম-দৰ কৰোঁ। কিন্তু আমাৰ কাৰোবাৰ জেপত ওলোৱা আৰু ভৰিৰ গোৰোৱাৰে ধূলিত ঘঁহি চকচকীয়া কৰি থোৱা তামৰ এপইছা বা ডবল পইছাৰে গুৰৰ টেকেলি কিনা অসম্ভৱ, গতিকে শিয়াল আৰু আঙুৰৰ গল্পৰ দৰেই গুৰ কেঁহা বুলি সান্ত্বনা লওঁো। কোনোদিনাখন যেতিয়া বগৰী, মাঁমে-তামোল বা কাঠকলি মিৰিকা টেঙা এটাও নোজোটে তেতিয়া আমি সম্পূৰ্ণভাৱে Plain living and High thinking অনুসাৰে কাষ্যৰিৰ কাষত বহা ছবিৰ দোকানখন পাওঁগৈ। এই ছবিৰ দোকানখনে আমাৰ ভোক-পিয়াহ হেৰুৱাই পেলায়। তেত্ৰিশ কোটি নহ'লেও এইকেইখন দেৱ-দেৱীৰ ছবিয়ে আমাৰ কল্পনাৰ বক্তত খোৰাক যোগাইছিল। সকলোতকৈ কৌতূহলোদ্দীপক আছিল যমপুৰীৰ বিশেষ নক্সাকেইখন। সিপুৰীত যম ৰজাৰ শাস্তি-বিধানৰ নানাৰকম ব্যৱস্থাৰ ছবিয়ে আমাৰ ল'ৰামনত যথেষ্ট ভয়-ভীতিৰ সঞ্চাৰ কৰিছিল। মাজে-সময়ে এই পানীখোৱা ছুটীতেই আমি বৰ পুখুৰী, শিৱ দ'ল আৰু দেৱী দ'লত পাক মাৰো। আমাৰ স্কুলৰ চকিদাৰে দিয়া পানী নাখাই কচুপাতত তুলি বৰ পুখুৰীৰ পানীৰে পিয়াহ পলুৱাওঁ। কিয়নো তেতিয়াৰ বৰ পুখুৰী আছিল চাহাবৰ পুখুৰী। তাত গা-ধোৱা দূৰৈৰ কথা মুখ-হাত পখালি পানী খোৱাও দণ্ডনীয় আছিল। শিৱসাগৰ পুখুৰীৰ চপ্‌চপীয়া ফটিকৰ ধাৰ হেন পানী আৰু নাই। 'ৰাটাৰ ৰৰ্কছ'ৰ কল্যাণত সেই ৰজাৰ দিনৰ বহ-ঢলা পুখুৰীৰ পানী এতিয়া কেইবা হাতো তললৈ নামি গৈছে আৰু গুঁৰলিত দল-ঘাঁহো গজিছে।

আমি সকলোৱেই সেইসময়ত চোলা আৰু চুৰিয়া পিন্ধিহে পঢ়াশালিলৈ আহো। দুই-চাৰিটা ল'ৰাইহে কেতিয়াবা কেতিয়াবা হাফ্‌পটলুং পিন্ধি আহে, কিয়নো হাফ্‌পটলুং পিন্ধিলে খেল পথাৰত চুৰিয়া সোলোকাৰ ভয় নাথাকে। মোৰো এটা হাফ্‌পটলুং আছিল। ককাইদেৱে হয়তো সৰুতেই এই ৰঙচুৱা মিলিটেৰী খাকীৰ পটলুংটো ফুটবল খেলিবলৈ কিনিছিল। হঠাৎ এদিন পেৰাৰ তলত তাক আৱিষ্কাৰ কৰি উত্তৰাধিকাৰী সূত্ৰে মই পিন্ধিবলৈ ধৰিলোঁ। ৰাতিপুৱা তেতিয়া তাৰ এটা ৰূপ আৰু পঢ়াশালিৰ পৰা ঘূৰাৰ পথত সি আন এটা ৰূপ ধাৰণ কৰে। পানীখোৱা ছুটীত দৌৰা-ঢপৰা কৰোঁতে আৰু অহা-যোৱাৰ সময়ত ট্ৰাঙ্ক ৰোডৰ দুকাষে থকা ৰঙচুৱা ধূলিৰ প্ৰলেপে মোৰ ঠেংদুখনো আঁঠুলৈকে খাকী ৰঙতেই পৰিণত হয়। কোৱা বাহুল্য যে দূৰৈৰ পৰা মই হাফ্‌পটলুং নে লংপটলুং পিন্ধিছো ঠাৱৰোৱা সম্ভৱ নহয়। ঘৰ পায়েই পুখুৰীত এটা সাঁতোৰ মাৰি নাহিলে পটলুংটোনো ক'ত শেষ হৈছে আৰু মোৰ ঠেং দুটানো ক'ৰপৰা আৰম্ভ হৈছে থিৰাং কৰা অসম্ভৱ। আমাৰ সৰুকালত ল'ৰা-ছোৱালীৰ ওমলা সামগ্ৰী অতি সীমিত আছিল। আজিকালিৰ দৰে নানাধৰণৰ পুতলা আৰু 'মেকানো চেট' আদিৰ কথা শুনাই নাছিলোঁ। দুই-এটা ৰবৰৰ আৰু চেলুলইডৰ পুতলাহে আমাৰ হাতত পৰিছিল। মাজে-

সময়ে বাইদেউহঁতে যেতিয়া কইনা-দৰাৰ বিয়া পতাৰ খেল-ধেমালিৰ কাৰণে কাপোৰৰ পুতলা সাজিছিল তাৰে এটা মোকো খেলিবলৈ দিছিল। সেই সামান্য পুতলাটোকে লৈ ক'ত যে আনন্দ উপভোগ কৰিছিলো। এবাৰ ককাইদেউৰ এজন বন্ধুৱে মোক এটা 'পকেট বায়ুস্কোপ.চেট্' উপহাৰ দিছিল। সৰু বাকচটোত ফিল্মৰ টুকুৰা সুমাই চাবলৈ দিলে ল'ৰা কি বুঢ়ায়ো আনন্দ উপভোগ কৰিছিল। ল'ৰা বয়সত যিহকেই বিচাৰো তাকে পালে বিপদো আছে, ডাঙৰ হৈ সেই কথাটো বেছ উপলব্ধি কৰিছিলো। ল'ৰাই ইচ্ছানুসাৰে যিটোকে বিচাৰে তাক হাতত পালে সি হ'ল সম্পূৰ্ণ হুতভগীয়া। তাৰ কাৰণে সকলো বস্তুৰেই অৱশেষত মূল্যহীন হৈ যায় আৰু লগতে পোৱাৰ আকাংক্ষাও হেৰুৱাই পেলায়। ভুবনকায়ে আমাৰ বাৰীত ঠিকা কাম কৰিবলৈ আহি এবাৰ গোলাপী জামুৰ ফুলেৰে বন্দুক ফুটাবলৈ আৰু গুলঞ্চি ফুলৰ চক্ৰ তৈয়াৰ কৰিবলৈ শিকায়। গোলাপী জামু ফুলাৰ দিনকেইটাত বাঁহৰ চুঙাৰ বন্দুক আৰু গুলঞ্চি ফুল ফুলিলে তাক ইকবাৰ আগত লগাই পদুলিত দৌৰি ফুৰো— মোৰ উলাহ চায় কোনে!

মনত পৰে মাহঁতৰ লগত গোপিনীসবাহলৈ যোৱাৰ কথা। মাৰ দদাইদেউ, মোমাইদেউহঁতৰ ঘৰত তিৰোতা মানুহৰ সবাহ লাগিয়েই থাকে। এই নাম তিনি-চাৰি ঘণ্টামান ধৰি চলে আৰু কীৰ্তন-ঘোষা সুৰ দি গোৱা হয়। সবাহ খোৱাৰ পাছত ঘৰৰ গৃহিণীয়ে কৰা মানস যাতে পূৰ্ণ হয় তাৰ কাৰণে এগৰাকী বয়সীয়া মহিলাই পৰিয়ালক আশীৰ্বাদ দিয়ে আৰু পৰিয়ালৰ মঙ্গলৰ কাৰণে গোসাঁইৰ ওচৰত প্ৰাৰ্থনা জনায়। ইয়াৰ পাছৰ পৰ্বটোৰ কাৰণেহে মই বাট চাই থাকো, কিয়নো তেতিয়া কেঁচা মিঠৈৰ সৈতে মাহ-প্ৰসাদৰ এখন পাত পাওঁ। নাম খোৱালৈকে এই কেইঘণ্টামান সময় মই যথেষ্ট ধৈৰ্যশীলতাৰ পৰিচয় দিওঁ। কোৱা বাহুল্য যে সেই বয়সত মোৰ নিচিনা এটা সৰু ল'ৰাৰ কাৰণে নাম-কীৰ্তন শুনি বহি থকা কিমান কষ্টকৰ আছিল ; অৱশ্যে এঘণ্টামান সময় নাম ভালদৰেই শুনো আৰু তাৰ পিছৰ সময়খিনি গোসাঁই ঘৰৰ চাৰিবেৰত ওলোমাই থোৱা দেৱ-দেৱীৰ ছবিবোৰ তন্নতন্নভাৱে চাবলৈ আৰম্ভ কৰো আৰু এই ছবিবোৰৰ নানা ৰূপে মোক মুগ্ধ কৰি ৰাখে। মাৰ অনুমতি পালে মাজে মাজে বাহিৰত পাক এটা মাৰি আহোঁ। শাকনি আৰু ফুলনি বাৰীত সোমাও আৰু পিৰালি চুকত আঁউজাই থোৱা বা মাৰলিত ওলোমাই থোৱা দৈনন্দিন জীৱনৰ কামত লগা বস্তু-বাহানি নিৰীক্ষণ কৰো। তাঁতৰ আৰু মাছ ধৰা সা-সঁজুলিৰ পৰা আৰম্ভ কৰি বাটলুগুটি মৰা ধেনুলৈকে প্ৰত্যেকটি বস্তুৰেই মোৰ জ্ঞানৰ ভঁৰাল সমৃদ্ধ কৰে। এই সবাহ ওচৰ-চুবুৰীয়া ইঘৰত সিঘৰত প্ৰায়েই হয় আৰু বছৰত এবাৰ বা দুবাৰ শিৱ দ'ল বা দেৱী দ'লত বৰ-সবাহ পতা হয়। মই সেই গোপিনী সবাহৰ এক অপৰিহাৰ্য অঙ্গ হৈ মাৰ লগত যাওঁ।

সেই সময়ৰ শিৱসাগৰ চহৰ ডা-ডাঙৰীয়াৰ চহৰ। সামাজিকতা ৰক্ষা কৰিবলৈ টোলৰ তিৰোতাসকলে একেলগে দূৰৈত থকা সম্বন্ধীয়া আৰু বিশেষভাৱে পৰিচিত দুই এঘৰত খা-খবৰ ল'বলৈ যোৱাৰ কাৰণে দুই-তিনিদিন আগৰ পৰাই প্ৰ'গ্ৰাম ঠিক কৰে। প্ৰথম কথা হ'ল যুলাম বন্ধ জাপি ধৰা মানুহ ঠিক কৰা আৰু সেইদিনা দোকমোকালিতে

ঢাৰি-পাটী এৰি সংসাৰৰ কাম শেষ কৰা। প্ৰত্যেকগৰাকী জীয়ৰী, বোৱাৰী, শাহু, মাহী, পেহীয়ে দুপৰীয়া আকৌ এবাৰ গা ধুই তেল-টেঙা ঘঁহি পেৰাৰ তলত পৰি থকা অসমীয়া পাটৰ বাছকবনীয়া ৰিহা-মেখেলা পিন্ধি, কাৰচিপি কৰা চেলেঙৰ ওৰণি টানি ওলাই আহে আৰু ৰৰজাপিৰ আঁৰত হংসিনী গতিত বাট লয়। দেখিলেই বুজি পোৱা যায় এওঁলোক চহৰৰ সম্ভ্ৰান্ত পৰিয়ালৰ, ডা-ডাঙৰীয়াৰ ঘৰৰ। বাটৰুৱাই একাষৰীয়া হৈ বাট এৰি দিয়ে। এই শোভাযাত্ৰাৰ নেতা হৈ মই এবাৰ আগত এবাৰ পিছত বাট বুলি কি যে গৰ্ববোধ কৰো। এই চহৰৰ জীৱন চলিছিল মন্দাক্ৰান্তা ছন্দত। যদিহে কেতিয়াবা বেছি নিলগত বিয়া-সবাহ খাবলৈ বুলি যাবলগীয়া হয় তাৰ একমাত্ৰ যান-বাহন হ'ল গৰু-গাড়ী। ৰাতিপুৱাই গৰু-গাড়ী আহি পদুলিত খাপ লয়— আজি টোলৰ তিৰোতাসকল ফুৰিবলৈ যাব। গাৰোৱানেও দুপৰীয়াৰ সাজ যাত্ৰীৰ ঘৰতেই খাই-বৈ গাড়ীত ধান-খেৰ মেলি দি তাৰ ওপৰত শতৰঞ্চি পাতি যাত্ৰীসকলক গাড়ীত তোলে। সময় অনন্ত, লৰা-ঢপৰা কৰিবৰ কিহৰ প্ৰয়োজন? আজিও ভালদৰে মনত পৰে এনেকুৱা এটি যাত্ৰাৰ কথা। ফুকন নগৰত এখন বিয়া খাবলৈ বুলি টোলৰ তিৰোতাসকলে গৰু-গাড়ীত উঠে কিন্তু নিশকতীয়া বলধহালে ওখ ট্ৰাঙ্ক ৰোডত তুলিব নোৱৰাত গাড়ী গড়খাৱৈৰ পিনে হুৰ্হকি আহে, কিন্তু ভাগ্যৰ ফেৰত এজোপা গছত লাগি এটা ডাঙৰ দুৰ্ঘটনাৰ পৰা ৰক্ষা পৰে।

মোৰ ল'ৰাকালটো শিৱসাগৰ চহৰৰ চাৰিসীমাৰ মাজত অতিবাহিত হৈছিল। চহৰৰ ভিতৰত তেতিয়া ৰেলষ্টেচন নাছিল। আন চহৰলৈ যাবলৈ হ'লে প্ৰথমেই ঘটলং ঘেটলং টিং টিং টং টং কৰি মন্থৰ গতিত চলা গৰু-গাড়ীত উঠিহে নামতিআলি, নাজিৰা বা শিমলুগুৰি ষ্টেচন পৌছিবলগীয়া হৈছিল। এই ষ্টেচনকেইটা আমাৰ ঘৰৰ পৰা দহ বাৰ মাইলমান বেছি হ'লেও কম নহয়। কলিকতা বিশ্ববিদ্যালয়ৰ এন্ট্ৰেন্স, এফ. এ. আদি পৰীক্ষাৰ প্ৰশ্নোত্তৰৰ বহী অহা এটা প্ৰকাণ্ড কাঠৰ বাকচ আনিবৰ কাৰণে আৰু ওভোতাই পঠিয়াবৰ কাৰণে দেউতাই বছৰত দুবাৰকৈ নামতিআলি ষ্টেচনলৈ অহা-যোৱা কৰিবলগীয়া হৈছিল। ৰেল ষ্টেচন, যাত্ৰী আৰু ছবিত দেখা ৰেলগাড়ীখননো প্ৰকৃততে কেনেকুৱা হ'ব এই কথাবোৰ ভাবি মনটো মাজে-সময়ে উচপিচাই উঠিছিল। মোৰ কল্পনাৰ পটত এই বস্তুবোৰে নিগাজিকৈ এটা চাব বহুৱাবৰ আগেয়েই এদিন মাৰ মুখত শুনিলোঁ যে এইবাৰ গৰমৰ বন্ধত আমি ৰেলত উঠি গুৱাহাটীলৈ যাম। এই কথাষাৰে সেইদিনাখন মোৰ প্ৰাণ মতলীয়া কৰি তুলিছিল। মই গৰু-গাড়ীৰ যুগৰ মানুহ। ডাঙৰ হৈ আকাশ-পাতালৰ নানা ধৰণৰ যান-বাহনতেই ফুৰিলো- কিন্তু সেইদিনা নামতিআলিত ABR ৰেলগাড়ীত উঠি যি আনন্দ উপভোগ কৰিছিলো তাৰ সোৱাদ আৰু দুনাই নাপালো।

আমাৰ গুৱাহাটীলৈ ৰাওনা হোৱাৰ দিন ঠিক কৰা হ'ল। সেইদিনাখন দোকমোকালিতে আমি নামতিআলি ষ্টেচনলৈ বুলি গাড়ীত উঠিলো। নতুন অভিজ্ঞতাৰ নতুন অভিযান। এই কাৰণে আমাৰ ভাই-ভনী আটাইকেইটাৰে লেশমাত্ৰো কষ্ট হোৱা

নাছিল। কিন্তু ওখোৰা মোখোৰা ৰাস্তাত চলা গাড়ীৰ থেকেচনিয়ে মা-দেউতাক কাহিল কৰিছিল। বেছ কেইঘণ্টামান পাছত আমি ষ্টেচন পালো। নামতিআলি এটা জনশূন্য ৰেল ষ্টেচন। এই দৃশ্য আজি কল্পনাতীত। ৰেলৰ দুই-এজন কৰ্মচাৰীৰ বাহিৰে আন কোনো মানুহ চকুত পৰা নাছিল। ক'লা চুটি-চাপৰ প্ৰকাণ্ড পেটেৰে ষ্টেচন মাষ্টৰজন ওলাই আহি ক'লে 'গাড়ী বিকেলে, অনেক সময় হাতে আছে। আমাৰ কোৱাৰ্টাৰে চলুন'— এই বুলি তেখেতে আমাক তেওঁৰ ঘৰলৈ লৈ গ'ল আৰু চাহ-জলপানেৰে আপ্যায়িত কৰি ভাগৰ পলুৱাবৰ কাৰণে ব্যৱস্থাও কৰি দিলে। সময়ৰ অলপো হেৰফেৰ্ নোহোৱাকৈ ৰেলগাড়ী ষ্টেচন পালেহি— ঠিক যেন মোৰ সেই মুখস্থ থকা কবিতাৰ কলিটোৰ দৰেই—

'পৰিল ঘণ্টাত কোব, নামিল নিচান
সাজু হ'ল পহৰীয়া হাতত নিচান,
নাগমাটি চেঁচাপানী ল'লে বাটাহাৰ
ইংৰাজ ইন্দ্ৰৰ ৰথ জুৰিলে যোজন পথ'

পাণ-বিড়ি ছিগাৰেট-, পুৰি-পুৰি-পু-ৰি-ই, এই দুই-তিনিটা কথাৰ বাহিৰে কোনো গণ্ডগোল নাছিল। কোট চোলা, আঁঠুৰ মূৰত চুৰিয়া, চাদৰ, ভৰিত ভোটোহা চু-জোতাৰে শোভিত দুই-এজন মানুহে একোটাকৈ সৰু পেৰা হাতত লৈ একোছা ভোবোৰা গোঁফৰ তলেদি তামোলৰ পিকেৰে ৰঙা ওঁঠেৰে মিচিকীয়া হাঁহি মাৰি নামি গ'ল। এটা তৃতীয় শ্ৰেণীৰ বগিত এদল পছিমীয়া মাটি কটা কুলিয়ে ঘামৰ গোন্ধেৰে আমোলমোল কৰি সপ্তমত তুলি ৰাগ টানিছে। এটা কি দুটা ভোকোন্দা বাগিচাৰ চাহাবে পাইপ টানি 'গাৰ্ড'ৰ লগত কিবা কথা পাতিছে। ককাইদেউৰ লগত ৰেলখনৰ ইমূৰৰ পৰা সিমূৰলৈকে আচৰিত হৈ চাই অহাৰ পাছত আমাৰ কোঠাত উঠিলোঁ। ভিতৰত থকা বিজুলী-চাকি, 'এলাৰ্ম' শিকলি আৰু নটিচকেইখনৰ কথাকেইটা আওৰাই লগত নিয়া ইটো-সিটো বস্তু খাই চলন্ত গাড়ীৰ খট্-খট্ক খট্ খটং বাদ্য শুনি থাকোতেই কেতিয়া যে টোপনিত লালকাল দিলো ক'বই নোৱাৰিলো। ৰাতিপুৱা সাৰপাই উঠি দেখিলো মোৰ প্ৰাণৰ ৰঙত ৰং মিলাই টেলিগ্ৰাফৰ খুঁটি আৰু পথাৰৰ মাজৰ অকলশৰীয়া গছবোৰ পিছৰ পিনে দৌৰিবলৈ ধৰিছে। টেলিগ্ৰাফৰ তাঁৰত পৰি থকা তেলীয়া ফেঁচুৰ জাক লেখি থাকোতেই আমাৰ গাড়ী গুৱাহাটী ষ্টেচন আহি পালেহি আৰু অলপ সময়ৰ পাছতেই আমি পাণ্ডু পালেহি। মোৰ দ্বিতীয় বিস্ময় হ'ল জাহাজত উঠি ব্ৰহ্মপুত্ৰ পাৰ হৈ আকৌ ৰেলত উঠি নলবাৰী ষ্টেচন পোৱা আৰু নাৱত উঠি গাঁৱলৈ বাওনা হোৱা। গৰু-গাড়ী, ৰেলগাড়ী, জাহাজ আকৌ নাও। মোৰ সৰু মগজটোৱে একেলগে ইমানবিলাক অভিজ্ঞতাৰ টোপোলা কোনোমতেই খাপ খুৱাই ল'ব পৰা নাছিল বুলিয়েই লাগে লগে কিছু ওজন পাতল কৰিবলৈ আঙুলিৰে শূন্যতেই ৰেল, জাহাজ, পালতৰা নাৱৰ ছবি আঁকিবলৈ

ধৰিলো। লগতে যন্ত্ৰজগতৰ খুঁটি-নাটিৰ চাববোৰ স্মৃতিৰ ওঁৰালত টিজিল কৰি ল'বলৈ চেষ্টা কৰিলো।

ভৰ বাৰিষাৰ নৈ, যেনে-ফোটোকাৰে অ'ত গড়া ভাঙি, ত'ত গড়া ভাঙি পাগলী পাগলাদিয়া বৈ গৈছে আৰু তাৰ বুকুত এখনি সৰু নাও। টুলং-ভুটুংকৈ বেছ উজাই গৈছে। এবাৰ দুবাৰমান চাকনৈয়াৰ পাকত পৰিও অৱশেষত নিৰাপদেই আমাৰ নাওখন ঘাটত লাগিলগৈ। আমাৰ ককাদেউতা ৰামদত্ত মিশ্ৰই প্ৰত্যেক মুহূৰ্ততেই আমাৰ নাৱৰ অপেক্ষাত আছিল। আমাক আগবঢ়াই নিবৰ কাৰণে লগত ঘৰুৱা মানুহ দুজন লৈ বাট চাই আছিল। এই মানুহ দুজনে ককাদেউতাৰ মাটিত হাল-কোৰ বায় আৰু সংসাৰৰ যাৱতীয় কাম-কাজ কৰে।

ককাদেউতাৰ বাৰীখন লেখত ল'বলগীয়া আছিল। এই বাৰীখন দেখি মই অবাক হওঁ কিয়নো এনেকুৱা পৰিপাটিকৈ যে এখন বাৰী সজাই ৰাখিব পাৰি তাক মই আগেয়ে কেতিয়াও দেখা নাছিলোঁ। নওলাকেইডাল আঁতৰাই আমি এখন সৰু দুৱৰিবনৰ পথাৰত সোমালো। মাজেদি যোৱা ঠেক বাটটোবেদি আগবাঢ়ি গৈ দেখা পালো আম, কঁঠাল, নাৰিকল, পান তামোল আৰু নানান ফলৰ গছেৰে ভৰা দ্বিতীয় বাৰীখন। এই বাৰীখনৰ এফালে এখন বাঁহৰ দলং দিয়া এটা পুখুৰী আৰু তাৰ চাৰিপাৰ জুৰি ফুলি আছে ৰাঙল, জাপ তগৰ, খৰিকাজাঁই আৰু কাঞ্চন। পুখুৰীটোৰ দুই-এচুকত দুটা এটা ৰঙা ভেঁটকলিয়ে শোভা বঢ়াইছে। মাজে মাজে পানীত, মাছৰ চটফৰ্টনিও দেখা গৈছে। বগৰী বা ক'লা জামুৰ গছত ৰঙা বগা মাধৈ মালতী আৰু লতা গোলাপ বতাহত দুলিব লাগিছে। তগৰ, যুতি, জাঁই, ৰাঙল আদি ফুলগছবোৰ একোটা প্ৰকাণ্ড কৰ্ণীৰ আকাৰত কাটি থোৱা হৈছে। আগ চোতালৰ পদুলিত দীঘল নওলা আৰু সেইপিনে ওলাই গ'লে পাচৰতে এখন খেৰৰ বাৰী। ঘৰৰ চাল চোবাবলৈ হ'লে এইখন বাৰীৰ পৰাই খেৰ কটা হয়। মাজ চোতালত থিয় দিলে এফালে দূৰৈত থকা গোহালিঘৰটো দেখা যায়।

আইতাই ঘৰৰ গৰুৰ গাখীৰেৰেই দৈ পাতে আৰু ঘিউ মাখন তোলে। কুঁহিয়াৰ পেৰি জুলীয়া গুৰ ডাঙৰ ডাঙৰ মাটি কলহত ভৰাই আতালত তোলা আছে। আঁখিয়াত পতা দৈ ওলমি আছে। মাজ চোতাল সাৰি-মচি এনেকুৱাভাৱে নিকা কৰি ৰখা হৈছে যে তাত ফু মাৰি ভাত খাব পাৰি। বৰঘৰৰ মুখে মুখে পৰিছে গোসাঁইৰ ঘৰ আৰু তাত ককাদেউতাৰ হাতে-গঢ়া হেঙুল হাইতাল লগোৱা গোসাঁইৰ সিংহাসন। ককাদেউতা এগৰাকী নিপুণ হস্তশিল্পী; ঘৰৰ ভিতৰৰ পৰা বাহিৰলৈকে প্ৰত্যেকটি দৈনন্দিন জীৱনৰ ব্যৱহাৰিক বস্তুতেই তেওঁৰ হাতৰ চাব আৰু আঁচোৰ নপৰাকৈ থকা নাছিল।

আমাক মুখ-হাত ধুবলৈ দি ৰঙচুৱা নাৰিকলৰ ডাব পাৰি অনাই খাবলৈ দিয়ে। এই ৰঙচুৱা নাৰিকলৰ পানীৰ ইমান সোৱাদ যে তাৰ লগত আন সেউজীয়া ডাবৰ পানীৰ তুলনাই নহয়। মাৰ গৰম লাগিছে দেখি ককাদেউতাই মাৰ হাতত এখন বেতৰ বিচনী আনি দিয়ে। এই বিচনীখনো তেওঁৰেই কীৰ্তি। অতি মিহিকৈ তুলুৱা বেতৰ চাৰিচুকীয়া এখন বিচনী। চাৰি চুকত ৰঙা মখমল কাপোৰৰ ডিজাইন। মাজভাগ হাতী-

দাঁতৰ, তাতো ডিজাইন কটা। এটা ৰূপেৰে তৈয়াৰ কৰা দীঘল আঙঠিৰে নালটো বিচনীখনৰ লগত জোৰা লগাই ৰখা হৈছে। গোটেই বিচনীখন ইমান লেহুকা যে বা দিওঁতে এটুকুৰা 'নয়ন চুক' কাপোৰ যেনহে লাগিছিল। ঘৰত থকা লাখুটিকেইডাল লেখতলবলগীয়া' সম্পত্তি। লাখুটিৰ মূৰবোৰ হাতীৰ দাঁতেৰে বা পহু-শিঙেৰে ধুনীয়া ধুনীয়া আকৃতি তৈয়াৰ কৰি ৰূপৰ আঙঠিৰে বন্ধোৱা। চাবি-পাটি আদি সকলোবোৰ বস্তুৰে ৰূপ একেবাৰে নতুন। তেওঁ ডাঙৰ শিল্পী নাছিল সঁচা কিন্তু এগৰাকী শিল্পী যে আছিল তাত সন্দেহ নাই। য'তে-ত'তে পৰা তেওঁৰ নিপুণ নৰণিৰ বা কটাৰিৰ আঁচোৰে সৌন্দৰ্য ফুটাই তুলিছিল। আইতাৰ তাঁতশালৰ নাচনী, বান্দৰী একোটা বিশেষ আকাৰত 'কাৰ্ভিং' কৰা। কাঢ়নীখন দেখাৰ বস্তু— এটা টিয়া ভাটৌৰ আকৃতি। শোৱা পালেং-খাটবোৰ তেওঁ নিজে কুন্দত কাটি তৈয়াৰ কৰা। মুঠতে ক'বলৈ হ'লে ঘৰ-বাৰীৰ প্ৰত্যেকটি ব্যৱহাৰিক সামগ্ৰী সৌন্দৰ্যেৰে ভৰপূৰ। A Thing of Beauty and Utility. ডাঙৰ-দীঘল হৈ মই যেতিয়া শিল্পকলাৰ দুই এটি পাঠ গ্ৰহণ কৰিছিলো তেতিয়াহে বুজিব পাৰিছিলো সেই বস্তুবোৰৰ সুনিৰ্দিষ্ট আকাৰ আৰু ৰেখাৰ শক্তিপূৰ্ণ ব্যৱহাৰৰ মাজত কি মাধুৰ্য লুকাই আছিল। মই উত্তৰাধিকাৰী হিচাপে যি এটা সম্পদ লাভ কৰিছিলো সেইটো হ'ল শিল্পৰ প্ৰতি অনুৰাগ। এই অনুৰাগেই মোক জীৱনৰ সুঁতি আন ফালে বোঁৱাই দি মোক এটা পৰম আনন্দৰ অধিকাৰী কৰি তোলে।

ককাদেউতা এগৰাকী অসামান্য শক্তিশালী পুৰুষ আছিল। পূব আকাশত প্ৰথম ঢল দিলেই পাটী এৰি বাৰীত সোমাই শাকনিখন অলপ তদাৰক কৰি, গা ধুই গোসাঁই ঘৰত সোমায। পূজা আহ্নিক শেষ হ'লে তেওঁৰ 'হেভি ব্ৰেকফাষ্ট'— এটা হাতীখুজীয়া বাটিত চিৰা বা সান্দহ, মখা দৈ, কেইটামান মালভোগ বা এৰ মনোহৰ বা জাহাজী কল আৰু তাৰ সৈতে জুলীয়া গুৰ উদাৰভাৱে ঢালি লৈ উপভোগ কৰাৰ দৃশ্যটো আজিও চকুত ভাঁহি আছে। তাৰ পাছত এটা প্ৰকাণ্ড বানবাটিত চাহ ভৰ্তি কৰি খাই ৰাতিপুৱাৰ সাজ শেষ কৰে। অলপ পাছত মূৰত পাগুৰি বান্ধি হাতত হাতী-দাঁতেৰে বন্ধোৱা মূৰৰ এডাল চকচকীয়া লাঠি লৈ খোজ লয়। কোৱা বাহুল্য যে এই চকুত লগা লাঠিডাল তেওঁৰেই হস্তশিল্পৰ উজ্জ্বল নিদৰ্শন। মাজে-সময়ে কোনো বিশেষ কামত ত্ৰিশ মাইল পথ অতিক্ৰম কৰি আহি তেওঁ লেশমাত্ৰও ভাগৰি পৰা নাছিল। স্বাভাৱিকভাৱেই খাই বৈ বিছনাত পৰে আৰু পাছদিনাখন দোকমোকালিতেই উঠি কাম-কাজত লাগে। সপ্তাহত এদিনাখনহে হাট বহে। সেই হাট যিমানেই দূৰত নহওক তেওঁ এপাক মাৰিবই, যদিও হাট-বজাৰ কৰাৰ তেনেকুৱা বিশেষ প্ৰয়োজন নহৈছিল। লোণ, কেৰাচিন তেল আৰু চাহপাতহে মাথোন নলবাৰীৰ পৰা কিনি আনিবলগীয়া হৈছিল। তাৰ বাহিৰে গৃহস্থালীৰ সকলো প্ৰয়োজনীয় বস্তু বাৰীতেই উৎপন্ন হৈছিল। এই স্বয়ং সম্পূৰ্ণতা দেখি মোৰ ৰবিন্‌ছন্ ক্ৰুছ'ৰ বিষয়ে শুনা গল্পৰ কথা মনত পৰিছিল। কেতিয়াবা কেতিয়াবা গাঁৱৰ হাট বা পেহীহঁতৰ ঘৰলৈকো যাওঁতে মোক লগৰীয়া কৰি লৈ গৈছিল। এনেদৰে তেওঁ মোক খোজ কঢ়াই তেওঁৰ দৰেই 'ৱাকিং ৰেচ'ৰ কাৰণে পৈণত কৰি তুলিছিল। সেই ঐতিহ্য মই

আজিও কন্ধা কৰি আছিছো।

গাঁৱত কটোৱা এই দুমাহ কাল কোন দিনে সবকি গ'ল ঠাৱৰিব নোৱাৰিলো। কিয়নো এই নতুন পৰিবেশত মোৰ প্ৰয়োজনীয় বা অপ্ৰয়োজনীয় কোনো বস্তুৰেই অভাব নহৈছিল। যিদিনা ঘৰৰ আতালখন আৱিষ্কাৰ কৰিলো মোৰ ৰং চাই কোনে? কলহ ভৰা শুকান বগৰীৰ গুৰি, চকলাই শুকাই থোৱা কল, জুলীয়া গুৰৰ কলহৰ তলত পৰি থকা মিছিৰি, আমতা, ঁতেলিৰ লাৰু, ভেটুৰা ভৰা আচাৰ! বাৰীত সোমালে কুঁহিয়াৰ জালি তিয়ঁহ, পানী আলু, পকা কৰদৈ— কতনো ধৰণৰ ফল আৰু টেঙা। নামনি অসমত উজনিৰ দৰে বেছিকৈ টেঙা নাখায়, জলাৰ প্ৰতিহে মানুহৰ টান। জাল, জোল, খাৰ সহোৱা আৰু অম্বলৰ সোৱাদ জিভাত লাগিলে বুজি পোৱা যায় যে এওঁলোকৰ ৰন্ধন প্ৰণালী উচ্চস্তৰৰ কিন্তু জালৰ প্ৰকোপ বেছি বুলিয়েই হয়তো কথাতো জাল বেছি। টেঙা পানীয়ে কি কণ্ঠস্বৰত মৌ সানে?

এই বাৰীত বাহ লোৱা চৰাই-চিৰিকতি, হাঁহ-পাৰৰ দৰেই পোহনীয়া। কেতেকী ফুলৰ জোপোহাৰ মাজত সোমাই থকা দুই এযোৰ ডাউক আৰু কাম চৰাই ৰাতিপুৱা গধূলি কলনীৰ খালবোৰত চৰে ; পোক-পৰুৱা খায়। তেতিয়ালৈকে মই কাম চৰাই নেদেখিলেও তাৰ ৰূপৰ বিষয়ে এটা ধাৰণা কৰিব পাৰিছিলো— 'কাম চৰাইৰ ৰঙা ঠোঁট, তাতে পিন্ধে সেন্দুৰৰ ফোট' এইবাৰ কল্পনাৰ চৰাইটো দিঠকত দেখা দিছে যেতিয়া তাক ধৰিবই লাগিব। লখাই কাইৰ পৰা শিকা সেই চিটিকা ফান্দ তৈয়াৰ কৰিলো আৰু যথাৰীতিভাৱে ফান্দখন বহুৱাই ধান-চাউল দি কাম চৰাইৰ প্ৰতীক্ষাত বহি থাকিলো। অলপ পাছতেই কাম চৰাইৰ বদলি এটা ডাউকহে ধৰা পৰিল। কিন্তু কি হ'ব মোৰ এই সূক্ষ্ম ইঞ্জিনীয়াৰিং কামৰ ফল বেছি সময় উপভোগ কৰিব নোৱাৰিলো। Loves labour lost .। আইতাই একে উশাহতে আহি ডাউকটো এৰি দিবলৈ আদেশ জাৰি কৰিলে। ককাদেউতাই মুকলিমুৰীয়া চৰাইক বন্দী কৰি ৰখা যে ভাল কাম নহয় সেই বিষয়ে এটা উপদেশ দিলে। সকলো দেখি-শুনি ইঞ্জিনীয়াৰিং কামত ইস্তফা দি দিগন্তত মিলি যোৱা, বতাহত ঢৌ খেলা সেউজীয়া ধাননি পথাৰ আৰু আকাশত ভাঁহি থকা খমলা খমলা মেঘৰ সৌন্দৰ্যৰ বুকুত মন-প্ৰাণ ঢালি দিলো। তাৰ উপৰিও কাঠ-কোৰোকা, মাছৰোকা, নাৰিকল গছৰ পাতৰ পৰা সৰি পৰা টোকোৰা চৰাইৰ বাহ বিহ মকৰাৰ জালগোঁঠা চাই সময় কটাবলৈ ধৰিলো। ককাদেউতাই যেতিয়া তেওঁৰ ৰাঢ়ে কামৰ সা-সঁজুলিৰ মোনাটো খুলি কাঠত ফুল কাটিবলৈ আৰম্ভ কৰে তেতিয়া মই সকলো অভিযান বাদ দি সুশীল লৰাৰ দৰে লেপেটা খাই বহি চকুৰ পলক নেপেলাই চাই ৰওঁ। অকল এয়ে নহয়, নানা ৰকমৰ শিলৰ টুকুৰা অৰ্থাৎ হেঙুল-হাইতাল ঘঁহি ঘঁহি তেওঁ যেতিয়া ৰং তৈয়াৰ কৰে তেতিয়া মোৰ প্ৰাণৰ ৰঙো উছলি পৰে।

* * *

গুচৰতে বৈ যোৱা পাগলাদিয়া নৈয়ে যে ইমান ভয়ঙ্কৰ ৰূপ ধাৰণ কৰিব পাৰে নাজানিছিলো। এদিন ৰাতি সাৰ পাই উঠি দেখা পালো, আমাৰ শোৱা পালেঙৰ

আধাখিনি পানীৰ তলত। এই পানী নামি যাওঁতেও প্ৰায় দুদিনমান লাগিছিল। এই বানপানীৰ ফলত আমাৰ ঘৰ-চোতাল আদি সকলো ঠাইতে পলস পৰি টেকটেকীয়া হৈ পৰিছিল। পুখুৰীটো প্ৰায় আধাখিনি পোত গৈছিল। শিৱসাগৰত হ'লে এনেকুৱা বানপানী কেতিয়াও দেখা নাছিলো। এয়েই মোৰ প্ৰথম অভিজ্ঞতা। পযেকমানৰ ভিতৰতহে পাগ্‌লাদিয়া স্থিৰ হ'ল। যিবোৰ গাঁৱৰ মাজেদি এই নৈখন বৈ আহিছিল তাৰ বাসিন্দাসকলৰ পৰা পোৱা নৈবেদ্য, ভোগ, আনকি হাঁহ, পাৰৰ পৰা ক'লা ছাগলীলৈকে পাই পাগ্‌লাদিয়া সন্তুষ্ট হ'ল; আকৌ সেই স্নিগ্ধ কুলু কুলু সুৰ তুলি ব'বলৈ ধৰিলে। এনেতে কাণত পৰিল যে টোপোলা-টুপুলি বান্ধি আমি এতিয়া উভতি যাব লাগিব। মোৰ মন কিন্তু শিৱসাগৰৰ ঘৰৰ কাৰণে কন্দা নাছিল। উদাৰ চৰিতানাম্ বসুধৈৱ কুটুম্বকম্। মই গাঁৱত ভালদৰে খলি পুতি বহিছিলো আৰু উভতি যোৱাৰ কথাই মনটো কেনেবা কেনেবা কৰিছিল। কামৰূপৰ এই গাঁওখনিতো প্ৰকৃতিৰ বৈচিত্ৰ্যময় প্ৰাচুৰ্যৰ অভাৱ যেতিয়া নাই কিহৰ দুখত উভতি যাম? তাতে আকৌ ককাদেউতাৰ কাঠৰ নক্সা কটা কামে মোক চব সময়তে অনুপ্ৰাণিত কৰি ৰাখিছিল।

অৱশেষত আমি শিৱসাগৰ বুলি যাত্ৰা কৰিলো। ফিৰাৰ পথত গুৱাহাটীত থকা এগৰাকী মাহীৰ ঘৰত কেইদিনমান কটাইছিলো। মাহী বিধৱা, এই পৰিয়ালত একমাত্ৰ পুৰুষ মানুহ হ'ল তেওঁৰ শহুৰেক ফণী ফুকন ডাঙৰীয়া। সেই কালত গুৱাহাটী চহৰত একমাত্ৰ যানবাহন আছিল ঘোঁৰাগাড়ী। ষ্টেচনৰ পৰা আমি বাগিত উঠি উজান বজাৰৰ নৈৰ পাৰ পালোহি। শুভ্ৰ দেহত ধুতি-চাদৰ, ভৰিত খৰম, ৰূপালি ডাঢ়ি-চুলি, মুখত মিঠা হাঁহিৰে তেওঁ আমাক আগবঢ়াই নিবলৈ বাগিৰ ওচৰত থিয় দিলে— যেন এগৰাকী বৈদিক যুগৰ ঋষিয়ে আমাক আশ্ৰমলৈ স্বাগত জনাইছে। পঞ্চতীৰ্থ দৰ্শনেই মাহঁতৰ মুখ্য উদ্দেশ্য আছিল বুলিয়েই হয়তো গুৱাহাটীত প্ৰায় পাঁচ-ছয় দিন মান কটোৱা হয়। সেই যুগত পুণ্য অৰ্জনৰ পথ সুগম নাছিল। কামাখ্যা দেৱীক দৰ্শন কৰিবলৈ হ'লে নৰকাসুৰে বন্ধোৱা পথেৰে অগ্ৰসৰ হ'ব লাগে, তাতে 'মেখেলা উজুৱা'ৰ কেইনলমান পথ উঠোতে কপালৰ ঘাম মাটিত পৰে। সেইদিনা গোটেই দিনটো আমি পূজা-সেৱা কৰি পাহাৰতে কটাওঁ। ফিৰাৰ পথত মোৰ চকুত পৰে কেইখনমান লোভনীয় পুতলাৰ দোকান। মোৰ ইচ্ছানুসৰি কেইটামান কাশীৰ কাঠৰ আৰু পিতলৰ পুতলা মাহী মোক কিনি দিয়ে। গৰু, ঘোঁৰা, হাতী, উট আদিৰ পুতলাবোৰ মোৰ ছবি অঁকাৰ মডেল হিচাপে মই বহুতদিনলৈকে ব্যৱহাৰ কৰিছিলো। আজিও বাৰাণসীত সেইধৰণৰ পুতলা তৈয়াৰ হয় যদিও সেই 'কন্‌ভেন্‌চনেল' আকাৰ আৰু তুলিৰ সূক্ষ্ম টান ক'ত যেন হেৰাই গৈছে। নাওত উঠি উমানন্দ, অশ্বক্ৰান্ত আৰু বাগিত উঠি বশিষ্ঠাশ্ৰমলৈ যোৱাৰ কথাও মনত আছে। গধূলি বেলিকা আমি গুৱাহাটীৰ কোনো এগৰাকী বিশিষ্ট ভদ্ৰলোকৰ তালৈ গৈছিলো। কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ, হেমচন্দ্ৰ গোস্বামী, মাণিক চন্দ্ৰ চৌধুৰী, চন্দ্ৰনাথ শৰ্মা আৰু দুই-এগৰাকী কটন কলেজৰ অধ্যাপকৰ ঘৰলৈ যোৱাৰ কথা মনত পৰে। ফণী ফুকন ডাঙৰীয়াৰ ঘৰটো ইমান ভাল ঠাইত যে তাৰ বাৰাণ্ডাৰ পৰাই লুইতৰ বুকুত

উটি যোৱা জাহাজ আৰু পশ্চিমীয়া সাউদৰ শুকুলা পালতৰা নাওবোৰৰ ৰূপ মই প্ৰাণভৰি উপভোগ কৰিছিলো। ইয়াৰ উপৰিও আবেলি বেলিকা ঘাটলৈ গুলাই গ'লে নৈৰ বুকুত ৰঙৰ ভাণ্ড ঢালি চকা ডুবাৰ দৃশ্যটোৱে মোৰ প্ৰাণ মতলীয়া কৰি তুলিছিল।

এদিন গধূলি বেলিকা আমি শিবসাগৰ বুলি আকৌ ৰেলত উঠিলো আৰু পিছদিনাখন যথাসময়ত ঘৰ পালোগৈ। ভ্ৰমণৰ অভিজ্ঞতাৰে পৰিপূৰ্ণ হৈ মই স্কুলত উপস্থিত হ'লো আৰু মোৰ সহপাঠীবোৰৰ মাজত যে মই এতিয়া এখন ওখ আসনৰ অধিকাৰী তাক মই জনাই নাছিলো। স্কুল বহাৰ আগত পানীখোৱা ছুটীত আৰু ঘৰলৈ উভতি অহা সময়ত মই এজন গল্প কোৱাত পাকৈত মানুহ হৈ অনৰ্গল গল্প কৈ যাবলগীয়া হ'ল। কমিচন হিচাপে এটা বন্ধুৰপৰা দুই এটা চীনা বাদাম, আনটোৰ পৰা এটা চেনিগুটি পাবলৈ ধৰিলো। মাজে-সময়ে চিলটত ৰেল, জাহাজ, পালতৰা নাও আৰু ধোঁৱা-ৰ্খাগিন ছবি আঁকি 'ইলাষ্ট্ৰেটেড' বক্তৃতাও যে দিয়া নাছিলো এনে নহয়। মুঠতে ক'বলৈ হ'লে মোৰ সহপাঠীৰ মাজত মই এতিয়া এজন ভি আই পি। ওচৰ-চুবুৰীয়াক দুই চাৰিটা কামৰূপীয়া ভাষা কৈ বেছ হঁহুৱাইছিলো বুলিও মনত পৰে।

বেজবৰুৱা টোলত মোৰ ককা-আইতাৰ অভাৱ নাছিল। বৰ ককা হ'ল জগন্নাথ বেজবৰুৱা। তেওঁ কিন্তু 'ভাইচাৰমেন' দেউতা বুলিহে সুপৰিচিত আছিল। কিয়নো তেওঁ বহুতদিন ধৰি মিউনিচিপেলিটিৰ ভাইচ চেয়াৰমেন পদ অধিকাৰ কৰি আছিল। এই বৰ ককা এগৰাকী ধীৰ স্থিৰ আৰু স্বল্পভাষী প্ৰকৃতিৰ পুৰুষ। পৈত্ৰিক সূত্ৰে পোৱা কবিৰাজী ঔষধৰ এখন সৰু কাৰখানা ভালদৰেই চলাইছিল। মাজু ককা বিষ্ণু বেজবৰুৱায়েও দৰৱ-পাতি তৈয়াৰ কৰিছিল আৰু মাজে-সময়ে চিকিৎসাও কৰিছিল। সৰু ককা বিনন্দ বেজবৰুৱা, যৌৱন কালত 'ডেকা বেজ' নামে পৰিচিত মাধব বেজবৰুৱাৰ দেউতাক। লক্ষ্মীনাথ ৰুকাদেউতা সম্পাদিত বাঁহী আলোচনীখন তেওঁ সজাই-পৰাই উলিয়াই পুনৰ্জীৱন দান কৰিছিল ত্ৰিশ দশকৰ শেষৰ ফালে। কিন্তু দ্বিতীয় মহাযুদ্ধৰ অস্বাভাৱিক পৰিস্থিতিত আৰু তেওঁ ক্ষয় ৰোগত আক্ৰান্ত হৈ অকালতে ঢুকুৱা কাৰণে বাঁহী আৰু টিকি নাথাকিল। তেও অসম ছাত্ৰ সন্মিলনৰ সভ্য আছিল আৰু অসহযোগ আন্দোলনতো যোগদান কৰিছিল। তেওঁ এজন উদ্যোগী পুৰুষ আছিল। কটন কলেজৰ ছাত্ৰ থকা কালত 'লাচিত উৎসৱ' সৃষ্টি কৰি অসমীয়া ডেকাক উৎসাহিত কৰিছিল।

মাজু ককাদেউতা বিষ্ণু বেজবৰুৱা আৰু 'ভাইচাৰমেন' ককাদেউতা জগন্নাথ বেজবৰুৱাৰ ভাত যেতিয়া কোমোৱাৰ খণ্ড তৈয়াৰ কৰা হয় আমাৰ মন আনন্দত ভৰি পৰে। চাল কোমোৱাৰ পৰা গোটেই দিন ধৰি খণ্ড তৈয়াৰ কৰি ভেটুৱাত ভৰোৱা হয়, তাৰে এটাহে আমাৰ ভাগত পৰিব বুলি জানি আমি খাপ দি বহি থৈছিলো। সুদীৰ্ঘ দেহৰ মাজু ককাৰ মুখত এটা পাইপ সদায় ওলমি থাকে। উদাৰ প্ৰকৃতিৰ মানুহ, কোনোবাই কেতিয়াবা পৰৰ বদনাম বা নিন্দা কৰিলে পাইপটো আঁতৰাই 'এইবোৰ কথা আমাক কেলৈ লাগিছে' বুলি ভেকাহি মাৰি উঠে। মাজু ককা আৰু আইতা দুয়োজনে বেছ 'মাইডিয়াৰ' আছিল বুলিয়েই হয়তো আমাৰ নিচিনা সৰু ল'ৰা -ছোৱালীহঁতৰ লগত এটা

চেনেহৰ সম্পৰ্ক গঢ়ি তুলিছিল। মহাপুৰুষীয়া পৰিয়াল— গোসাঁই ঘৰত দিনে তিনিবাৰকৈ নাম প্ৰসঙ্গ হৈছিল। সন্ধিয়াৰ বেলিকা প্ৰদীপ জ্বলোৱা সময়ত বৰকাহ, টিলিঙা, আৰু ডবা পিটিবৰ কাৰণে আমাক মাতি নি কি যে আনন্দ দান কৰিছিল আজিও পাহৰা নাই। ইয়াৰ উপৰিও ভাদত যেতিয়া মহাপুৰুষৰ তিথি পৰে সেই দিনবোৰত তেওঁৰ স্বপাক খিচিৰি খাবলৈ আমাৰ নিমন্ত্ৰণ থাকে। নগ'লে চিএৰি মাতি নিয়ে। কেতিয়াবা পেট কামুৰিলে ককাৰ ওচৰলৈ দৌৰ দিছিলো— 'কি হ'ল, কি চুৰ কৰি খাইছিলি' বুলি এটা ধমক সোধাই আলমাৰিৰ পৰা নাগাৰ্জুন বড়ি খাবলৈ দিয়াৰ কথা কোনেনো পাহৰিব পাৰে?

সেই যুগত শিৱসাগৰ চহৰত কানিপানৰ প্ৰচলন যে নাছিল এনে নহয়। দুই এজন সম্ভ্ৰান্ত ভদ্ৰলোকো যে কানিত আসক্ত আছিল বেছ মনত পৰে। লক্ষ্মীনাথ ককাৰ কানিয়াৰ বিষয়ে লিখা কথাত তেওঁলোকৰ চৰিত্ৰ সম্পূৰ্ণভাৱে তালাচ-নিকাচ কৰাৰ বাকী নেথাকিল যদিও তাৰ আৰ্টিষ্টিক ফালটো বোধকৰো ফঁহিয়ায় চাব পৰা যায়। সম্ভ্ৰান্ত কানিয়াৰ কানিপানৰ 'পেৰাফাৰ্ণেলিয়া' জটিল। খোৱাৰ সময়ত জিভাৰ জাল মাৰিবৰ কাৰণে অৰ্ধচন্দ্ৰাকৃতিভাৱে সজোৱা নানা পদৰ সৰু সৰু থাল, বাটিবোৰ চকুত লগা। কাঠিত দিয়া পুঠি মাছৰ পৰা আৰম্ভ কৰি লেঠাৰি লাগি গৈ গাখীৰৰ সৰ, টনা গুৰ বা মৌজোল পাইহে 'ৰেঞ্জ' সমাপ্ত হয়। মাজত একুৰা অঙঠাৰ জুই, হোঁকা, দীঘল বাঁহৰ চুঙা, পাণ-কটা সৰু এচলি পীৰা; কটাৰি আৰু তাৰ মাজত ৰৰপীৰাত বৰডাঙৰীয়া। ডাঙৰীয়াৰ কিবা দোষ লাগে বুলি গৃহিণীও তৎপৰ। হোঁকাটো মহা আড়ম্বৰেৰে ধৰাই লৈ এহোপা মাৰি অঙঠাসহ কানিপানৰ গুটিটো ফুঁ দি উৰাই অকণমান ভজা মাছ যেতিয়া জিভাত লগায়— ডাঙৰীয়াৰ অতীত গৌৰৱ আৰু আমেজৰ চিত্ৰ ফুটি উঠে। ছালছিগা ভিকহু কানিয়াৰো অভাৱ নাছিল। তাৰে এজন হ'ল নগাকাই। আমাৰ নিচিনা ল'ৰা-ছোৱালীৰ কাৰণে তেওঁৰ ওফাইডাং কথাৰ এটা ভঁৰাল আছিল। কাম-কাজ কৰি খাবলৈ টান পায়, এলাহ তেওঁৰ চিৰলগৰীয়া। অ'ত-ত'ত দুই এদিন হাজিৰা কাম কৰি যিকেইটা সিকি আধলি পায় তাৰে পেটৰ পোৰণি মৰাতকৈ হোঁকাৰ পোৰণিতহে লগায়। চকত চাউল পৰকেই বা নপৰক ভ্ৰূক্ষেপ নাই, ওচৰ-চুবুৰীয়াৰ পৰা বিচাৰি অনা পৰুলীয়া চাউলৰ কেইটামান কৰকৰা বা পইতা ভাত হ'লেই হ'ল। নিমিলিলেও ক্ষতি নাই। এটা বা দুটা চেঙেলি বা খলিহনা অঙঠাত পুৰি ল'ব পাৰিলে বা অকণমান গুৰ-চেনি বা শুকান বগৰীৰ গুৰি জিভাত লগাই হোঁকাটো টানিব পাৰিলে 'ফুল ডিনাৰ'। কেতিয়াবা গধূলি মজা চাবৰ কাৰণে তেওঁৰ ঢোকা দিয়া জীৰ্ণ পঁজাটোৰ দুৱাৰমুখত থিয় হওঁ। নগাকায়ে নজনা-নুশুনা কথাও জানো বুলি কয়, জানোচা নাজানো বুলিলে তেওঁৰ মান হানি হয়। কামাখ্যা মন্দিৰ তুমি দেখিছানে নাই বুলি ককাইক এদিন সোধাত তেওঁ থত খাই উঠিল আৰু অলপ চিন্তা কৰি আমাক ক'লে— 'অলপ অলপ দেখিছো'। সঁচা নে মিছা নেজানো, তেওঁৰ বোলে নগা পাহাৰত জন্ম হৈছিল, সেইকাৰণে তেওঁৰ নাম নগা বুলি গৰ্ব কৰে। ইয়াৰ উপৰিও তেওঁ যেনো

'কুম্পানী'ৰ আমোলত এটা ডাঙৰ চাকৰি কৰিছিল বুলি ওফাইডাং মাৰি কয়। মহাৰাণী 'ভূইক ভিক্টৰীয়া'ৰ বিষয়ে তেওঁ কোৱা কাহিনী শুনি হাঁহিত আমাৰ পেটৰ নাড়ি ছিগা অৱস্থা হয়। নগাকাই বোলে এবাৰ 'ইনফুয়েনজা' ৰোগত ধৰাশায়ী হৈছিল 'বেজবৰুৱা দৰৱখানাৰ' কোৱাথ আৰু বড়িয়ে তেওঁক নেপাইগে, সেইকাৰণে অৱশেষত বাঘৰ আগমণ্ডহৰ সৈতে বাঁহেকৰ শিপাৰ কোৱাথ খাই আৰু জ্বৰ গাবলগীয়া নহ'ল। এই কথাবাৰ মাক কোৱাত তেওঁ হাঁহি হাঁহি ক'লে— 'কানিৰ মাহাত্ম্য এনেকুৱায়।'

টোলৰ পৰা ওলাই আহিলে সোঁহাতে পৰে বেজবৰুৱা হাইস্কুল আৰু বাওঁহাতে এটা তিনিচুকীয়া পুখুৰী। কেইবছৰমান আগতে এই পুখুৰীটো পুতি কৰ্মবীৰ বৰদলৈৰ নামেৰে এখন উদ্যান কৰা হৈছে। দিখৌৰ ওচৰতে তাৰাপ্ৰসাদ চলিহাৰ ঘৰ। কেতিয়াবা কেতিয়াবা দেওবাৰে দেউতাৰ লগত ময়ো চলিহা পৰিয়ালৰ ঘৰলৈ গৈছিলো। তাৰাপ্ৰসাদ চলিহা ৰাতিপুৱাৰ সময়খিনি দেউতাৰ লগত শাস্ত্ৰ ভাগৱত আৰু তন্ত্ৰাদিৰ বিষয়ে আলোচনা কৰিছিল। তেওঁলোকৰ আহল-বহল চ'ৰা ঘৰটোৰ সোঁ মাজত এখন প্ৰকাণ্ড ঘূৰণীয়া মেজ আৰু বহুত চকি। বেৰত শৰ পহুৰ ডাঙৰ ডাঙৰ শিং আৰু প্ৰত্যেকখন বেৰতেই আত্মীয়সকলৰ ব্ৰোমাইড এনলাৰ্জমেণ্ট আঁৰা আছিল। ফটোবোৰৰ 'গ'ল্ড গিল্ড ফ্ৰেম'ত বুটাম ফুলৰ মালা পিন্ধোৱা আছিল। ফুলনিখনত নানা তৰহৰ দেশী আৰু বিদেশী ফুল-লতাৰে ভৰপূৰ আছিল। বিমলাপ্ৰসাদ চলিহা তেতিয়া হাইস্কুলৰ ছাত্ৰ, দেউতাৰ প্ৰিয় ছাত্ৰ আৰু ককাইদেউৰ সহপাঠী। বিমলাপ্ৰসাদে চাইকেলত উঠি মাজে মাজে আমাৰ ঘৰলৈ আহিছিল। পদুলিৰ তামোল গছ এজোপাত চাইকেল আঁউজাই থৈ ককাইদেউৰ লগত কথা পতা বা পঢ়া-শুনা কৰা সময়ত মই চাইকেলখনৰ প্ৰত্যেকটো বস্তু তন্নতন্নকৈ পৰীক্ষা কৰিছিলো, কিয়নো দুচক্ৰ যানৰ লগত মোৰ এই প্ৰথম পৰিচয়। সেইসময়ত চহৰত মটৰ-কাৰ নাছিল। কদাচিৎ এজন বাগিচাৰ চাহাবে এখন খাকী ৰঙৰ কাপোৰৰ হুড় লগোৱা ফ'ৰ্ড-কাৰ সাউৎ কৰি ট্ৰাঙ্ক ৰোডৰ ওপৰেদি চলাই যোৱাহে দেখিছিলো। চলিহা পৰিয়ালৰ পিছে চাইকেল, টেবুল ফেন, মটৰ-চাইকেল আৰু মটৰ- কাৰো আছিল। তাৰাপ্ৰসাদ চলিহাই মটৰ-চাইকেলেৰে কাছাৰীলৈ অহা-যোৱা কৰিছিল। এওঁলোকৰ সৌজন্যত চহৰৰ প্ৰত্যেকৰেই বহুত নতুন অভিজ্ঞতা হৈছিল। মনত পৰে এওঁলোকৰ ঘৰৰ এখন বিয়াত কলিকতাৰ পৰা বায়'স্কোপ আনি দেখুওৱা হৈছিল। এয়েই বায়'স্কোপৰ লগত আমাৰ প্ৰথম পৰিচয়। নাচি-বাগি থকা চাহাব, মেম, বিলাতৰ বাট-ঘাট, পাহাৰৰ ওপৰত ধোঁৱা চেঁকুৰোৱা, গধূলিৰ আন্ধাৰত ছবি দিয়া এখন বগা পৰ্দাত এই ছবিবোৰ জীৱন্ত হৈ উঠিছিল, লগতে আমিও যেন এখন 'চাইলেণ্ট পিক্‌চাৰ' হৈ ৰ লাগি চাই ৰৈছিলো। মাজে-সময়ে আমি কুকন নগৰলৈকো গৈছিলো। কুকন নগৰ মানেই লিচু বুলি ধৰি লৈছিলো। ফণীধৰ চলিহা ডাঙৰীয়াৰ বাৰীত বহুত লিচু গছ আছিল। লিচু পকা বতৰত গ'লে লিচুটো খাবলৈ পাওঁ, আকৌ এটোপোলা লগতো লৈ আহোঁ।

সেই কালছোৱাত মানুহৰ জীৱন যাত্ৰা অতি সৰল সহজ আছিল। সেই যুগৰ মানুহৰ বৰ্তমানৰ জীৱন-নিৰ্বাহৰ জটিলতা কল্পনাতো অগোচৰ আছিল। মই জন্মত এই

চহন্দৰ প্ৰত্যেকটি পৰিয়ালৰ এডোখৰ ৰাগিত আৰু বস্তি মাটি আছিল। কাৰো যদিহে এনেকুৱা পৈতৃক সম্পত্তি নাছিল সিয়ো কোনো ৰকমে দুপইছা ৰোজকাৰ কৰি সংসাৰ চলাব পাৰিছিল। কোৱা বাহুল্য যে তেতিয়া ৰূপ এটকাৰ কিনা-বেচা ক্ষমতা আছিল অপৰিসীম। টকাত চাউল ষোল সেৰ, দুআনি এটা পেলালেই কাঠপাৰৰ বুঢ়ীয়ে খাঁটি গাখীৰ এসেৰ ঘৰলৈকে আহি কৰিয়াৰ পৰা ঢালি দিছিল। সেইকালৰ মানুহক সোৰোপা বা এলেহুৱা বুলি নাইবা সামান্যতে সন্তুষ্ট বুলি ক'ব পাৰা তাত মোৰ আপত্তি নাই। মই ইকন'মিষ্ট আৰু ষ্টেটিষ্টিচিয়ান্ আদিৰ নেচনেল ইনকাম, পাৰ কেপিটা ইনকাম ইত্যাদি কথাৰ ভু নেৰাখো। মই সেই যুগৰ সামান্য শিক্ষা-দীক্ষা লাভ কৰা মানুহ, তাতে আকৌ গোটেই জীৱনটো কাম নকৰি অকাজ কৰিহে কটাইছো। পিছে বৰ্তমানৰ মহানগৰীৰ ধাৱমান জীৱনৰ লগত পৰি আজৰি সময় নাই বুলি যেতিয়া ভাবো, তেতিয়া সেই কালৰ শিৱসাগৰৰ মানুহৰ আজৰি সময় উপভোগ কৰা আৰু সামান্যতে সন্তুষ্ট থাকি জীৱন কটোৱা ডেকা-বুঢ়াৰ কথা মনত পৰে। তেওঁলোকৰ নাছিল অট্টালিকা, নাছিল ধন দৌলত, নাছিল ব্লাড প্ৰেছাৰ, নাছিল হাৰ্ট ট্ৰাব'ল। মহামাৰীয়ে নেপালে প্ৰকৃতিগতভাৱে ডাঙৰ-দীঘল হৈ বাৰ্ধক্য আৰু মৃত্যু। কীৰ্তিৰ ওখ দ'ল বান্ধি যাব নোৱাৰিলেও অলপ অচৰপ আধ্যাত্মিক চিন্তাৰ সহায়ত সমাজৰ ভেটিটোকে বান্ধি ৰাখিছিল।

পৰমহংসদেৱে এদিন কৈছিল মোটা ভাত মোটা কাপোৰত সন্তুষ্ট থাকি বাকী সময়খিনি আধ্যাত্মিক চিন্তাত লগোৱা। এইবোৰ সেই কালৰ কথা, বুলি ক'ব পৰা যাব। জীৱনৰ গতি আজি দ্ৰুতৰ পৰা দ্ৰুততম। দ্ৰুততম গতিৰেই পাতালপুৰীৰ পৰা মহাকাশলৈকে জয় কৰিছো— অৱকাশ নাই জীৱন ডাইনামিক। মহাকালৰ কিন্তু মন্থৰ গতি— কদাচিত খং উঠিলেহে অনাদি কালৰ তুঁহ জুইকুৰাত ফু দি জ্বলন্ত শিখাগছ লক -লকাই তুলি চব লণ্ড-ভণ্ড কৰি দি আকৌ উমাই উমাই জ্বলিবলৈ ধৰে। মুঠতে ক'বলৈ হ'লে আধুনিক মানুহ গতি- দেৱতাৰ দাস। মই ভয়ে ভয়ে ষ্টেটিষ্টিচিয়ান এজনক এদিন সুধিলো 'স্পিড্ পৃথিৱীত কিমান বাঢ়িছে? অবাক হ'লো, তেওঁৰ নিচিনা মানুহে মোৰ এই কথাষাৰ শুনি নুমাই যোৱা চিগাৰটোত জুই জ্বলাই খিৰিকিয়েদি অফিচ আৱাৰৰ বিজি ৰাস্তাটোলৈ এক্‌মিনিটমান একেৰাহে চাই ৰ'ল। পিছ মুহূৰ্তত এটা হাঁহি মাৰি ক'লে— 'প্ৰথম মহাযুদ্ধৰ পিছত পেৰি মহানগৰীৰ এটা ৰাস্তাত এখন ঘোঁৰা-বাগিয়ে ঘণ্টাত ন কিলোমিটাৰ পথ অতিক্ৰম কৰিছিল, কিন্তু আজি সেই একেটা ৰাস্তাতেই এখন মটৰ-গাড়ী ঘণ্টাত আঠ কিল'মিটাৰতকৈ বেছি চলিব নোৱাৰে। মই অঙ্ক কৰি দেখা পাইছো যে একালে গতি বঢ়ালে আনফালে সেই গতি হ্ৰহকি পিছলৈ আহিবলৈ বাধ্য। আধুনিক মানুহে একোটা জটিল 'প্ৰবলেম' 'চলভ্' কৰি মুক্তি নাপায়, ইতিমধ্যেই আৰু এটা জটিলতৰ প্ৰবলেমৰ উদয় অনিবাৰ্য হৈ উঠে। এই প্ৰশ্নৰ শেষ ক'ত নাজানো, ওমৰ খৈয়ামৰ দৰেই মই আজি একেখন দুৱাৰেদি ওলাই আহিলো।

**Marriage is a Romance where the Hero dies in the first chapter.**
এই কথাষাৰ কৌতুকপূৰ্ণ বুলি এৰি দি বিবাহোৎসৱত যোগদান কৰা উচিত, কিয়নো

বিয়া মাজ্যাতাৰ আমোলৰ পৰাই চলি আহিছে। ল'ৰাই বৰলাভাত খাই জীৱন কটাব সেই কথা আই-বোপাইৰ সাপোনবো অগোচৰ। ল'ৰা-ছোৱালীক বিয়া দিবই লাগিব। এই আনন্দ ৰসৰপৰা কোনো ডেকা-গাভৰু বঞ্চিত হোৱা কাম্য নহয়। আনন্দৰ মাজতেই সৃষ্টি প্ৰবাহমান। বিয়া তিনিদিনীয়া হ'লেও কমেও সাতদিন ধৰি ল'ৰা, বুঢ়া, জীয়ৰী, বোৱাৰী, মাহী, পেহীৰ উলাহ-মালহে আনন্দ ৰসৰ জোৱাৰ তুলিছিল। সেই কালত বিয়া মানে আনন্দ উপভোগৰ অৱকাশ, সীমিতৰ ভিতৰত অসীম আনন্দ লাভৰ চেষ্টা। তিনিদিনীয়া বা চাৰিদিনীয়াকৈ বিয়া পতা হৈছিল যদিও বিশেষ অৱস্থাপন্ন পৰিয়ালত সাদিনীয়া বিয়াৰ প্ৰথাও চলি আহিছিল। ব্যক্তি বিশেষৰ আৰু আৰ্থিক সামৰ্থ্যৰ ওপৰত বিয়াৰ আড়ম্বৰ সম্পূৰ্ণভাৱে নিৰ্ভৰ কৰিছিল। চহৰৰ কোনো এঘৰত বিয়াৰ নাম-গোন্ধ ওলালেই কমেও এপষেক ধৰি ওচৰ-চুবুৰীয়া, আত্মীয় স্বজনৰ উখল- মাখল অৱস্থা। ৰন্ধা-পতা, বেই-সজা, মৰল সজোৱা আৰু গাখীৰ, দৈ, কোমল চাউল, গুৰ লগোৱাৰ বিচক্ষণ মানুহৰ অভাৱ নাইছিল, নিজেই উপযাচি কামৰ ভাব গাত লয়। জীয়ৰী-বোৱাৰীৰতো কথাই নাই, বিয়া ঘৰত দিনে দুই-তিনিবাৰ হাজিৰা দিয়ে। বয়সীয়া উপদেষ্টাবো অভাব নাই। দৰাচলতে ক'বলৈ হ'লে বিয়া নহয় এটা সাৰ্বজনীন উৎসৱহে। এই উৎসৱ জাত, কুল আৰু প্ৰথা অনুযায়ী নিয়ম বিধি পালন কৰি দৰা কইনাক সাতপাকে বান্ধে। বিয়া ঘৰৰ কাম প্ৰহৰে প্ৰহৰে চলি থাকে— দোকমোকালিতে দৈয়ন, পানী তোলা, বাঁহ দি দুৱাৰ সজোৱা, জোৰোণ, বৰণ ডলাৰে পদুলিত দৰা আদৰা, গুৱাগুৰি তোলা, মৰলত আয়তীসকলৰ বিয়া নাম, জোৰা নাম, দৰা-কইনাৰ চাউলৰ মাজৰপৰা আঙঠি আবিষ্কাৰ কৰা আৰু দৰা ভেটি ডেকা ল'ৰাৰ আনন্দৰ ছবি মোৰ চকুৰ আগত এতিয়াও ভাঁহি আছে। ইয়াৰ উপৰিও মনত পৰে গাঁৱলীয়া জীৱনৰ এখন ছবি— নতুন জোঁতায়ে চুৰিয়া, কামিজ-চোলাৰ ওপৰত 'ওৱেচ্ কোট', মূৰত ফুলাম গামোচা, হাতত দৈ আৰু গুৰৰ টিপা, পিছে পিছে নতুন কইনাক লগত লৈ পথাৰৰ আলিয়েদি আঠমঙলা খাবলৈ বাট লোৱা। সেই যুগত চহৰৰ মানুহে দুৰ্গোৎসৱ পাতিছিল যদিও জন্মাষ্টমী, ৰাস আৰু ফাকুৱা আদি পৰ্বতহে বেছি উৎসাহ দেখা গৈছিল, কিয়নো তাৰ বেছিভাগ মানুহেই মহাপুৰুষীয়া সম্প্ৰদায়ৰ আছিল। অশোকাষ্টমীত দিচাং মুখত স্নান তৰ্পণ কৰা মানুহৰ এটা বেছ ভিৰ হৈছিল। আমাৰ টোলৰ সকলোৰেই দোকমোকালিতে গৰুৰ গাড়ীত দিচাং মুখ বুলি ৰাওনা হৈছিল। আগদিনাখনেই আমি অ'ৰ-ত'ৰ পৰা বহল বহল আকণ পাত তুলি আনিছিলো। মাই দুখিলা আকণ পাতৰ মাজত ধান, দুবৰি, তুলসী পাত, অশোক ফুল আদি নানান উপাদান ভৰাই ধানখেৰেৰে বান্ধি এসোপা টোপোলা কৰি থৈছিল। দিচাং আৰু দিখৌৰ সঙ্গম স্থলত স্নান কৰি পুণ্যাৰ্জন কৰিবলৈ হ'লে এই আকণ পাতৰ টুপলিটো মূৰত লৈ মন্ত্ৰপাঠ শেষ কৰি প্ৰথম ডুব দিয়াটো একান্তভাৱে প্ৰয়োজন বুলি ভাৱে। এনেকুৱা অসংখ্য টুপলি নৈৰ বুকুত উটি যায় আৰু বাতিপুৱাৰ ৰ'দচাটি ৰূপালী আকণ পাতৰ ওপৰত পৰি জকমকাই উঠে? স্নান কৰি উঠি পুণ্যাৰ্থীসকলে দুই এটা অশোক ফুলৰ কলিও মুখত দিবলাগে।

দিচাংমুখ এডোখৰ ধুনীয়া ঠাই। সেইকাৰণেই গোটেই দিনটো বালিৰ চৰতে কটোৱা হৈছিল। এই পুণ্যাৰ্থীসকলৰ কাৰণে এখন সৰু হাট-বজাৰো বহিছিল। চাউল, ডাইল, আলু, লোণ, মৰিচ আৰু মাটিৰ চৰু কিনি আনি খিচিৰি ৰান্ধি খাই আটায়ে যেন বনভোজৰ আনন্দ উপভোগ কৰিছিল। আমি দৌৰি-ঢাপলি মেলাৰ বস্তু-বাহানি চাই ফুৰিছিলো। মাজে মাজে প্ৰকাণ্ড ধঁতুৰাফুলৰ নিচিনা চুঙা লগোৱা পুৰণি 'হিজ মাষ্টাৰ্চ ভয়েচ' গ্ৰামোফোনৰ বাকচত থকা 'দিল্লীকা কিল্লা দেখ', 'বেনাৰচ কা মন্দিৰ দেখ' ছবিবোৰ মহা আনন্দেৰে আৰু কৌতূহলেৰে চাইছিলো। এপইছাৰ বিনিময়ত সমগ্ৰ ভাৰত ভ্ৰমণতকৈ আৰু বেছি কি আশা কৰা যায়? এই একমাত্ৰ কাৰণেই হয়তো আজিও দিচাংমুখ ঠাই ডুখৰিক পাহৰিব পৰা নাই।

সেই যুগত ধৰ্মভাৱ জীৱনৰ লগত সম্পূৰ্ণ জড়িত হৈ পৰিছিল। উৎসৱ বা যিকোনো অনুষ্ঠানতে ধৰ্মভাৱৰ প্ৰভাৱ চকুত পৰিছিল। যুগৰ পৰিবৰ্তনৰ লগে লগে তাৰ ৰূপ আজি হেৰাই গৈছে। শিৱসাগৰ চহৰৰ মানুহৰ মাজত সামাজিক আৰু ধৰ্মীয়ভাৱৰ যোগাযোগ সুস্পষ্টভাৱে প্ৰকাশ হৈছিল। কঙালী কাতি বিহুত ঘৰে ঘৰে ভেটি বান্ধি তুলসী ৰোৱা হৈছিল। গধূলি মাটিৰ চাকি জ্বলাই নৈবেদ্য আগবঢ়াই নাম-কীৰ্তন কৰাৰ হেৰফেৰ নহৈছিল। ভূত চতুৰ্দশী, দীপান্বিতা আদিও ৰীতিমতে পালন কৰা হৈছিল। এই কাতি বিহুৰ কথা মনত পৰিলে মাধৱ মোমাইদেউৰ কথা আহি পৰে। তেওঁ কঙালী বিহুক একেদিনাই বিদায় দিয়াটো ভাল নেদেখি কাতি বিহুক ভোগালী বিহুলৈকে একেৰাহে চলাই নিয়াৰ কাৰণে এটা অভিনৱ ব্যৱস্থা আৱিষ্কাৰ কৰি টোলৰ সকলো ল'ৰা-ছোৱালীকে অনুপ্ৰাণিত কৰি তুলিছিল। এই নতুন প্ৰথাটো হ'ল— প্ৰতিটো দেওবাৰে এঘৰৰ নহয় এঘৰৰ তুলসী তলত ধূপ-ধূনা চাকি জ্বলাই এখন নৈবেদ্য দি সুৰ দি কীৰ্তন পাঠ কৰা। কীৰ্তন শেষ হ'লে বুট মাহ, কল, নাৰিকলৰ প্ৰসাদৰ ভাগ সকলোৱেই পায়। খৰচৰ ভাৰ কাৰো গাত অকলে নপৰে বুলিয়েই প্ৰত্যেক গৃহস্থ-গৃহস্থনীয়ে সহজেই তাক মানি লৈছিল। এনে ধৰণৰ দুই-চাৰিটা মৌলিক আইডিয়াৰ আৱিষ্কৰ্তা হৈ তেওঁ ল'ৰা-ছোৱালীৰ মাজত প্ৰিয় হৈ পৰিছিল। মাঘবিহুৰ আগতে আমি এটা অতি সুন্দৰ অনুষ্ঠান পালন কৰিছিলো। এই অনুষ্ঠানটো হ'ল 'লখিমী চপোৱা'। আমাৰ পথাৰৰ ধান কাটি ঘৰলৈ অনাৰ কেইদিনমান আগতে আমি নিজেই পথাৰলৈ গৈ জহাধানৰ এটা সৰু ডাঙৰি লৈ আহি তাক সযত্নে আমাৰ পদুলি মুখৰ ওখ পাতাবাহাৰ গছজোপাৰ ডালত ওলোমাই থওঁ। যিদিনাখন আমাৰ ধান গাড়ীত ভৰাই আনি ভঁৰালত সুমোৱাৰ ব্যৱস্থা কৰা হয় তাৰ আগেয়ে আমি সেই ডাঙৰিটো প্ৰথমতে ভঁৰালত সুমাওঁ। কোৱা বাহুল্য যে দেউতাই দিন-ক্ষণ আদি চাই দিছিল আৰু বাইদেউহঁতে এই লখিমী ভঁৰালত সুমোৱা সময়ত উৰুলিও দিছিল। পাছদিনাখন আমি সকলোটি ভাই-ভনী মিলি এই ধান মাৰি, জাৰি, চালি উলিয়াইছিলো। মাই তাৰে 'পৰমান্ন' ৰান্ধি প্ৰথমতে গোসাঁইক আগবঢ়াই দি ওচৰ-চুবুৰীয়া আন ল'ৰা-ছোৱালীহঁতকো মাতি আনি আমাৰ লগত একেলগে খুৱাইছিল। এইভাৱে টোলৰ প্ৰত্যেক পৰিয়ালেই নৱান্ন উৎসৱ

পালন কৰিছিল। এই অনুষ্ঠানৰ কথা আজি বিস্মৃতিৰ গৰ্ভত লীন হৈ গ'লহেঁতেন যদিহে দ্বিতীয় মহাযুদ্ধৰ দিন ধৰি আজিলৈকে ৰেচনৰ পৰলীয়া চাউলৰ যুকুত সোমাই থকা বগা শিলগুটিৰ টুকুৰাই কোনো এটা দাঁতৰ এফাল উৰুৱাই নপঠিয়ালেহেঁতেন আৰু আমাৰ ডেণ্টিষ্ট বন্ধুক কমেও পঁচিশ টকা দক্ষিণা দি 'পৰাচিত' কৰাৰ দৰকাৰ নহ'লহেঁতেন। সেই সুগন্ধি খৰিকা জহাৰ 'পৰমান্ন'ৰ আৰু নবান্নৰ কথা এই কাৰণেই পাহৰিব পৰা নাই।

ভোগালী বিহুৱে টোলৰ ল'ৰাৰ প্ৰাণ তোলপাৰ কৰিছিল। প্ৰথমেই চান্দা তোলাৰ পৰ্ব শেষ কৰি মেজি সাজিবলৈ কোন পৰিয়ালৰ পৰা কেইটা বাঁহ, কেইজোপা মজা গছ পোৱা যাব তাৰ এখন তালিকা কৰি কামত আগবাঢ়িছিল। যথাৰীতিভাৱে উৰুকাৰ দিনাখন পুখুৰীৰ পাৰত মেজি আৰু এটা পঁজাঘৰ বান্ধি ভোজৰ আয়োজন কৰা হৈছিল। মহাপুৰুষীয়া মানুহ নিৰামিষাহাৰী। পাঠা মাৰি ভোজ খোৱা নিষিদ্ধ কিন্তু ধৰ্মৰ ৰীতি-নীতি যিমানেই কটকটীয়া নহ'ওক 'একছেপ্চন' থাকে আৰু ককাদেউতাহঁতে যুগৰ পৰিবৰ্তনলৈ লক্ষ্য ৰাখি উদাৰ মনোবৃত্তিৰ পৰিচয় দি ডেকা-ল'ৰাহঁতক ছাগলীৰ পৰিবৰ্তে হাঁহকে মাৰি ভোজ খাবলৈ সন্মতি দিছিল। ভোজ খাই গোটেই ৰাতিটো উজাগৰে কটাই ফেঁহুজালি দিলেই পুখুৰীত ডুব এটা দি আহি মেজি জ্বলাই দিয়া হৈছিল। প্ৰত্যেক ঘৰৰ পৰা ফেনিৰ্পিঠা, চুঙাপিঠা, ঘিলাপিঠা, হেঁচাপিঠা, তিলৰ লাৰু আৰু মাহ কড়াইৰ একোখন ৰৰকাঁহী অগ্নি দেৱতালৈ ভোগ পঠিওৱা হৈছিল। মাঘমহীয়া পুৱাৰ কুঁৱলিৰ বৰচেলেং কাপোৰখন ভেদ কৰি হিলৈ ফুটা, লকলকীয়া অগ্নিশিখাত পিঠা পনাৰ নৈবেদ্যবোৰ ঢালি দিয়া দৃশ্যটোৱে মোক মুগ্ধ কৰিছিল। অগ্নি দেৱতাক সেৱা জনাই অৱশেষত ঘৰলৈ উভতি আহিছিলো আৰু মা-দেউতাক সেৱা কৰি পিঠা-পনা খাই ককাদেউতাহঁতৰ ঘৰলৈ গৈছিলো। তাতো গুৰুজনক সেৱা জনাই জলপান খাই কড়ি খেলাত মনপ্ৰাণ ঢালি দিছিলো। কোনো কোনোৱে আকৌ তিনিচিতে নৰকলৈ গমন, ছয় চিতে বৈকুণ্ঠলৈ প্ৰয়াণৰ অভিনৱ 'গোলোক ধাম' খেলিছিল। ইয়াৰ উপৰিও কণী যুঁজোৱা আৰু গাঁৱৰ মানুহৰ এটা প্ৰিয় খেল। ম'হ-যুঁজোৱা খেলৰ কথাও আজি মনত পৰে। বিহুৰ উৰুকাৰ দিনৰ পৰা দুই-তিনি দিনলৈকে ককাদেউতাহঁতৰ গোসাঁইঘৰত তিনি প্ৰসঙ্গৰ কোব চৰিছিল। সকলোৱেই গুৰুজনক সেৱা জনাবলৈ যায়। গুৰুজনসকলেও জীয়ৰী, নাতি-পুতিৰ তালৈ গৈ দুই এটা পিঠা-পনা মুখত দি আশীৰ্বাদ কৰি আহে।

মাঘ বিহু শেষ হ'লে ৰঙালী বিহুৰ কাৰণে বেছি বাট চাই থাকিব নেলাগে। ৰঙালী বিহুৰ পূৰ্বাভাস দিয়ে গছে ডালে কুঁহিপাত ফুলৰ সমাৰোহে। ফুলাম গামোচা আৰু গোসাঁই ঘৰৰ থাপনা বা সিংহাসনৰ কাৰণে বুটি কৰা কাপোৰ বোৱাৰ গৰকা-মাকোৰ খট-খটনীয়েও জাননী দিয়ে। বিহুৱানৰ কাৰণে তাঁতশালৰ পাতনি পতাৰ দিনাখন মা আৰু বাইদেউহঁতৰ লগতে উঘা পকোৱা, সূতা অনা কামত ময়ো সাধ্যমতে সহায় কৰিছিলো। মাৰ শিপিনী কামত মোৰ বেছ বাগ আছিল। মাই সচৰাচৰতে

কাপোঁৰত উলেৰে তোলা চানেকিবোৰ আমাক দেখুৱাই আমাৰ পছন্দমতে গামোচাত ফুল তুলি দিছিল। মাৰ তলত শিক্ষানবিছি কৰি মই সেই সৰুকালতে চানেকিৰ একণী দুকণী ভাঙি তাঁতত সৰু কাঠি সুমাবলৈ বেছ নিপুণ হৈ উঠিছিলো। টুলত বহি গৰকাযোৰ ঢুকি নোপোৱা গতিকে আৰু চুটি বাহুদুখনিৰে ইফালে মৰা মাকো সিফালে সামৰিব নোৱৰা বাবেহে শিপিনীৰ লগত তাল দিব নোৱাৰিছিলো। কিন্তু তিনি-চাৰিটা ৰঙালী বিহু পাৰ হৈ যোৱাৰ পাছত গৰকা মাৰি মাকো চলাবলৈ সক্ষম হৈ উঠিছিলো। যাহক, এনে প্ৰাথমিক পাঠ জীৱনত বিফলে যোৱা নাই। টেক্সটাইল ডিজাইনৰ বহুত কথাই শিকিছিলো। বিহুৰ পিঠা গুৰি খুন্দোতেও বাইদেউহঁতৰ লগত সমানে ঢেঁকীত চাব দিছিলো। ইয়াৰ বাহিৰেও চোতালত গজা কেয়াবন আৰু মেদেলুৱা গছবোৰ তুলি পেলাইছিলো।

ৰঙালী বিহুত গোসাঁইৰ আগত আগবঢ়াব লাগে বুটি-বচা ফুলাম গামোচা আৰু কেতেকী বা কপৌ ফুল। ছোৱালীৰ খোপাত গুৱাই কপৌ ফুল, আৰু দুই এটা কনক চম্পা। সোণালী কেতেকীৰ গোন্ধে ঘৰ আমোলমোল কৰি তোলে। প্ৰাণ-মন মতলীয়া কৰা কেতেকীৰ সুবাস এতিয়াও অনুভৱ কৰো। স্নিগ্ধ গোলাপী কপৌফুল আজিও হাবিত ফুলে কিন্তু মোৰ পৰা বহুত দূৰৈত। 'ক'লনৰ' সৰ্বোৎকৃষ্ট এচেন্সকো এই সুৰভিয়ে হাৰ মনায। এই স্নিগ্ধ ৰং, এই সুৰভি মোৰ অতি প্ৰিয় কিযনো প্ৰকৃতিদেৱীয়ে আপোনহাতে বিলোৱা ই যে ৰাসায়নিক প্ৰক্ৰিয়াৰ ভিতৰেদি অহা 'এলকহল'ত সানমিহলি হৈ থকা সুৰভি নহয়। তাৰ ৰং 'লিন্‌চিড'ত্ বা 'গাম্ এৰেবিক'ত কোমলাই ৰখা 'ফ্ৰেছ্‌পেইণ্ট' নহয।

মানুহ বিহুৰ আগদিনাখন গৰু বিহু। আমাৰ হ'লে গৰু বা দামুৰি এটাও নাছিল। বিহুৰ সময়ত দেউতা মাক এই কথাটো কৈছিলো, কিন্তু দেউতাই এই বিষয়ে কিয় কাণ নিদিছিল নাজানো। সেই কাৰণে মাখিয়তী বিচাৰি হাবি-বন তহিলং কৰা আমাৰ প্ৰয়োজন নহৈছিল। লাও-বেঙেনা কুটি শলাত সুমাই গৰু ধুৱাবৰ সময়ত গাত ছটিয়াই দি— 'লাও খা বেঙেনা খা- বছৰে বছৰে বাঢ়ি যা' বা 'মাখিয়তীৰ দীঘল পাত মাখি মাৰো জাক জাক' বুলি গোৱাৰ আনন্দৰ পৰা বঞ্চিত হৈছিলো যদিও বিলৰ পাৰত দৰ্শকৰ স্থান অধিকাৰ কৰি কিছু পৰিমাণে আনন্দ উপভোগ কৰিছিলো।

মাঘৰ ভোগালী বিহুৰ লগত ৰঙালী বিহুৰ কৰ্মসূচীৰ খুব বেছি তাৰতম্য নাছিল যদিও উৰুকাৰ আগতেই মাঘ বিহুত চিৰা সান্দহ খুন্দাৰ পৰ্বটো বেছ জাঙৰ লৈ লাগিছিল। ৰঙালী বিহুত কি ল'ৰা-বুঢ়া, কি ডেকা-গাভৰু সকলোৰেই প্ৰাণত নতুনৰ মোহন মেল বহিছিল। এইটো যে আমাৰ বসন্ত উৎসৱ— নতুন বিহুৱান গাত দি আনন্দ ৰসত ডুব দি নাচি-বাগি থাকোতেই সাত বিহুৰে মেলানি মাগিছিল। বট গছৰ তলৰ 'আলো-ছায়াৰ আলপনা' আছিল সকল গাঁৱলীয়া ডেকা-গাভৰুৰ প্ৰাণৰ মিলন কেন্দ্ৰ। সেইদিন ধৰি ডেকা-গাভৰুৱে বট গছৰ তলত নাচি-বাগি আনন্দত মতলীয়া হৈ উঠে। এই বসন্ত উৎসৱৰ ওৰ পৰে সাত বিহুৰ দিনা; কিন্তু আচলতে এই আনন্দ মেলৰ সমাপ্তি হয়

বিয়াৰ মৰুলতহে। এইভাবেই ডেকা-গাভৰুৱে তেওঁলোকৰ জীৱন সঙ্গী বা সঙ্গিনী বাছি লোৱাৰ সুযোগ পায়। এই উৎসৱৰ পৰাই যুগ যুগ ধৰি মুখে মুখে ৰচিত বিহু গীতে অসমৰ লোক সাহিত্যক পৰিপুষ্ট কৰি আহিছে।

বিহু বিহু বুলি বিহুৱা চৰায়ে
দিলেহি বিহুৰে জান,
বিৰিখৰ ডালতে কুলিয়ে জুৰিলে
অমিয় মধুৰ তান।

অতিকৈ চেনেহৰ মুগাৰে মহুৰা
অতিকৈ চেনেহৰ মাকো,
তাতোকৈ চেনেহৰ বহাগৰ বিহুটি
নেপাতি কেনেকৈ থাকো।

উজাই আহিলে মাছে কি মগৰে
উজাই আহিলে শিহু,
কান্ধতে ঢোলটি মুখতে পেঁপাটি
পালেহি বহাগৰ বিহু।

চ'তে গৈয়ে গৈয়ে বহাগে পালেহি
ফুলিলে ভেবেলি লতা,
কৈয়ে থাকো মানে ওৰকে নপৰে
আমাৰে বিহুৰে কথা।

চ'তৰ শুকান ঠাল-ঠেঙুলিত নতুন প্ৰাণৰ স্পন্দন উঠিছিল। চ'ত গ'ল, বহাগ আহিল ; আনন্দ ৰসৰ ভেটা ভাঙি মানুহে পুৰণিক বিদায় দি নতুনক আঁকোৱালি ধৰিছিল। সৰুতে কেতিয়াবা বেছিকৈ নাচিলে-বাগিলে গুৰুজনে কোৱা কথাষাৰ— 'তোৰনো কি চ'তৰ বিহু লাগিছে?' ইয়াৰ ভিতৰতেই ৰঙালী বিহুৰ আনন্দ-উৎসৱৰ ৰূপ ধৰা দিয়ে। উৰুকাৰ ৰাতিৰ পৰা চেৰা বিহুলৈকে মনৰ ৰঙত ৰং ঢালি দিন-ৰাতিবোৰ কেনেকৈ পিছলি গৈছিল একেবাৰেই গম নাপাইছিলো। জাতি-কুটুম্বৰ লেবানি নিছিগা অকল আহা-যোৱাতেই নহয় সেৰাৰ উজানতো গুৰুজনে উদ্ধাৰ নাপায়। ৰাতি দুপৰলৈকে হুঁচৰিৰ দল আহে। উৰুকাৰ ৰাতি আমাৰ সকলোটি ভাই-ভনীৰ হাত ভৰিৰ আঙুলিত শিহা জেতুকা পাতৰ প্ৰলেপ, তাৰ ওপৰত আকৌ কটা কানিৰ বেণ্ডেজ সযত্নে বন্ধা। 'দেউতাৰ পদুলিত গোন্ধাইছে মধুৰী' বুলি ঢোলত প্ৰথম চাপৰ মাৰিলেই আমি পাটী এৰি খোৰাই খোৰাই চোতাললৈ ওলোৱাৰ কথা ভাবিলে এতিয়াও হাঁহি উঠে। সেই অৱস্থাত আমাৰ ভৰি-হাতলৈ চালে একোটাহঁত সম্মুখ সমৰত পৰা আহত

সৈনিক যেনহে লাগিছিল।

মই শিৱসাগৰত কটোৱা কালছোৱাত সমাজ-জীৱনজনো কি কি অনুষ্ঠান পালন কৰা হৈছিল আটাইবোৰ মনত নপৰিলেও জয়মতী উৎসৱৰ কথা পাহৰা নাই। সেই সময়ত কমলালয়া কাকতীৰ উদ্যোগত শিৱসাগৰ চহৰত মহিলা সমিতি প্ৰতিষ্ঠা কৰা হয়, আৰু আমাৰ মায়ো 'ফাউণ্ডাৰ মেম্বাৰ' হিচাপে সমিতিৰ কামত যোগদান কৰিছিল। এই সমিতিৰ সৌজন্যত প্ৰত্যেক বছৰেই জয়সাগৰৰ দেৱী দ'লত সতীৰ পুণ্য তিথি পালন কৰা হৈছিল। উৎসৱৰ দিনাখন চহৰৰ প্ৰায় মানুহেই জয়সাগৰত গোট খাইছিল। তিৰোতাসকলে তাত এখন বৰসবাহ পাতিছিল। আবেলি বেলিকা মাহ-প্ৰসাদ খাইহে ঘৰলৈ উভতিছিলো।

গোলাঘাটত আমাৰ এজন মোমাইদেউ কৃষ্ণনাথ বেজবৰুৱাৰ ঘৰ। ককাদেউতা শ্ৰীনাথ বেজবৰুৱাই প্ৰতিষ্ঠা কৰা 'বেজবৰুৱা স্কুল'টো তেতিয়া তেওঁ চলাইছিল। এই স্কুলঘৰটো ককাদেউতাই নিজ হাতে গঢ়া বুলিলেও ভুল নহয়। ককাদেউতা স্বাধীনচেতা প্ৰকৃতিৰ মানুহ আছিল কাৰণেই নিজৰ ককায়েক গোবিন্দ বেজবৰুৱাৰ যোৰহাটৰ বেজবৰুৱা স্কুলৰ শিক্ষকৰ কাম এৰি আহি গোলাঘাটত সেই স্কুলটো পাতিছিল। তেতিয়া তেওঁৰ আৰ্থিক অৱস্থা ভাল নাছিল। অৰ্থৰ অনাটন হ'লে কি হ'ব, নিজ বুদ্ধিৰ বলত আৰু লগতে কুলি-মিস্ত্ৰিৰ লগত সমানে কৰত ৰেপি, হাতুৰি কোবাই স্কুল ঘৰটো থিয় কৰাই তুলিছিল। খোৱা-পিন্ধাৰ সকলো আড়ম্বৰ ত্যাগ কৰি যিখিনি ধন গোটাব পাৰিছিল তাকো তেওঁ স্কুলৰ উন্নতিৰ কাৰণে ব্যয় কৰিছিল। একাগ্ৰতা আৰু অধ্যৱসায়ৰ ফলত স্কুলটো ভালদৰেই প্ৰতিষ্ঠিত হৈছিল। অভাৱ লাহে লাহে কমি আহিল কিন্তু সচ্ছল অৱস্থা তেওঁ ভোগ কৰিবলৈ নাপালে। ক'ৰ পৰা যুদ্ধৰ ৰোগ 'ইনফ্লুয়েঞ্জা' আহি গোটেই মানুহক আক্ৰমণ কৰিলে। তেওঁ ৰাতিপুৱাৰ পৰা গধূলিলৈকে ঘৰে ঘৰে গৈ গোলাঘাটবাসীক চিকিৎসা কৰি নিজেই এদিন সেই ৰোগত পৰি অকালতে জীৱন ত্যাগ কৰিবলগীয়া হৈছিল। ঘৰত আৰু পৰত সকলোকে শুশ্ৰূষা কৰোঁতে নিজক দেখাৰ কোনো নাছিল, নিজৰ ঔষধ বটলতেই পৰি ৰৈছিল। এই যুদ্ধৰ ইনফ্লুয়েঞ্জা ৰোগটোনো কি, কেনেকৈনো সাত সাগৰ পাৰ হৈ আহি আমাৰ দেশৰ হাজাৰ হাজাৰ প্ৰাণ ধুই নিলে তাৰ উত্তৰ সেইসময়ত মোক কোনেও ভালদৰে দিব পৰা নাছিল। স্বাভাৱিকভাৱে মই যিটো কথা জানিব খোজো তাক বিচাৰি উলিওৱাত কোনো হেৰ-ফেৰ হোৱাটো ভাল নাপাওঁ। সৰুৰে পৰা মোৰ এই স্বভাৱটো বহুতে ল'ৰাৰ সন্ধানী মনোবৃত্তি বুলি কৈছিল, কোনোৱে আকৌ মোক গোঁৱাৰ গোবিন্দ আখ্যা দিছিল। সি যিয়েই নহওক বহুদিনৰ পাছত এখন চিকিৎসা বিজ্ঞানৰ গ্ৰন্থত উত্তৰটো উদ্ধাৰ কৰিছিলো। চমুকৈ ক'বলৈ হ'লে ইউৰোপত প্ৰথম মহাযুদ্ধৰ সময়ত মিত্ৰশক্তিসমূহৰ পক্ষে আমেৰিকাই যোগদান কৰাত স্পেইন ৰাজ্যৰ ৰাজধানী মাদ্ৰিড নগৰীৰ এটা পৰীক্ষাগাৰত জাৰ্মান বৈজ্ঞানিকসকলে ইনফ্লুয়েঞ্জা বীজাণু উৎপাদন কৰিবলৈ সমৰ্থ হৈছিল। ইয়াৰ মূল উদ্দেশ্য আছিল যে এই বীজাণুবোৰ আমেৰিকাৰ বন্দৰত এবাৰ এৰি দিব পাৰিলে তাৰ নাৱিকবোৰ এই ৰোগত

নিশ্চয় আক্রান্ত হ'ব আৰু আমেৰিকান সৈন্যৰ ইউৰোপ যাত্ৰা একেবাৰে বন্ধ হৈ পৰিব। এই সঙ্কল্পটো কাৰ্যত পৰিণতি লাভ কৰাৰ আগেয়েই বৈজ্ঞানিকসকলৰ মাজত মনোমালিন্য ঘটে আৰু তেওঁলোকৰ ভিতৰত দ্বন্দ্ব-কাজিয়া লাগি থাকোতেই পৰীক্ষাগাৰৰ পৰা কিছুমান বীজাণু কোনো সূত্ৰে বতাহত মিলি যায়। চাওঁতে চাওঁতেই বীজাণুবোৰে গোটেই স্পেইনদেশ ছাটি পেলায়। অতি কম সময়ৰ ভিতৰতেই এই ইনফ্লুয়েঞ্জা ৰোগ মহামাৰী হৈ নানান দেশত বিয়পি পৰে।

ককাদেউতাৰ কথা মোৰ মনত নপৰে কিয়নো মোৰ জ্ঞান-বুদ্ধি হোৱাৰ আগেয়েই তেওঁ ইহ সংসাৰৰ পৰা বিদায় লৈছিল। লক্ষ্মীনাথ বেজবৰুৱাই 'মোৰ জীৱন সোঁৱৰণ'ত ককায়েকৰ বিষয়ে দুই-চাৰিটা কথা লিখি গৈছে। ককাদেউতা এগৰাকী ধৰ্মনিষ্ঠ আৰু শান্ত প্ৰকৃতিৰ মানুহ আছিল। নিজ কৰ্মক্ষেত্ৰত যুগধৰ্ম অনুসৰি পাশ্চাত্যৰ কিছুমান লেখত ল'বলগীয়া গুণৰ অধিকাৰী আছিল। পৰোপকাৰ তেওঁৰ জীৱনৰ ব্ৰত আছিল। গোলাঘাটত কটোৱা দিনকেইটাত মই ককা-আইতাৰ মৰম-চেনেহৰ পৰা বঞ্চিত আছিলো বুলি ভালদৰে অনুভৱ কৰিছিলো। আমাৰ আইতাও বেছ কিছুদিন আগতেই ঢুকাইছিল। অৱশ্যে মাহীটি, জেঠাইটিৰ মৰম-চেনেহে মোৰ এই অভাৱ পূৰণ কৰিছিল।

সেইসময়ৰ শিৱসাগৰ গাঁৱো নহয় চহৰো নহয়, গাঁও আৰু চহৰৰ সংমিশ্ৰণহে বোলা যায়। আহোম যুগৰ ডা-ডাঙৰীয়াসকলে তেওঁলোকৰ অতীত গৌৰৱৰ স্মৃতি সৌৰভ বিলাই জীৱন কটাইছিল। ডেকাসকলৰো কোনো বিশেষ উদ্যমৰ পৰিচয় পোৱা নগৈছিল। চেকেণ্ড ক্লাছলৈকে পঢ়া-শুনা কৰিব পাৰিলেই বাগিচাৰ কেৰাণী, মহৰীবাবুৰ কামৰ কাৰণে যোগ্য ব্যক্তি হৈ উঠিলো বুলিয়েই ভাবিছিল। আকাংক্ষাৰ ৰামধেনুৰ ৰং তেওঁলোকৰ চকুৰ আগত কেতিয়াও ভাঁহি নুঠিছিল। পৈতৃক সম্পত্তি হিচাপে এচমকা মাটি আৰু মূৰ গুজিবলৈ ঘৰ বাৰী এখন আছেইতো, তেনেহ'লে আমাৰনো চিন্তা-ভাবনা কিহৰ? অৱশ্যে তেতিয়াও দুই চাৰিজন মেধাৱী ছাত্ৰ যে গুৱাহাটী আৰু কলিকতালৈ উচ্চ শিক্ষাৰ কাৰণে যোৱা নাছিল তেনে নহয়। সমাজ জীৱনৰ মেৰে মেৰে আঁট লাগি থকা সংস্কাৰেই নে কুসংস্কাৰেই বোলা তাৰ ভু লোৱা মোৰ বয়সৰ এটা ল'ৰাৰ কাৰণে 'কালিৰ ল'ৰাৰ মুখত পৰহিৰ গীত।' কিন্তু এইটোও ধ্ৰুৱ সত্য যে আমি সংস্কাৰ কুসংস্কাৰৰ দীঘ পুতল কামিবে বোৱা দলংখনৰ ওপৰেদি ভৰি টিপি টিপি বাট বুলি আগবাঢ়িবলগীয়া হৈছিল। সেই সমাজ-জীৱনৰ দুই-এটা কথা মোৰ মনৰ পৰা কেতিয়াও মচ খাই যোৱা নাছিল আৰু সুদূৰ ভৱিষ্যতত মোৰ প্ৰাণত সহাঁৰি দি যে উঠা নাছিল, এনে নহয়। সেইকাৰণেই তাৰেই এটা কাহিনী লিখিবলৈ চেষ্টা নকৰি নোৱাৰিলো। মই তেতিয়া পাঠশালাৰ ছাত্ৰ। জীৱনৰ পাঠশালাৰ দুৱাৰডলিতহে ভৰি দিছোহি। সেই সময়ত চহৰৰপৰা অলপ দূৰৰ এটি পৰিয়ালৰ তালৈ মাৰ লগত মমো মাজে-সময়ে ফুৰিবলৈ যোৱাৰ কথা মনত পৰে। এই ডাঙৰ গৃহস্থালিখনৰ হৰ্তা-কৰ্তা বিধাতাই সংসাৰৰ সকলো দায়িত্ব তেওঁৰ দুগৰাকী পত্নীৰ হাতত শঁপি দি ইহলীলা

সম্বনা কৰিছিল। এই অকল্পিত গুৰু দায়িত্বৰ ভাৰ তেওঁলোকে ভালদৰেই বহন কৰিছিল। ল'ৰাইতে অ'ত-ত'ত কাম কৰে, মাহেকে পষেকেহে ঘৰলৈ আহে। এই মহিলা দুগৰাকীৰ মৰম সাদৰে মোক মুগ্ধ কৰি ৰাখিছিল। বৰ গৰাকীৰ বয়স ভাটি দিছে, কুমৰ দুই ফালেই চুলিত ৰূপালী আভা। সৰু গৰাকীৰ বয়স তুলনামূলক হিচাপে খুব কম। আমি মাজ চোতালত ভৰি দিয়াৰ শব্দ পালেই সৰু গৰাকী ক'ৰ পৰা সাউৎকাৰে ওলাই আহি হাঁহি ভৰা মুখে মোক আঁকোৱালি ধৰে, কতনো মৰম সাদৰ কৰে। জা-জলপান নুখুৱাই এৰাৰতো কথাই নুঠে। ওচৰ-চুবুৰীয়াই তেওঁক অতি মৰমিয়াল, আদৰ্শ তিৰোতা বোলে, তাতে আকৌ হাতেও কাজি, উৰি যোৱা পখিলাৰ ডেউকাও হেনো তাঁতত বাচিব পাৰে। ওচৰৰ জীয়ৰী-বোৱাৰীয়ে তেওঁৰ পৰাই কাপোৰত ফুল বাচিবলৈ শিকে।

মাজে-সময়ে তেওঁলোকৰ তালৈ অহা-যোৱা কৰি থাকোতেই বেছ বছৰচেৰেক বাগৰি গ'ল। বহুত দিনৰ পাছত এনেকৈয়ে এদিনাখন দুপৰীয়া তেওঁলোকৰ ঘৰলৈ গৈছিলো। সেইদিনা কিন্তু মোক দেখিলেই চেনেহেৰে আঁকোৱালি ধৰা মহিলাগৰাকীক নেদেখি মোৰ মনটো কেনেবা কেনেবা লাগিল। ঘৰৰ আগৰ পৰিবেশ সম্পূৰ্ণ বদলি হৈ গৈছে যেন লাগিল। অলপ সময়ৰ পাছতহে বৰ তিৰোতাগৰাকী আহি আমাক বাৰাণ্ডাত বহিবলৈ দি গহীনভাৱে লাহে লাহে মাৰ লগত কিযে কথা-বতৰা পাতিছিল তাৰ এটা কথাও মই বুজিব নোৱাৰিলো। ল'ৰাৰ মন স্বাভাৱিকতে চঞ্চল, তাতে সেই মুহূৰ্তত মই কোনো 'এটেনচন্' নাপাই তেওঁলোকৰ ঘৰত কাম-বন কৰা মানুহটোক বিচাৰি বাৰীৰ পিছফালে খোজ ল'লো। কি কপাল, আজি সিও দেখোন নাই। এই মানুহটোক সকলোৱে ভেবা বোলে। সি মোৰ লগত আধা ভগা অসমীয়াত কি কয় সিহে জানে। মই তাৰ কথা একেবাৰেই নুবুজো। মোক দেখিলেই সি তাৰ এটা ধৰা-বন্ধা কৰ্তব্যৰ ত্ৰুটি কেতিয়াও নকৰে— দুপৰ ৰ'দত ডেউকা চিকচিকাই থকা ৰঙা বা বগা জিঁয়া এটা বা দুটা নিমিষতে ধৰি আনি মোৰ হাতত দিয়ে। মই জিঁয়াটো নেমাৰি এৰি দিলে সি— হুঃ হুঃ কৰি হাঁহি কোৱা সেই কথাষাৰ মনত পৰে— 'হে পনাকান্ হেৰি দিলে কেলে?' আজি তাক নেপাই দুপৰ ৰ'দত অকলে অকলে ঘূৰি-পকি আমনি লাগি আকৌ মাইতঁৰ ওচৰতে বহিলো। মুখলৈ চাই তেওঁলোকৰ দুখৰ কথাৰ আজি ওৰ নপৰিব যেন লাগিল। অৱশেষত মা উঠিল; তেতিয়া বৰ গৃহিণীয়ে মোৰ মূৰত হাত ফুৰাই ক'লে— 'ল'ৰাটোৰ হাতত আজি একোৱেই দিয়া নহ'ল, বান্ধনি ঘৰত সোমাবৰে মন যোৱা নাই বুজিছানে?' মাই 'সকলো বুজিলো— এই কপালৰ ফেৰ' বুলি ঘৰলৈ বাট ল'লে। এই সকলোবোৰ কথা মিলি মোৰ মনটো একেবাৰেই ভাল নলগা কাৰণেই বাটত মাক সুধিলো— 'মা তেওঁ ক'লৈনো গৈছে, কেতিয়ানো আহিব— মোক জিঁয়া ধৰি দিয়া মানুহটোকো দেখোন আজি লগ নাপালো?' মোৰ এই প্ৰশ্নবোৰৰ উত্তৰ হিচাপে মাই ক'লে— 'ক'ৰবালৈ গৈছে হ'বলা, কেতিয়া আহিব নাজানো।' ৰ'দচোন বেচাই বাঢ়, দেউতাৰ আক কৰকাৰেন স্কুলৰ পৰা আহি পালেহিয়েই হ'বলা— চাহ-জলপান কৰিব

লাগিব।' মাৰ মুখৰ পৰা এনেকুৱা এটা উত্তৰ পাই দুনাই আৰু একোকে সুধিবলৈ মন নগ'ল। কিন্তু সেই তিৰোতাগৰাকীৰ চেনেহসনা হাঁহিভৰা মধুৰ মুখখনি বহুদিনলৈকে মোৰ চকুৰ আগত মাজে মাজে ভাঁহি উঠিলেও এই বিষয়ে কোনো কথাই মই কেতিয়াও মাক সোধা নাছিলো। বছৰৰ পাছত বছৰ আহিল গ'ল কিন্তু তেওঁ আৰু উভতি নাহিল; মোৰ শৈশৱৰ দিনবোৰৰ আনন্দ আৰু সুখ-দুখৰ লগত সানখাই সেই মধুৰ চেনেহসনা মুখখনি আজিও স্মৃতিপটত ভাঁহিব লাগিছে...।

প্ৰায় এযুগ পাৰ হৈ গ'ল। দিখৌৰ সোঁতত উটি বুৰি আহি, আমি বুঢ়া লুইতৰ পাৰত লাগিলো। কটন কলেজিয়েট স্কুলৰ পৰা মেট্ৰিকুলেচন্ পৰীক্ষা পাছ কৰি প্ৰথম কলেজত সোমাইছো। এনে সময়ত মা নৰিয়াত পৰে। ভাল হৈ উঠিছে যদিও দুৰ্বলতাৰ কাৰণে ডাক্তৰে এতিয়াও বিছনা এৰিবলৈ দিয়া নাই। বাইদেউহঁতৰ বিয়া হৈ ওলাই গ'ল। ঘৰত দ্বিতীয় তিৰোতা মানুহ নাই। এদিন দুপৰীয়া বেলিকা ময়েই মাৰ চুলিৰ জঁট ভাঙি দিছিলো। এনেসময়ত হঠাত মোৰ মনত পৰিল সেই হেৰাই যোৱা তিৰোতাগৰাকীৰ কথা। তেওঁৰ কথা মাৰ মনত আছেনে নাই বুলি সোধাত মাই আচৰিত হৈ সুধিলে—'তোৰ কি তেওঁৰ কথা এতিয়াও মনত পৰে?' মই ক'লো— 'নপৰিবনো কিয়? ল'ৰাকালত পোৱা মৰম-চেনেহৰ সোৱাদ সহজে কি পাহৰি যোৱা সম্ভৱ? তেওঁ মোক ইমান মৰম-সাদৰ কৰিছিল বুলিয়েই...।' মোৰ কথাৰ শেষ নৌ পৰোতেই মাই মোক ক'লে 'বহুত গল্প, উপন্যাস আৰু নাটক পঢ়িছতো এতিয়া, এইটোও তেনেকুৱা ধৰণৰ এটি গল্প— কওঁ শুন। সৰুতে তোক লগত লৈ মাজে-সময়ে যি মানুহঘৰলৈ গৈছিলো তেওঁলোক এটা সম্ভ্ৰান্ত পৰিয়াল আৰু যথেষ্ট সম্পত্তিৰ অধিকাৰী। ডাঙৰীয়াই যথা সময়ত বিয়া-বাৰু কৰাই সুকলমে ঘৰ-সংসাৰ চলায়। সেই সময়ত তেওঁৰ ল'ৰাহঁতো ডাঙৰ-দীঘল হৈ উঠি কাম-কাজত লাগে। ডাঙৰীয়াৰ বয়স ভাটি দিয়া সত্বেও আকৌনো কিয় বিয়াত বহিবৰ মন গ'ল ক'ব নোৱাৰো, সংসাৰখনতো ভালেই চলিছিল। তোক মৰম সাদৰ কৰা সেই সুৱদি তিৰোতাগৰাকী ডাঙৰীয়াৰ দ্বিতীয় পক্ষ। তেওঁ নিজৰ ল'ৰা-ছোৱালী নাছিল কাৰণে মাতৃত্বৰ মৰম-চেনেহৰ ভাগ তয়েই পাইছিলি কাৰণেই তেওঁক এতিয়াও পাহৰি যাব পৰা নাই, এইটো অতি স্বাভাৱিক।

ৰাতিপুৱাৰ কোমল ৰ'দ-বতাহত ঠন ধৰি উঠা ফুলপাহিকো কেতিয়াবা দুপৰ নৌ পাওঁতেই কেৰোণে ধৰে। তাই বেচেৰীয়ে এনেখন কপালেই লগত লৈ আহিছিল। কেইটামান বছৰ যাওঁতে নেযাওঁতেই গিৰিয়েক ঢুকাল, ফুলতে বিধৱা হ'ল। বৰ বৈণীয়ে তাইক চেনেহৰ চকুৰেই চাইছিল, দন-কাজিয়া লগাতো দূৰৰ কথা। পিছে সকলো কপালৰ লিখন, মচিব কোনে। তেওঁলোকৰ পদুলিৰ মুখতেই আৰু এঘৰ প্ৰতিপত্তিশালী মানুহ আছিল। বৰ সৰু এহাল ল'ৰাই বিয়াৰ যোগ্য হৈ থকা সত্বেও মাক-বাপেকে তাহাঁতক বিয়া দিদি নৰলা ভাত কিয়নো খুৱাইছিল নাজানো। সৰু পুতেকটোৱে ওচৰ চুবুৰীয়া হিচাপে বাইদেউ বুলি মাতি ঘনাই এওঁলোকৰ ঘৰলৈ আহে বুলি সকলোৱেই জানে। এনেতে এদিন সৰু বৈণী সন্তৱা হয় বুলি কথাটো ফুনুক-ফানাককৈ ওলায়।

সম্ভ্ৰান্ত বৰণীৰা পোৱা ডাঙৰীয়াৰ গৃহিণী এনেকুৱা এটা বিপদৰ সন্মুখীন হোৱাত একৰকম এখন পঞ্চায়তেই পতাৰ ব্যৱস্থা কৰা হ'ল। দহজন জ্ঞানী মানুহে যদি এনেকুৱা এটা কথাৰ বিচাৰ কৰিবলৈ যাওঁতে নিৰপেক্ষতা অৱলম্বন কৰিলেহেঁতেন তেনেহ'লে কেঁচু বিচাৰোতে সাপেই ধৰা পৰিলহেঁতেন; কিন্তু সেই বিচাৰৰ বৰ মেলেকি হ'ল ল'ৰাৰ বাপেক। তাতে আকৌ সমাজত এনে কাৰ্যকলাপৰ কাৰণে পুৰুষৰ সাতখুন মাফ ; যত দোষ সকলো তিৰোতাৰ। ল'ৰাৰ বাপেকে আগেয়েই সকলোকে বুজাই-বঢ়াই মান্তি কৰি থ'লে যে তেওঁৰ ল'ৰাক দোষী সাব্যস্ত কৰা সপোনৰ অগোচৰ, হ'বই নোৱাৰে। সমাজৰ কৰ্ণধাৰসকলে তথাস্তু বুলিলে সঁচা— কিন্তু এখন বেৰহে চেৰাই যোৱা হ'ল, আনখননো কি উপায়ে পাৰ হোৱা যায়? তাইকনো এতিয়া কাৰ লগত সাঙুৰি দিয়া যায়? এই ঘোৰ সমস্যাৰ সমাধান কৰাৰ কাৰণে সকু শ্ৰেণীয়ে যেন কেতিয়াও তেওঁৰ ল'ৰাৰ নাম উল্লেখ নকৰে তাৰ বাবে প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে চেষ্টা কৰা হ'ল। জেওৰাৰ কামিডাল ভালদৰে পাক দি বব নজনা সেই এলাবাদু মানুহটোক বুজাই শুনাই টকা-পইচা দি তাকেই এই পাপৰ কাৰণে সম্পূৰ্ণ দায়ী বুলি মান্তি কৰোৱা হ'ল। অৱশেষত বিচাৰ সভাত ভেবা মানুহটোৱে 'হা' বোলা মাত্ৰকতে শেষ অঙ্কৰ যৱনিকা চিৰকালৰ কাৰণে পতন হ'ল। পিছদিনা ৰাতিপুৱা আন্ধাৰে-পোহৰে টোপোলা-টুপুলি বান্ধি চাকৰটো পদুলি ওলাল আৰু সমাজৰ আদেশ পালন কৰিবৰ কাৰণে তাই বেচেৰীয়ে ওৰণিৰে মুখ ঢাকি উচুপি উচুপি কান্দি তাৰ পিছে পিছে ৰাওনা হ'ল। এই অচিন পথৰ শেষনো ক'ত তাই নাজানে। তাই কি এতিয়া বাগানত চাহপাত তুলিছেনে নাইবা চাওতাল পৰগণাৰ কোনো এটা পঁজাঘৰত জীৱন কটাইছে? হয়তো ডিঙিত কলহ বান্ধি ইহ সংসাৰৰ পৰা কেতিয়াবাই বিদায়ো ল'ব পাৰে; তাৰ উত্তৰাদিহ কোনেনো দিব পাৰিব? তাইৰ এই পৰিণতি হ'ব বুলি কোনেনো ভাবিব পাৰিছিল আৰু এবাৰ কিনো ক'বলৈ ধৰোতে মাই চকুলো টুকিলে। কথাটো উলিয়াই ভুলেই কৰিলোনেকি বুলি মাক মই ক'লে— 'যাওক এইবোৰ কথা, এইবোৰ চিন্তা-ভাবনা কৰি তুমি আৰু কি কৰিবা। দুৰ্বল শৰীৰ, এতিয়া অলপমান শোৱাচোন বুলি মই এখন আলোচনীৰ পাত লুটিয়াবলৈ ধৰিলো। অলপ পাছতে মাৰ চিলমিলকৈ টোপনি অহা দেখি ময়ো বিছনাত দীঘল দিলো। বিছনাত পৰি সমাজৰ এই দুৰ্যোৰ অবিচাৰৰ কথাটো লৈ নিজ মনে এটাৰ পাছত এটা প্ৰশ্ন কৰি নিজ যুক্তিৰে তাৰ উত্তৰ বিচাৰিলো— আপোন যুক্তি যদি অকাট্য হয় তেনেহ'লে সত্যৰ দুৱাৰ মুকলি কৰিব পাৰি ই এটা মোৰ বিশ্বাস। ইয়াক যদি পাপ বুলি ধৰি লোৱা যায় তেনেহ'লে সেই তিৰোতাগৰাকীয়েই কি অকল পাপৰ ভাগী? সৰু গৃহিণীৰ জীৱন ছাৰখাৰ কৰা হ'ল কিন্তু সেই পুৰুষজনৰ—? তেওঁ এতিয়া সেই সমাজৰ এজন বৰমূৰীয়া হৈ হয়তো সুখে স্বচ্ছন্দে দিন কটাইছে। কুসংস্কাৰে ভৰা চিৰকালৰ সমাজনীতি আৰু তাৰ ব্যৱস্থাৰ প্ৰতি মোৰ মনত ঘৃণা জন্মিবলৈ ধৰিলে। এই ঘটনাটোৱে মোৰ অৱচেতন জগতত এটা গভীৰ দাগ কাটি থৈছিল। ল'ৰা কালৰ এই অভিজ্ঞতাটো মই সহজেই পাহৰি যোৱাটোৱেই স্বাভাৱিক কিন্তু যৌৱনকালৰ নানান অভিজ্ঞতাৰ

মাজতো কথাটো নেপাহৰা কাৰণে নতুন দৃষ্টিভঙ্গিৰে চাবলৈ চেষ্টা কৰিলো। দেউতাৰ বাবাৰো এই গভীৰ চিন্তাৰ চাকনৈয়াবোৰত ডুবি ডুবি সেই বয়সতেই জীৱনৰ এটা নতুন মূল্যায়নৰ কাষ চাপিলো। জীৱনৰ আৰু সমাজৰ বিষয়ে নতুন চিন্তাৰ ইংগিত পালো— মোৰ মন যেন হঠাতে বিদ্ৰোহী হৈ উঠিল। সংস্কাৰ বা এই ধৰণৰ কুসংস্কাৰৰ পৰা মুক্তি লাভৰ এটা সপোন দেখিলো। নিজৰ ভিতৰৰ পৰা ওলাই অহা যুক্তিবোৰে মোক আত্মীয়-স্বজন আৰু বন্ধু-বান্ধৱৰ পৰা দূৰলৈ টানি নি অকলশৰীয়া কৰি তুলিছিল। মই লাহে লাহে সংস্কাৰমুক্ত হ'বলৈ ধৰিলো। যুগ যায়, যুগ আহে— তিনিটা যুগ আকৌ পাৰ হৈ গ'ল। ভাবিছিলো আজি পৃথিৱীজুৰি আমাৰেই বাই-ভনীহঁতে সমাজৰ চিৰকলীয়া চাৰিবেৰৰ গণ্ডি ভাঙি মুক্তিৰ পথত অগ্ৰসৰ হৈ 'উইমেন্স লিব' আৰম্ভ কৰিছে। হায়! তুমি যদি আজি সমাজৰ অপৰাধৰ সাক্ষীৰ প্ৰতীক ৰূপে কাঠগড়াত থিয় দি তোমাৰ প্ৰতি অবিচাৰৰ কথা প্ৰাণ খুলি ক'ব পাৰিলাহেঁতেন— কিন্তু তুমি আজি নাই, হেৰাই গ'লা বিস্মৃতিৰ গৰ্ভত!

মই শিৱসাগৰত কটোৰা কালছোৱাত আমোলাপট্টিৰ বেজবৰুৱা টোলৰ দৰৱখানা প্ৰসিদ্ধ আছিল। জগন্নাথ আৰু বিষ্ণু নাথ বেজবৰুৱাই পুৰুষানুক্ৰমে চলি অহা কবিৰাজী বিদ্যাটো এৰি দিয়া নাছিল। তেওঁলোকৰ ঘৰত ভেদাইলতা, অৰ্জুন গছৰ ছাল, বাহকৰ পাত, তিতাফুল ইত্যাদি নানান বনৰীয়া শাক-বনৰ পৰা আৰম্ভ কৰি কতনো ডাল শিপাৰে ভৰি থকা 'জাং চপ' বোৰে মোৰ মনত কৌতূহল সৃষ্টি কৰিছিল। নানা ধৰণৰ লোৰ আৰু কাঠৰ খুন্দনাও আছিল। এই 'ইনফৰ্মেল' কাৰখানাত খণ্ড, মোদক, মহানীল কণ্ঠৰ পৰা স্বৰ্ণশোধিত মকৰধ্বজলৈকে কিনো তৈয়াৰ নহৈছিল! যুদ্ধোত্তৰ যুগত এণ্টিবায়োটিকচৰ উদাৰ প্ৰয়োগত প্ৰাণ ৰক্ষা হয় যদিও ভৱিষ্যতত তাৰ ফল কি হ'ব বুলি আমাৰ ভেষজ বিদ্যানুৰাগীসকলে আকৌ 'চৰক-সংহিতা'ৰ পাত লুটিয়াই চিকিৎসা বিজ্ঞানৰ স্বধৰ্মলৈ উভতি আহিবলৈ চেষ্টা কৰিছে। আমাৰ চৰকাৰৰ পৰাও তেওঁলোকে যথেষ্ট পৰিমাণে উৎসাহ পাইছে। উজনি অসমৰ কবিৰাজী চিকিৎসাৰ কৰ্ণধাৰ বেজবৰুৱা গোষ্ঠীয়েও এই সাধাৰণ বনৌষধত বিশ্বাস কৰিছিল। এই প্ৰসঙ্গত আমাৰ ঠেনুকী বুঢ়ীৰ কথা নকৈ নোৱাৰিলো। ঠেনুকী বাই হ'ল কাঠপাৰৰ মানুহ, সচৰাচৰতে তেওঁ মণ্ডলতি বাই বুলি জনাজাত। দুখিলা চিকুণ পাণ, দুটা তামোল, চৰতীয়া বা দুআনি এটা আগবঢ়ালেই মজিয়াত লেপেটা কাঢ়ি বহি কটাৰিৰ আগেৰে এখনৰ পিছত এখন কাকৈৰ ছবি আঁকি তোমাৰ কপালৰ লিখননো কি, কেতিয়া ভাল দিন হ'ব বা কৰ ছোৱালীজনীৰ বিয়াৰ জোৰা অহা নাইনো কেলেই এই সকলোবোৰ মপৰাই কৈ দিব পাৰে। ঠেনুকী বাইৰ খীণ দেহ, তাতে বয়সে কংকালটোও বেঁকা কৰে, যেন এখন ভিৰ টনা ধেনুহে। এহাতত এডাল দীঘল লাখুটি, আনহাতত গুলমিছে এটা দ'তৰ জোলোঙা। লাখুটিত ভৰ দি বাট কুৰি বাই মাহেকে-পখেকে আমোলাপট্টি ওলাইহি। তিৰোতা মানুহৰ বিকাৰত বাইৰ বনদৰৱ অব্যৰ্থ মহৌষধ। তাইৰ দৰৱত বেজবৰুৱা ডাঙৰীয়াসকলৰো বেছ আস্থা আছিল।

কোনো কোনো সময়ত তেওঁলোকে ৰোগীক এনেদৰে উপদেশ দিয়া শুনিছিলো— 'ঠেনুকীৰ দৰৰ পাতিকেই কেইদিনমান খাই চোবাচোন, যদিহে গুণ নোপোৱা তেনেহ'লে মইতো আছোৱেই। বাইয়ে মজিয়াত বহি বেমাৰৰ সম্পূৰ্ণ 'হিষ্ট্ৰী' শুনি লৈ বাৰীত সামাই নানা বিধৰ ঘাঁহ-বন অৰ্থাৎ 'হাৰ্ব' নিজেই তুলি আনে। ইটোৰ লগত সিটো মিহলাই বেলেগে বেলেগে মুঠি বান্ধি দি কেনেকৈ পিহি মেলি সেহাই দুপৰীয়াৰনে ৰাতিৰ সাজৰ লগত খাব লাগিব তাৰো নিৰ্দেশ দি দুআনি বা সিকিটো সামৰি লয়। দিনচেৰেকৰ পাছত পেটৰ বিষত পাটীত চেপেটা লগা চিৰি চটাহেন তিৰোতায়ো উঠি বহে। মাটি-কাঁদুৰি, বৰ আৰু সৰু মানিমুনি, বনধনীয়া মদাৰৰ কুঁহিপাত, ভেদাই-লতা, মনোবা, লেতাগুটি, তিতাফুল, শুকলতি, হাৰজোৰা, চালকুৱৰী আদি নানান 'হাৰ্ব' আমাক ভালদৰে চিনাই দিছিল। এটা কথাহে মোৰ ভুল হৈ গ'ল। যদিহে বাইৰ পৰা কোনটো কি বিকাৰত লাগে, কিহৰ বা মহৌষধ তাৰ এখন তালিকা যুগুত কৰি ৰাখি থ'ব পাৰিলোহেঁতেন, তাৰে দুই-চাৰিটা 'স্বপ্নপ্ৰদত্ত মহৌষধ' বুলি পেটেণ্ট কৰি জাননী দিলে কোনে জানে লাখপতি হোৱাও হয়তো অসম্ভৱ নাছিল।

দেউতাৰ চাকৰি জীৱনৰ সৰহ ভাগ কাল শিৱসাগৰ গভৰ্ণমেণ্ট হাইস্কুলতে অতিবাহিত হৈছিল। তেতিয়া আজি-কালিৰ দৰে চৰকাৰী কৰ্মচাৰীসকলক সঘনে বদলি কৰা নহৈছিল। তেওঁ শিৱসাগৰ এৰি আহিবলৈ ভালেমান চেষ্টা কৰা সত্ত্বেও কৃতকাৰ্য হোৱা নাছিল। দেউতাই তেওঁৰ খুৰাক মহামহোপাধ্যায় পণ্ডিত ধীৰেশ্বৰ ভট্টাচাৰ্যৰ টোলত সংস্কৃত শাস্ত্ৰ অধ্যয়ন কৰি কৃতী ছাত্ৰ হিচাপে অসম চৰকাৰৰ এটা বৃত্তি লাভ কৰি কলিকতাৰ সংস্কৃত কলেজত পঢ়া শুনা শেষ কৰিছিল আৰু ছাত্ৰ হিচাপে সংস্কৃত কলেজত যথেষ্ট সুখ্যাতিও লাভ কৰিছিল। তেওঁৰ গুৰুদেৱ পণ্ডিতপ্ৰৱৰ মহামহোপাধ্যায় হৰপ্ৰসাদ শাস্ত্ৰীয়ে তেওঁৰ ছাত্ৰৰ সংস্কৃত সাহিত্যৰ ওপৰত অসাধাৰণ দখল দেখি ইমান মুগ্ধ হৈছিল যে সেই যুগৰ বঙ্গদেশৰ পণ্ডিতমণ্ডলীৰ মাজত তেওঁক আনন্দেৰে পৰিচিত কৰি দিছিল। দেউতাই কৈছিল যে তেওঁ কলেজৰ পৰা ওলোৱাৰ আগেয়েই এগৰাকী পাশ্চাত্য সংস্কৃত পণ্ডিতক অভিনন্দন জনোৱাৰ কাৰণে আয়োজিত এখন সভাত শাস্ত্ৰীমহাশয়ে এটা বক্তৃতা দিবৰ কাৰণে তেওঁকেই আগবঢ়াই দিছিল। কোৱা বাহুল্য যে তেওঁ সংস্কৃতত মাতৃভাষাতকৈয়ো ভালদৰে নিজ বক্তব্য প্ৰকাশ কৰিবলৈ সমৰ্থ হৈছিল। চাৰ আশুতোষ মুখোপাধ্যায়ে তেওঁক ডেকা পণ্ডিত বন্ধু বুলি সম্বোধন কৰিছিল আৰু এই 'বেঙ্গল টাইগাৰ'ৰ ঘৰৰ দুৱাৰ তেওঁৰ কাৰণে সদায় মুকলি আছিল।

সেই সময়ত লক্ষ্মীনাথ বেজবৰুৱাও কলিকতাত আছিল আৰু তেওঁৱেই বেজবৰুৱা পৰিয়ালৰ লগত দেউতাক বৈবাহিক সম্বন্ধেৰে আবদ্ধ কৰে। বিয়াৰ পাছত বেজবৰুৱাই তেওঁলোকৰ নতুন জোঁৱাইক এটা চাকৰি লৈ অসমলৈ উভতি যাবলৈ দিহা-পৰামৰ্শ দিয়ে। দেউতাই কলিকতা মহানগৰীত ইমান সুখ্যাতি অৰ্জন কৰাৰ পাছত কলিকতাতেই থকাৰ প্ৰবল ইচ্ছা পোষণ কৰা সত্ত্বেও খুৰা শহুৰেকৰ কথাত অৱশেষত মান্তি হৈ ঘৰমুৱা হ'ল। দেউতাক বুজাই-বঢ়াই দেশলৈ বিদায় দিলে কিন্তু তেওঁ নিজে

কলিকতা এৰি অসমলৈ নুভতিলে। আশুতোষ মুখোপাধ্যায়ে সাংস্কৃতিক কেন্দ্ৰ এই মহানগৰীখন দেউতাই এৰি গুচি যোৱাটো একেবাৰেই নিবিচাৰিছিল আৰু এটা ভাল কাম-কাজ যোগাৰ কৰি দিবও খুজিছিল। দেউতাই এদিন এইটো তেওঁৰ জীৱনৰ এটা সুধৰাব নোৱৰা ভুল বুলি বেছ অনুতাপ কৰিছিল। তেওঁৰ জ্ঞান বিদ্যানুসাৰে অসমত কোনো চাকৰি নুজুটিল বুলিয়েই স্কুল-মাষ্টৰি কামত সোমাই পঞ্চতন্ত্ৰ আৰু বেতাল-পঞ্চবিংশতি ব্যাখ্যা কৰি সকলো উৎসাহ-উদ্দীপনা বিসৰ্জন দিব লগাত পৰিছিল। ক'লৈ গ'ল বেদ বেদান্ত, সাংখ্য আৰু ন্যায় শাস্ত্ৰৰ তত্ত্ব বিচাৰ! তেওঁৰ জীৱনৰ পৰা হেৰাই গ'ল হৰপ্ৰসাদ শাস্ত্ৰী, আশুতোষ মুখোপাধ্যায়, মহামহোপাধ্যায় নৃসিংহনাৰায়ণ সিংহ, হৰিনাথ দে প্ৰমুখ্যে মনীষী মণ্ডলীৰ সান্নিধ্য।

শিৱসাগৰ হাইস্কুলত দেউতাই হেড-পণ্ডিত পদত থকা সময়ত এগৰাকী সংস্কৃত পঢ়া মানুহ হেডমাষ্টৰ হৈ আহে। এক বিষয়ৰে মানুহ বুলি আৰু বিশেষকৈ তেওঁৰ লগত আলাপ-আলোচনা কৰাৰ সুবিধা হ'ব বুলি দেউতাই খুব ভাল পাইছিল। বৃটিছ চৰকাৰৰ আমোলত অসমত দুখনহে মাত্ৰ কলেজ আছিল। তাৰে এখন সুৰ্মা ভেলিৰ মুৰাৰীচাঁদ কলেজ আৰু আনখন হ'ল অসম ভেলিৰ কটন কলেজ। তথাপি কিছুদিনৰ ভিতৰতেই গুৱাহাটীৰ কটন কলেজত সংস্কৃতৰ কাৰণে এজন অধ্যাপকৰ প্ৰয়োজন হোৱাত পণ্ডিত গৌৰীদত্ত মিশ্ৰৰ নামটো 'ৰিকমেণ্ড' কৰা হয়। এই খবৰটোৱে হেডমাষ্টৰ ডাঙৰীয়াৰ বুকুত শেল হানিলে। 'ই কি নোহোৱা নোপজা কথা' মোৰ তলত কাম কৰা এজন মাষ্টৰে মোক চেৰাই কলেজৰ অধ্যাপক হ'ব— ই হ'বই নোৱাৰে। যিকোনো উপায়ে বাট বন্ধ কৰিবই লাগিব। কিন্তু কি কৰা যায় এনেকুৱা এজন গুণী পণ্ডিত যাৰ হাতত বঙ্গদেশৰ সুবিখ্যাত পণ্ডিতমণ্ডলীৰ চাৰ্টিফিকেট আছে যেতিয়া 'ৰিকমেণ্ড' কৰিবই লাগিব। কিন্তু কি কৰা যায়। অৱশেষত সন্ধিৰ বাঁহ বুদ্ধিৰেই কাটি পেলালে। 'পণ্ডিত মিশ্ৰই হ'ল আমাৰ এই স্কুলৰ একমাত্ৰ সংস্কৃতৰ শিক্ষক, তেখেতৰ নিচিনা এজন ব্যক্তিক মই এৰি দিব নোৱাৰো। স্কুলৰ অপকাৰ কৰা হ'ব।' বেছ কথা— এই ৰিপৰ্ট পাই শিক্ষা বিভাগে আৰু মূৰ নঘমালে। দেউতাই এদিন আমাক কৈছিল— 'দুখ কৰি লাভ নাই, এইটো হ'ল মানুহৰ ভিতৰত থকা নানান প্ৰবৃত্তিৰ এটা ৰূপ। ঈৰ্ষাৰ কাৰণে মানুহ যে সময়ে সময়ে কিমান তললৈ নামিব পাৰে তাৰে এটা জ্বলন্ত দৃষ্টান্ত।' নিৰ্বিকাৰ সুৰত আকৌ ক'লে, 'মই নহৈ এই ঠাইত আন এজন পণ্ডিত হ'লেও তেওঁৰো এই একেই অৱস্থা হ'লহেঁতেন; পিছে সুযোগ ৰামধেনুৰ দৰে ক্ষণস্থায়ী। মোৰ কপালেই বেয়া বুলি ধৰি লৈছো— সেইদিনা কলিকতা এৰি নাহিলে কত সুযোগ সুবিধাই পালোহেঁতেন। ছাত্ৰ অৱস্থাতেই মই কলিকতাৰ সুধী-সমাজত যথেষ্ট প্ৰতিষ্ঠা লাভ কৰিছিলো। জীৱনৰ অভিজ্ঞতা সেই বয়সত কম কাৰণেই দদা শঙ্কৰৰ উপদেশ মতে অসমলৈ উভতি নাহিলে মোৰ সোণালী ভৱিষ্যত এনেদৰে হয়তো নষ্ট নহ'লহেঁতেন।'

দেউতা পণ্ডিত গৌৰীদত্ত মিশ্ৰ বিদ্যাভূষণ বিদ্যানিধিয়ে কামৰূপ জিলাৰ ধনীয়া-গোগ নামৰ গাঁওখনিত ওঠৰ শ সাতসত্তৰ চনত জন্ম গ্ৰহণ কৰে। উনৈছ শ তেসত্তৰ চনৰ

উৎসৱৰ সাজত ডেকা নগা - লিখকৰ আঁকা



গোৰীপুৰৰ লোকনৃত্য - লিখকৰ আঁকা



ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা



দেশভক্ত তৰুণৰাম ফুকন



কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ



সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা-লিখকৰ অঁকা



একালত অসমৰ ৰাজ্যপাল ছাৰ আকবৰ হাইদৰী



বিমলা প্ৰসাদ চলিহা

এইদৰে ফেব্ৰুৱাৰীৰ দিনাখন ছয়ানব্বই বছৰ বয়সত গুৱাহাটীত স্বৰ্গগামী হয়। তেওঁৰ খুৰাদেউ আঠঘৰীয়া নিবাসী মহামহোপাধ্যায় পণ্ডিত ধীৰেশ্বৰ আচাৰ্য দেৱৰ টোলত প্ৰথমতে শিক্ষা লাভ কৰে। টোলৰ পাঠ কৃতিত্বৰে সমাপন কৰাৰ পাছত কলিকতাৰ সংস্কৃত কলেজত উচ্চ শিক্ষাৰ কাৰণে অসম চৰকাৰৰ পৰা এটা বৃত্তি লাভ কৰে। সেই সময়ত সংস্কৃত কলেজৰ অধ্যক্ষ আছিল মহামহোপাধ্যায় হৰপ্ৰসাদ শাস্ত্ৰী। ছাত্ৰ অৱস্থাতেই তেওঁ সংস্কৃত ভাষাত অসাধাৰণ দক্ষতাৰ পৰিচয় দিয়ে। তাৰ উপৰিও সংস্কৃত ভাষাত অতি সুন্দৰভাৱে বক্তৃতা দিয়াৰ স্বাভাৱিক ক্ষমতাই তেওঁক পণ্ডিতসকলৰ প্ৰিয়পাত্ৰ কৰি তুলিছিল। তেওঁৰ কিছুমান আপুৰুগীয়া গুণে আশুতোষ মুখোপাধ্যায়, হৰিনাথ দে, মহামহোপাধ্যায় নৃসিংহনাৰায়ণ সিংহ, প্যাৰীমোহন সৰকাৰ প্ৰমুখ্যে নানান খ্যাতনামা ব্যক্তিৰ লগত ঘনিষ্ঠ যোগাযোগ গঢ়ি তুলিছিল। তেওঁ বঙ্গীয় সাহিত্য পৰিষদৰ কাৰ্যকৰী সমিতিৰ সভ্য আৰু বাংলা ভাষাৰ ব্যাকৰণ সংস্কাৰ সমিতিৰ সভ্য আছিল। সাহিত্য পৰিষদৰ পত্ৰিকাত তেওঁৰ বহুত প্ৰবন্ধ প্ৰকাশ হৈছিল। তেওঁ ৰয়েল এচিয়াটিক ছোচাইটিৰো সভ্য নিৰ্বাচিত হৈছিল। চৰকাৰৰ অনুৰোধত তেওঁ আহোম ৰজাৰ সময়ৰ কেইখনমান তামৰ ফলিৰ পাঠোদ্ধাৰ কৰি বিশেষ সুখ্যাতি অৰ্জন কৰিছিল। বিখ্যাত প্ৰত্নতাত্ত্বিক ডঃ ব্লচে (Dr. Bloch) পাঠোদ্ধাৰ কৰিবলৈ বিফল হোৱা কেইখনমান তামৰ ফলিও তেওঁ পাঠোদ্ধাৰ কৰি বিশেষ প্ৰশংসাৰ অধিকাৰী হৈছিল। কামৰূপ অনুসন্ধান সমিতিৰ কাৰ্যকৰীমণ্ডলীৰ সভ্য আছিল আৰু 'হিষ্টৰিকেল এণ্ড এণ্টিকোৱেৰিয়ান ষ্টাডিজ'ৰ লগতো যোগাযোগ আছিল। সংস্কৃত কলেজৰ পৰা ওলাই তেওঁ হৰপ্ৰসাদ শাস্ত্ৰীৰ তত্ত্বাৱধানত কিছুদিন গৱেষণাও কৰিছিল। সেই কালৰ জোনাকী, বাঁহী আদি আলোচনীত তেওঁৰ বহু প্ৰবন্ধ প্ৰকাশিত হৈছিল। ইয়াৰ উপৰিও ৰিচ্লে, গেইট আৰু মিল্চ্ আদি সুবিখ্যাত পাশ্চাত্যৰ পণ্ডিতসকলৰ লগত তেওঁৰ সদায় চিঠি-পত্ৰৰ আদান-প্ৰদান চলিছিল। ঊনবিংশ শতকৰ 'ৰেণেচা'ৰ প্ৰভাৱত তেওঁ যে সংস্কাৰমুক্ত হৈ উঠিছিল তাৰ উদাহৰণ তেওঁৰ উদাৰ মনোবৃত্তি আৰু টোলৰ শিক্ষাপদ্ধতিৰ সংস্কাৰৰ কাৰণে আজীৱন ধৰি কৰা একান্ত প্ৰচেষ্টা। তেওঁ বহুকাল অসম সংস্কৃত ব'ৰ্ডৰ সভাপতি আছিল। অসম সংস্কৃত এছোচিয়েচনৰ মাজুলিত বহা সন্মিলনত পৌৰোহিত্যও কৰিছিল। তেওঁৰ চাৰিকুৰি যোল বছৰীয়া দীঘল জীৱনটোৰ প্ৰায় শেষলৈকে অসমত সংস্কৃত ভাষাৰ উন্নতি সাধনৰ কাৰণে কটাই গৈছিল।

আমাৰ ল'ৰা কালত দেউতাৰ একমাত্ৰ সম্পত্তি আছিল এটা লোহাৰ 'ফেমিলি ট্ৰাঙ্ক'। এই বাকচটোৰ ভিতৰত কি আছিল কি নাছিল তাৰ উৱাদিহ লোৱা আমাৰ পক্ষে সম্ভৱ নহৈছিল যদিও, পণ্ডিতপ্ৰৱৰ মেক্সমূলাৰৰ এখন চিঠি আৰু তেওঁ লিখা ভাৰতৰ সুবিখ্যাত পণ্ডিতমণ্ডলীৰ কিছুমান চিঠিৰ কথা আজিও মনত পৰে। দেউতা ঢুকুৱাৰ পাছত আমি পেৰাটো জাৰি-জোঁকাৰি চাই মেক্সমূলাৰৰ চিঠিখন উদ্ধাৰ কৰিব নোৱাৰিলো। তাতে আকৌ হৰিনাথ দেৰ অৰিজিনেল চিঠিখন কোনোবাই আত্মসাৎ কৰি তাৰ ঠাইত সেই চিঠিৰ কপিটোহে ফিৰত দিছিল দেখি অতি আচৰিত হৈছিলো। তেওঁৰ

বুঢ়া বয়সত কত মানুহেই যে এনেকুৱা আপুৰুগীয়া চিঠি-পত্ৰ আৰু কিতাপ তেওঁৰ পৰা অপহৰণ কৰে তাৰ সীমা-সংখ্যা নাই। যিকোনো বন্ধু-বান্ধৱে তেওঁ চৰ্চা কৰা বিষয়ে কোনো কথা জানিব খুজিলে তেওঁৰ পৰা নানাধৰণে সহায় পাইছিল আৰু লগে লগে জানিবলগীয়া সকলো কথাকে খৰচিমাৰি বুজাই দিছিল। এই নিঃস্বাৰ্থ আৰু উদাৰ মনোভাৱৰ কাৰণে তেওঁৰ বন্ধু-বান্ধৱৰ সংখ্যা ক্ৰমাগতভাৱে বাঢ়ি গৈছিল আৰু কোনো কোনো সময়ত খোৱা-শোৱাৰ সময়ো ঠিক নাথাকিছিল। পণ্ডিত মানুহ কি বিষয়ী হ'ব পাৰে? সংস্কৃত শাস্ত্ৰৰ আলোচনাতেই জীৱনৰ পৰম তৃপ্তি লাভ কৰিছিল আৰু আনকো আনন্দ দান কৰিছিল।

মই পাঠশালাৰ তৃতীয় শ্ৰেণীত পঢ়া অৱস্থাত দেউতা গুৱাহাটীৰ কটন কলেজিয়েট স্কুললৈ বদলি হয়। ককাইদেউ নলিনী কুমাৰ মিশ্ৰ তেতিয়া হাইস্কুলৰ দশম মানৰ ছাত্ৰ। এই খবৰটোৱে আমাৰ প্ৰাণত আনন্দৰ ঢৌ তুলিছিল। দিখৌ এৰিলেনো কি হ'ব? এইবাৰ লুইতৰ পাৰত থাকিম। গুৱাহাটী কিমান ডাঙৰ চহৰ, কত কি যে দেখিম আৰু শুনিম! ইতিমধ্যে আমাৰ গুৱাহাটীলৈ যাবৰ যো-যা আৰম্ভ হ'ল। ককাইদেউৰ আৰু মোৰ ট্ৰেন্‌চ্‌ফাৰ চাৰ্টিফিকেট লোৱা হ'ল। আমাৰ শিৱসাগৰ এৰাৰ খবৰটো নিমিষতে সকলোৰে কাণত পৰিল। ৰাতিপুৱাৰ পৰা গধূলিলৈকে আত্মীয়-স্বজন বন্ধু-বান্ধৱ খবৰ ল'বলৈ ওলালহি, যেন এখন বিয়া- ঘৰহে। ঘৰুৱা সম্পত্তি আমাৰ বেছি নাছিল, ওচৰ-চুবুৰীয়াসকলৰ পৰা তেওঁলোকৰ প্ৰয়োজনীয় ইটো সিটো লাকি-লুকা বস্তু বাহানি 'আমাক দি যাবা' বুলি 'অৰ্ডাৰো প্লেচ্' কৰা হৈ গ'ল। মোৰ এতিয়াও ভালদৰে মনত পৰে— কুলা, খৰাহী, আচাৰৰ ভেটুবাৰ পৰা আৰম্ভ কৰি ককাদেউতাই তৈয়াৰ কৰা মেৰঢাৰি, ফুলকটা গোল-পীৰা, তাঁতৰ মাকো আৰু ফুলতোলা কাঠি পৰ্যন্ত বিলাই দিয়াৰ কথা। আমাৰ বিছনা-পত্ৰ, কাপোৰ-কানি, কাঁহী-বাটি আৰু কিতাপৰ বাকচকেইটা খুব গধুৰ হৈ পৰিছিল। আমাৰ এটা সৰু-সুৰা গ্ৰন্থাগাৰ আছিল বুলি কোৱা যায়। দেউতাৰ নিজৰ সংস্কৃত কিতাপৰ বাহিৰেও সেই সময়ৰ অসমৰ প্ৰত্যেকগৰাকী কবি-সাহিত্যিকৰ গ্ৰন্থ প্ৰকাশ হ'লেই দেউতাক একোখন উপহাৰ দিছিল। জোনাকী, বাঁহী আদি বহুত আলোচনীও আছিল। পিছে কি হ'ব, দেউতা একেবাৰেই উদাসীন মানুহ আছিল। যি কোনো মানুহেই আহি কোনো এখন আপুৰুগীয়া কিতাপ যদি বিচাৰে তেওঁ কাকো বিমুখ নকৰিছিল। দুখৰ কথা সেই কিতাপ কেতিয়াও ঘৰলৈ উভতি নাহিছিল, নিজৰ প্ৰয়োজন হ'লেও দুনাই তাক পোৱা নগৈছিল। লাহে লাহে আমাৰ সেই গ্ৰন্থাগাৰটোৰ আকাৰ সৰু হৈ আহিবলৈ ধৰিলে। কেতিয়াবা কেতিয়াবা দেউতাৰ চহী থকা কিতাপ কাৰো ঘৰত পাই বুটলি অনাৰ কথাও মনত পৰে। কোনে কৈছিল জানো এই কথাষাৰ, 'যি ভাল কিতাপ নিজৰ হাতৰ পৰা এৰি দিয়ে নাইবা আপুৰুগীয়া কিতাপ হাতত পৰিলে আত্মসাৎ নকৰে এই দুয়োজনেই সমানে পোৱাকপলীয়া।'

শিৱসাগৰ এৰি অহাৰ সময়ত দুই-চাৰিটা সহপাঠী বন্ধুকো এৰি আহিম বুলি বেয়া লাগিছিল সঁচা কিন্তু তাতোকৈ বেছি বেয়া লাগিছিল আন এটা কথাতহে, সেইটো

টোলাৰ পুখুৰীটোৰ প্ৰতি মোৰ মায়া। পুখুৰীত নাদুৰি সাঁতুৰি পানী ঘোলা কৰা কাৰণে ক'ত যে ধমক খাইছিলো তাক পাহৰা টান। আমি গুৱাহাটীলৈ ৰাওনা হোৱাৰ দুদিন আগতে পুখুৰীত মনৰ আনন্দে সাঁতুৰি আছিলো। এনেতে ক'ৰ পৰা ককাদেউতা হঠাৎ হাজিৰ। চকু মুদি বুৰ মাৰি পাৰ পালোহি। এবাৰ কেৰাহিকৈ চাই দেখিলো তেওঁৰ মুখত হাঁহি বিৰিঙিছে। অবাক হৈ ৰ লাগি চাই ৰ'লো। নিস্তব্ধতা ভাঙি তেওঁ সুমধুৰ কণ্ঠেৰে ক'লে— 'সাঁতোৰ যিমান পাৰ সাঁতুৰি ল— গুৱাহাটীত টিপ টিপকৈ পৰা কলৰ পানীত গাহে তিয়াব পাৰিবি।' মই এই কথাষাৰ শুনি মন্ত্ৰমুগ্ধৰ দৰে তেওঁৰ মুখলৈ চাই ৰ'লো আৰু সেই মুহূৰ্ততে উপলব্ধিও কৰিলো যে পুখুৰীৰ পানী ঘোলা কৰাৰ অপৰাধতহে ইমানদিন বকনি খাইছিলো, কিন্তু এতিয়া এই পুখুৰী এৰি যামগৈ বুলি তেওঁলোকে মনত দুখ পাইছে। তেওঁলোকে সঁচাকৈয়ে আমাক ভাল পায়— মৰম কৰে।

দিন-ক্ষণ চাই আমি এদিন গুৱাহাটীলৈ ৰাওনা হ'লো। সেই গৰু-গাড়ীতেই যাত্ৰা আৰম্ভ হ'ল, অৱশ্যে এইবাৰেই আমাৰ গৰু-গাড়ীত শেষ যাত্ৰা। শিৱসাগৰ এৰা হ'ল আৰু পাছ দিনাখন ৰাতিপুৱাই ঘোঁৰা-গাড়ীত উঠিলো আৰু লগতে জীৱনৰ গতিও অলপ বেগাই যাবলৈ আৰম্ভ কৰিলে। গধূলি ৰেলগাড়ীত বহি মা-দেউতাই আমি অহাৰ আগতে খবৰ কৰিবলৈ অহা দুই-এযোৰা মানুহৰ কথাকে পাতিছিল। মোৰ মন কিন্তু শিৱসাগৰৰ দিনবোৰৰ সুখ-দুখ আৰু আনন্দেৰে ভৰা কথাৰে ভৰি পৰিছিল। এপিনে পুৰণিক বিদায় দিয়াৰ কষ্ট, আনপিনে নতুন পৰিবেশৰ প্ৰতি আকৰ্ষণে যোগোৱা আনন্দ। এই দোমোজাত পৰি অলপ অস্থিৰ হৈ পৰিছিলো। শিৱসাগৰৰ প্ৰকৃতিৰ বৈচিত্ৰ্যময় ৰূপ চকুৰ আগৰ পৰা লাহে লাহে বিলীন হৈ গৈছিল, কিন্তু সেই সৰু চহৰখনিত দুচকু মেলি কটোৱা ল'ৰাকালৰ দিনবোৰ আজিও মোৰ স্মৃতিপটৰ পৰা মচ খাই যোৱা নাই। হেৰাই যোৱা চেনেহৰ সৰু বাইদেউ, ৰৰবাইদেউ, আমি তিনি ভাই আৰু বন্ধু-বান্ধৱ মিলি কটোৱা মধুৰ দিনবোৰ এতিয়াও মোৰ অন্তৰৰ 'প্ৰিজিমে' তাৰ সাতোটা ৰং চৰাই তোলে। দিখৌ এৰি অহাৰ লগে লগে মোৰ জীৱনৰ এটা মধুৰ অধ্যায় সমাপ্ত হ'ল। সেই কালছোৱাত মোৰ জীৱন আছিল আনন্দমুখৰ আৰু কৌতূহলেৰে পূৰ্ণ। তাত নাছিল ব্যৰ্থতা, সংঘাত বা জীৱনৰ দুখ-বেদনা। প্ৰকৃতিৰ ৰং-ৰূপহৰ মেলাখন পূৰ্ণ কৰিছিল মানুহৰ আন্তৰিকতা ভৰা মৰম সাদৰে। লুইতৰ বালিত জীৱনৰ প্ৰত্যেকটি পদক্ষেপেই কঠোৰৰ পৰা কঠোৰতৰ হৈ উঠিছিল। ভুল-ভ্ৰান্তি আৰু কণ্টকাকীৰ্ণ অৰণ্যৰ মাজেদি মই নিজৰ কাৰণে এটা লুংলুঙীয়া পথ কটালি উলিয়াব লগীয়া হৈছিল, সেই পথ লুইতৰ সাগৰমুখী পথ— তাৰ লগত খোজ মিলাই মই আগবাঢ়িব লাগিব বুলি ধ্ৰুৱসত্যৰ দৰে মানি লৈছিলো ; কিন্তু সাগৰ বহুদূৰ........।

# লুইত

দিখৌ এৰি আহি লুইতৰ পাৰত মোৰ নতুন জীৱন আৰম্ভ হ'ল। এই লুইতৰ এটি সুন্দৰ জন্মকাহিনী পুৰাণৰ পাতত পোৱা যায়। শান্তনু মুনিৰ পত্নী অমোঘাৰ গৰ্ভত জাত ব্ৰহ্মাৰ পুত্ৰই হ'ল ব্ৰহ্মপুত্ৰ। এই নদ এটা জলময় কুণ্ডৰূপে পৰ্বতৰ বুকুত বহুযুগ বৈছিল। এইটোৱেই ব্ৰহ্মকুণ্ড। জমদগ্নি মুনিৰ পুত্ৰ পৰশুৰামে পিতাৰ আদেশত মাতৃ ৰেণুকাক কুঠাৰেৰে বধ কৰিছিল। মাতৃ হত্যাৰ মহাপাপৰ ফলত তেওঁৰ হাতৰ কুঠাৰ হাতত্তেই লাগি ৰ'ল। ভাৰতৰৰ ইমূৰৰ পৰা সিমূৰলৈ সকলো তীৰ্থ দৰ্শন কৰিয়ো তেওঁৰ হাতৰ কুঠাৰ সোলকি নপৰিল। অৱশেষত ব্ৰহ্মকুণ্ডৰ পানীত ডুব দিয়াত তেওঁ এই অভিশাপৰ পৰা মুক্তি লাভ কৰে। কুণ্ডৰ এই মাহাত্ম্য দেখি তেওঁ মানুহৰ মঙ্গলৰ কাৰণে এই কুঠাৰেৰেই কুণ্ডৰ পাৰ ভাঙি জলৰাশিক কামৰূপৰ ভিতৰেদি প্ৰৱাহিত কৰি দিলে। ব্ৰহ্মাৰপুত্ৰ বুলি এই নদৰ নাম হ'ল ব্ৰহ্মপুত্ৰ। কিংবদন্তী অনুসাৰে ব্ৰহ্মা স্বয়ং এই নদৰ নামকৰণ কৰিছিল লোহিত।

লোহিত বা লুইতৰ পাৰত অৱস্থিত গুৱাহাটীৰ প্ৰাচীন ঐতিহ্যবাহী নাম প্ৰাগজ্যোতিষপুৰ। ৰামায়ণ, মহাভাৰত আৰু পুৰাণসমূহত প্ৰাগজ্যোতিষপুৰৰ উল্লেখ পোৱা যায়। ৰামায়ণত সীতাৰ অনুসন্ধান কালত 'ৰূপময়' প্ৰাগজ্যোতিষপুৰৰ বৰ্ণনা দিয়া হৈছে। ভাগৱত পুৰাণত এই ঠাইডোখৰ 'দুৰ্গম পুৰী' বুলি অভিহিত। মহাকবি কালিদাসেও 'ৰঘুবংশ'ত ৰঘুৰ দিগ্বিজয় উপলক্ষে এই পুৰীৰ কথা উল্লেখ কৰিছে। প্ৰাগজ্যোতিষৰাজ ভগদত্তই কিৰাত বাহিনী লৈ কুৰুক্ষেত্ৰৰ মহাযুদ্ধত কৌৰৱ পক্ষত যোগদান কৰাৰ কাহিনী মহাভাৰতত পোৱা যায়। তেওঁৰ বীৰত্বৰ কাহিনী দ্ৰোণপৰ্বত বৰ্ণনা কৰা হৈছে। বুৰঞ্জীৰ ফালৰ পৰা চালে প্ৰথমতেই কুমাৰ ভাস্কৰ বৰ্মাৰ নাম মনলৈ আহে। তেওঁ সুবিখ্যাত ৰজা হৰ্ষবৰ্ধনৰ মিত্ৰ আছিল। তেওঁৰ ৰাজত্বকালতেই চীনা পৰিব্ৰাজক হিউৱেন চাং কামৰূপলৈ আহি সেইকালত এই দেশ সকলো বিষয়ে কিমান উন্নত আছিল সেই কথা লিপিবদ্ধ কৰি যায়।

গুৱাহাটী পঞ্চতীৰ্থৰ কাৰণে বিখ্যাত। এই তীৰ্থবোৰ দৰ্শন কৰিবলৈ অতি প্ৰাচীন কালৰ পৰাই ভাৰতৰ বিভিন্ন ঠাইৰ মানুহ অহা-যোৱা কৰে। এই তীৰ্থস্থানবোৰৰ মাজত 'কামাখ্যা' মহাতীৰ্থৰূপে খ্যাত। দক্ষযজ্ঞভূমিত পতিৰ নিন্দা শুনি সতীয়ে আত্মবিসৰ্জন দিয়াত শিৱ-শোকত উন্মাদ হৈ উঠি তেওঁৰ মৃতদেহ কান্ধত তুলি লৈ ত্ৰিভুবন পৰিক্ৰম কৰা সময়ত বিষ্ণুৱে সুদৰ্শন চক্ৰেৰে সতীৰ দেহ খণ্ড-বিখণ্ড কৰি পেলায়। যি ঠাইবোৰত সতীৰ দেহৰ বিভিন্ন অংশ পৰে সেই ঠাইবোৰ মহাতীৰ্থ ৰূপে পৰিগণিত হয়। কামাখ্যা তাৰেই অন্যতম। যুগ যুগান্তৰ ধৰি ভাৰতৰ বিভিন্ন প্ৰান্তৰৰ পৰা মানুহে এই মহাপীঠলৈ পুণ্যাৰ্জনৰ কাৰণে আহে।

লুইতৰ উত্তৰ পাৰত 'অশ্বক্লান্ত' তীৰ্থ। কিংবদন্তী অনুসাৰে ভীষ্মক ৰজাৰ কন্যা ৰুক্মিণীক অপহৰণ কৰি শ্ৰীকৃষ্ণ দ্বাৰকা অভিমুখে যাত্ৰা কৰাৰ সময়ত তেওঁৰ ক্লান্ত অশ্বই ইয়াতেই পানী খাই ক্লান্তি দূৰ কৰে।

লুইতৰ বুকুত থকা এটি সৰু দ্বীপ 'উমানন্দ' নামে জনাজাত। প্ৰবাদ অনুসাৰে মহাদেৱৰ নেত্ৰ বহ্নিৰ দ্বাৰা কামদেৱ ইয়াতেই ভস্মীভূত হয়। সেই বাবে দ্বীপটোক 'ভস্মাচল' বুলিও কয়। ইয়াৰ মন্দিৰ শিৱৰ আৰাধনাৰ কাৰণে নিৰ্মিত হয়। 'উমানন্দ'ৰ ওচৰত থকা এটি ওখ আৰু বহল পাথৰখণ্ড 'উৰ্বশী' নামে পৰিচিত। সন্ধ্যাচল পাহাৰত 'বশিষ্ঠাশ্ৰম'। তাতেই সন্ধ্যা, ললিতা, কান্তা ত্ৰিধাৰৰ মাজত থকা এচটা শিলৰ ওপৰত বহি মহা মুনি বশিষ্ঠই ধ্যানত থকা সময়ত শিৱৰ আদেশত দেৱী উগ্ৰতাৰাই তেওঁৰ তপোভঙ্গ কৰিবৰ চেষ্টা কৰে। তেতিয়া বশিষ্ঠই ক্ৰুদ্ধ হৈ উঠি উগ্ৰতাৰাক 'বামাচাৰ' ৰীতিৰ পূজিতা হ'ব বুলি শাপ দিলে। তেতিয়াৰ পৰাই তাত 'বামাচাৰ' মাৰ্গৰ প্ৰচলন হয়।

চহৰৰ ভিতৰতেই চিত্ৰাচল পাহাৰত 'নৱগ্ৰহ' মন্দিৰ। নটা গ্ৰহৰ পূজাৰ কাৰণে মন্দিৰ নিৰ্মিত হয় আৰু এই ঠাই জ্যোতিষ চৰ্চাৰ কেন্দ্ৰ হৈ উঠে। লুইতৰ পাৰত 'শুক্ৰেশ্বৰ' আৰু 'জনাৰ্দন' মন্দিৰ। এই ঠাইডোখৰ অকল তীৰ্থস্থান বুলিয়েই নহয় সংস্কৃত চৰ্চাৰ কেন্দ্ৰ ৰূপেও এসময়ত খ্যাতি লাভ কৰিছিল।

ধৰ্মক্ষেত্ৰৰ বাহিৰেও আৰু এডোখৰ ঠাইৰ কথা সকলোৱেই জানে। সেই ঠাই হ'ল বুৰঞ্জী প্ৰসিদ্ধ শৰাইঘাট। মোগলৰ দ্বাদশ আক্ৰমণ কালত সম্ৰাট ঔৰংগজেৱে অম্বৰৰাজ ৰামসিংহক সেনাপতিৰূপে পঠিয়ায়। শৰাইঘাটত এৰাতিৰ ভিতৰত গড় তৈয়াৰ কৰিবলৈ অসমৰ সেনাপতি লাচিত বৰফুকনে তেওঁৰ মোমায়েকক ভাৰ দিয়ে; কিন্তু তেওঁ এই দায়িত্ব পূৰণ কৰিব নোৱৰা কাৰণে লাচিত ক্ৰুদ্ধ হৈ 'দেশতকৈ মোমাই ডাঙৰ নহয়' বুলি তেওঁক তৰোৱালেৰে কাটি পেলায়। এই আচৰিত কাণ্ড দেখি সৈন্যসকলে উঠি-পৰি লাগি ৰাতিৰ ভিতৰতেই গড়টো সাজি তোলে। ইয়াকেই 'মোমাইকটা গড়' বোলা হয়। সেই ৰণত প্ৰবল মোগলবাহিনী বীৰ লাচিত বৰফুকনৰ হাতত পৰাজয় বৰণ কৰে বুলিয়েই এই ঠাইডোখৰ বুৰঞ্জী প্ৰসিদ্ধ হৈ ৰৈছে। আন এটি উল্লেখযোগ্য কথা হ'ল ৰজা ৰামসিংহই উভতি যোৱাৰ সময়ত অসমৰ সৈন্যবাহিনীৰ বিশেষ প্ৰশংসা কৰি কৈছিল— অসমৰ সেনা একেধাৰে নাও বোৱা, ধেনু কাঁড় চলোৱা, গড় সজা, বৰটোপ ব্যৱহাৰ কৰা আদি সকলো বিষয়ত পাৰ্গত। এনেকুৱা সকলো কামত পাৰদৰ্শী সেনা ভাৰতৰ আন কোনো ঠাইত তেওঁ কেতিয়াও দেখা নাই।

বুঢ়া লুইত আৰু তাৰ পাৰৰ চহৰখনিৰ অতীত কাহিনী ইমানতে সামৰি লুইতৰ জলবায়ুৱে মোৰ কৈশোৰ আৰু যৌৱনৰ দিনবোৰক কিভাৱে অনুপ্ৰাণিত কৰি ৰাখিছিল সেই কথা এতিয়া ক'বলৈ মন গৈছে।

আমি গুৱাহাটী আহি পোৱাৰ কেইদিনমান পাছতেই ককাইদেৱে কলেজিয়েট স্কুলত আৰু মেয়ো কেইমাহমানৰ কাৰণে লতাশিল স্কুলত ভৰ্তি হ'লো। সেই সময়ৰ গুৱাহাটী এখন সৰু চহৰ। চহৰৰ চাৰিসীমা দীঘলে শিলপুখুৰীৰ পৰা ভৰলুমুখ, মাজত

উজান বজাৰ, পল্টনবজাৰ, পাণবজাৰ, কাঁচী বজাৰ, উলুবাৰী আৰু ছাত্ৰীবাৰী। অতি শান্ত পৰিবেশ। ৰাতিপুৱা, গধূলি ৰেলগাড়ী ষ্টেচন পালে যাত্ৰী ধৰিবলৈ যোৱা কেইখন মান ঘোঁৰা-বাগিয়ে ইঞ্জিনৰ উকিৰ লগত তাল ধৰি টুং টুং খট্ খট্ কৰি তবলাত চাট দিয়ে। মাজে-সময়ে সদৰ ৰাস্তাত ইদাখা মহাজনৰ ইটা বোজাই ট্ৰাক এখন দুখন নাইবা দুই এখন প্ৰাইভেট মটৰ-গাড়ী দেখা যায়। চহৰৰ বেছি ভাগ মানুহেই খোজকাঢ়িয়েই চলে। চাইকেলবো সংখ্যা খুব কম। স্কুল, কলেজ খোলা থাকিলে হোষ্টেলৰ ল'ৰাবোৰে আৰেলি বেলিকা দলে দলে ঘূৰি-পকি চহৰখন শুৱাই ৰাখিছিল। গৰমৰ বন্ধ আহিলে কাঁহ পৰি খিন যোৱা অৱস্থা। বজাৰ-সমাৰ কৰিবলৈ সদায় নোলালেই হয়। শাক-পাচলি প্ৰত্যেকৰ বাৰীতেই হৈছিল। নহ'লেও ওচৰৰ গাঁৱৰ তিৰোতাই মাজে মাজে ঘৰতে দি যায়। মাছ কিনিবলৈহে ৰাতিপুৱা বা গধূলি বজাৰলৈ এপাক মাৰিব লগীয়া হয়। তাতে ব্ৰহ্মপুত্ৰৰ পৰা বেছি মাছ উঠিলে পোহাৰীয়ে পাচি ভৰাই ঘৰতে দিবলৈ আহে। জাৰকালি ৰাতিপুৱা লুইতৰ বালিত মাছমৰীয়াই ধৰা খৰিয়া বা চিতল আধলি বা ৰূপ এটকা পেলালেই পোৱা যায়। এবাৰ ব্ৰহ্মপুত্ৰৰ মাছ ইমান সস্তা হৈছিল যে পাঁচ মোহাৰে এটা চিতল মাছ কিনি চাইকেলৰ লাইটৰ হুকত মই ওলোমাই দিয়াত ফিছাখনে বাটৰ ধূলি ভালদৰে জাৰি আহিছিল। দীঘলী পুখুৰীত 'লাইচেন্স' লৈ বৰশী বাই ধৰা ৰৌ-বাহু মাছৰ সোৱাদ সেই যুগৰ গুৱাহাটীৰ মানুহে এতিয়াও নিশ্চয় পাহৰিব পৰা নাই। আজিৰ দিনৰ জীৱন সংগ্ৰাম তেতিয়া কল্পনাৰ অতীত আছিল। শ শ চাইকেল, ৰিক্সা, অইল কম্পেনীৰ ট্ৰাক, বাছ, অটো ৰিক্সা আৰু ঠেক ভগা অলি গলি, ৰাস্তা-ঘাট, বোকা-পানীয়ে ভৰা নৰ্দমা, আদি সামৰি লৈ তাহানিৰ সেই সৰু ধুনীয়া চহৰখন এতিয়া মহানগৰীত পৰিণত হ'বলৈ ধৰিছে। লগতে পানী-মেটেকাৰ বুকুত ঠাঁহ খাই থকা ঘৰবোৰ আৰু অকল্পিত জনসংখ্যাই গুৱাহাটীৰ অভিনৱ সমাজ জীৱনৰ এখন নিখুঁত চিত্ৰ দাঙি ধৰিছে।

কলেজিয়েট স্কুলৰ ছাত্ৰ হিচাপে মই ক্লাছত প্ৰথম, দ্বিতীয় বা তৃতীয় স্থানৰ অধিকাৰী হ'ব নোৱাৰিলেও পঢ়া-শুনাত যে একেবাৰে গো-মূৰ্খ আছিলো তেনে নহয়। ছাত্ৰ হিচাপে গৌৰব অৰ্জন কৰিব নোৱাৰিলেও পৰীক্ষাত পাছ কৰিছিলো। অঙ্ক শাস্ত্ৰত ভয়ানক দুৰ্বল আছিলো সেই কাৰণে— 'ৰাম পাৰ কৰা ৰঘুনাথ পৰীক্ষা সাগৰে' বুলি 'হল এণ্ড ষ্টিভেন্স'ৰ জ্যামিতিখন আওৰাই লৈ পৰীক্ষাসাগৰ পাৰ হৈছিলো। ড্ৰইং ক্লাছত হ'লে মোক কোনে পাই— ধুনীয়া ধুনীয়া ছবি আঁকি ড্ৰইংমাষ্টৰ আৰু সহপাঠীক তবধ লগাইছিলো। ৰাতিপুৱা গধূলি বহীৰ পিছৰ পাতবোৰতেই ইটো সিটো ছবি আঁকিছিলো। এই নিচাটোৱেই মোৰ সৰ্বনাশৰ মূল। মাই ৰাতিপুৱা-গধূলি ৰান্ধনি-ঘৰৰ পৰা ওলাই আহি মোৰ পঢ়া শুনা কৰা মেজৰ ওচৰত এটা পাক মাৰি যায়। এই 'ইন্‌স্পেক্‌চন'ৰ মূল উদ্দেশ্য হ'ল ল'ৰাই পঢ়া-শুনাত মূৰ পুতিছেনে ছবি আঁকিছে। আমাৰ স্কুলত প্ৰত্যেক বছৰেই ড্ৰইঙত প্ৰথম হোৱা ছাত্ৰই এটা প্ৰাইজ পায়। এই প্ৰাইজটো মই এদিন নহয় এদিন পাম বুলিয়েই ধৰি লৈছিলো। কিয়নো এই প্ৰাইজটো এবাৰ ভাগ্যত জুটাব

পাৰিলে মাক ভালদৰেই দেখুৱাব পাৰিলোহেঁতেন যে অকল পঢ়া-শুনাতেই ভাল হ'লেই ল'ৰাই প্ৰাইজ পায় এনে নহয় ড্ৰইঙত ভাল হ'লেও প্ৰাইজ পোৱা যায়। প্ৰায়েই ভাবিছিলো এনেকুৱা এটা জ্বলন্ত উদাহৰণ দিব পাৰিলে মা নিশ্চয় মোৰ ওপৰত সন্তুষ্ট হ'ব আৰু তেওঁৰ 'ইন্‌স্পেক্‌চন'ৰ দায়িত্বৰ পৰা অব্যাহতি পাব। তাৰ কাৰণে মই উঠি-পৰি লাগিছিলো যদিও মোৰ পক্ষে এই আশা পূৰণ কৰা অসাধ্য হৈ উঠিছিল। আমাৰ 'ড্ৰইং আৰু ড্ৰিল' মাষ্টৰ মানে একেলগে 'গাধীৰ আৰু ধপাত' খোৱা এই মাষ্টৰ ডাঙৰীয়াই মুখেৰে সকলো ছাত্ৰৰে আগত মোৰ ছবিৰ ভূয়সী প্ৰশংসা কৰিলেও পৰীক্ষাত মোৰ কাৰণে কেতিয়াও ভাল নম্বৰ উঠিবলৈ নিদিছিল। মই যিমানেই চেষ্টা কৰো তথাপি আন এজন সহপাঠীয়েহে প্ৰথম স্থান অধিকাৰ কৰিছিল। অৱশ্যে এই পাৰ্থক্য দুই এক নম্বৰতহে হৈছিল। স্কুলত ড্ৰইঙৰ প্ৰাইজ লোৱা মোৰ ভাগ্যত নঘটিল যদিও ছবি আঁকাৰ নিচা মই এৰিব নোৱাৰিলো। বেছ কেইবছৰমান আগতে মোৰ এই কলাগুৰুৰ পৰা এখন চিঠি পাই আচৰিত হৈছিলো। এই চিঠিত তেওঁ মোক জনাইছিল যে মোৰ শিল্প প্ৰতিভাৰ দ্বাৰা মই হেনো তেওঁলোকৰ আৰু স্কুলৰ গৌৰৱ বঢ়াইছিলো। এতিয়া মই বোলে দেশৰ গৌৰৱ। লগতে তেওঁৰ লিখা গ্ৰন্থখনৰ এটা প্ৰচ্ছদ আঁকি দিবৰ কাৰণে অনুৰোধ কৰিছিল। তেওঁ বিচৰামতে ডিজাইন এটা মই আঁকি দিছিলো। অৱশ্যে তেওঁৰ এই উক্তিৰ মাজত কোনো এটা সত্য নিহিত নাছিল বোলা নাযায়। কলেজিয়েট হাইস্কুলৰ শত-বাৰ্ষিকীত প্ৰদৰ্শিত মোৰ চিত্ৰবোৰে আৰু বিশেষকৈ এগৰাকী বিখ্যাত বিদেশী শিল্পীয়ে মোৰ চিত্ৰৰ বিষয়ে লিখা এখন সমালোচনা পঢ়ি সেই সময়ৰ শিক্ষা বিভাগৰ ইন্সপেক্টৰ আৰু ডাইৰেক্টৰ চাহাবে মোক আৰু তেওঁক অভিনন্দন জনাইছিল। স্কুলৰ পৰা দিয়া ড্ৰইঙৰ প্ৰাইজ লাভ নকৰিলেনো কি হ'ব, স্কুলৰ বাহিৰৰ নানা অনুষ্ঠানত সময়ে সময়ে যোগদান কৰি কেইটামান বঁটা আৰু দুই-এখন প্ৰশংসা-পত্ৰ যে পোৱা নাছিলো এনে নহয়। 'সম্ৰাট ভাৰতেশ্বৰ'ৰ ৰূপালী-জয়ন্তী উপলক্ষে আয়োজিত প্ৰদৰ্শনীত কলেজিয়েট স্কুলে মোৰ চিত্ৰকৰ্মৰ কাৰণে এখন মানপত্ৰ লাভ কৰাৰ কথাও মনত পৰে। তাৰ উপৰিও অসম সাহিত্য সভাৰ প্ৰদৰ্শনীত দেখুওৱা চিত্ৰৰ কাৰণেও এখন মানপত্ৰ অৰ্জন কৰিছিলো।

কলেজৰ বন্ধু দুদিনৰ বন্ধু, স্কুলীয়া বন্ধুক কেতিয়াও পাহৰি যোৱা নাযায়। তেওঁলোকৰ লগত কিবা এটা অদৃশ্য বন্ধন আছে বুলি কেতিয়াবা ভাবো। সেই সহপাঠীবোৰৰ ভিতৰত বহুতেই আজি স্বনামধন্য ব্যক্তি। তেওঁলোকৰ গুণাৱলীৰ বিচাৰ মোৰ কাৰণে ইয়াত সম্ভৱ নহয়; কিন্তু তেওঁলোকক সেইসময়ত মই কিয়নো ভাল পাইছিলো তাকেহে উল্লেখ কৰিছো। প্ৰথমতেই মনত পৰে কমল চৌধুৰীৰ কথা। নিম্ন প্ৰাইমেৰী পৰীক্ষাৰ বৃত্তিধাৰী চোকা ল'ৰা বুলি নহয়, অনুসন্ধিৎসু চৰিত্ৰ আৰু ৰসপূৰ্ণ কথাৰ এটি ভঁৰাল বুলিহে। আনন্দেশ্বৰ শৰ্মাৰ মৌলিক চিন্তাধাৰা আৰু যিকোনো জটিল কথাৰ আগ-গুৰি ফঁহিয়াই দেখুৱাব পৰা স্বাভাৱিক ক্ষমতাই মোক আকৰ্ষণ কৰিছিল। প্ৰফুল্লদত্ত গোস্বামীৰ জ্ঞান স্পৃহা আৰু অধ্যৱসায় সদায় চকুত পৰিছিল। পূৰ্ণেন্দু উজিৰ

সেই কালত মোৰ ছবি আঁকাৰ লগৰীয়া আছিল। দুয়ো দুয়োবো ছবিৰ সমালোচনা কৰি অনুপ্ৰেৰণা লাভ কৰিছিলো। আমাৰ লগত আৰু দুজন ব্যায়াম বীৰ বন্ধু আছিল কিন্তু দুখৰ কথা, এই দুয়োজনেই অকালতে ঢুকাল। প্ৰথমজন হ'ল ব্যায়াম বীৰ নগেন্দ্ৰলাল নাথ— খুলতীয়া কথাৰ ৰজা। কমল চৌধুৰীৰ লগত সমানে তাল দিব পাৰিছিল। আনজন আনন্দ দাস। এনেকুৱা ওখ আৰু সুশ্ৰী চেহেৰা সচৰাচৰতে শৰীৰ সাধকসকলৰ মাজত বিৰল। আনন্দৰ কেইখনমান 'পেঞ্চিল ষ্টাডি' মই কৰিছিলো। দুই-এখন ক'ৰবাত এতিয়াও পোৱা যাব পাৰে। স্বভাৱতে তেওঁ এজন শান্ত প্ৰকৃতিৰ ল'ৰা আছিল। মথুৰানাথ ভট্টাচাৰ্য এতিয়া এজন স্বনামধন্য ডাক্তৰ। পঢ়া-শুনাত চোকা আছিল। তেওঁ যিকোনো প্ৰশ্নৰ উত্তৰ মুহূৰ্ততে পৰিষ্কাৰভাৱে দি প্ৰত্যেকজন শিক্ষকৰ প্ৰিয়পাত্ৰ হৈ উঠিছিল। প্ৰফুল্ল হাজৰিকা খেল-ধেমালিৰ পৰা আৰম্ভ কৰি হাবি বনত ঘূৰি-পকি বনৰীয়া ফুল লতা আৰু অৰ্কিড্ সংগ্ৰহ কৰাত মোৰ একমাত্ৰ লগৰীয়া আছিল। সুলেখক শ্ৰীমুনীন বৰকটকী আৰু শ্ৰীকৃষ্ণ ভূঞাৰ লগত ছাত্ৰ অৱস্থাতেই যোগাযোগ হৈছিল। এওঁলোক একালত মোৰ সহকৰ্মীও আছিল। এই দুয়োগৰাকী বন্ধুৱেই গল্পকাৰ হিচাপে সুনাম অৰ্জন কৰিছে। তেওঁলোকৰ গল্পৰ সঙ্কলনো হয়তো প্ৰকাশ হৈছে।

শিৱসাগৰ হাইস্কুলৰ ছাত্ৰ থকা সময়ত ককাইদেউ আৰু তেওঁৰ বন্ধুসকলে 'জ্ঞানোদ্দীপিকা সভা'ৰ সভ্য হৈ এখন হাতে-লিখা আলোচনী উলিয়াইছিল। গুৱাহাটীতো 'একতা সভা'ৰ (Union club) পৰা 'অৰুন্ধতী' নামৰ এখন হাতে-লিখা আলোচনী ওলাইছিল। অসম ছাত্ৰ সম্মিলনৰ মুখপত্ৰ মুদ্ৰিত আলোচনী 'মিলন'ৰ পৰাই এনেকুৱা আলোচনী উলিয়াবলৈ ছাত্ৰসকল অনুপ্ৰাণিত হৈছিল।

সেইসময়ত গুৱাহাটীত কেইবাটাও ক্লাব আছিল। টাউন ক্লাব, ইউনিয়ন ক্লাব, মহাৰাণা আৰু চেৰিটেৰল ক্লাব। এই ক্লাববোৰৰ খেলা-ধূলাৰ বাহিৰে আন কোনো বিশেষ কৰ্মসূচী আছিল বুলি মনত নপৰে। কুমাৰ ভাস্কৰ নাট্যমন্দিৰৰ অৱস্থা তেতিয়া জয় জয় ময় ময়। হৰিসভাতো মাজে-সময়ে বাংলা নাটকৰ অভিনয়ৰ কথা মনত পৰে। কুমাৰ ভাস্কৰত বছৰৰ ভিতৰত কেইবাখনো অভিনয় হৈছিল যদিও দুৰ্গা পূজাৰ সময়ত একেলেথাৰিয়ে কেইবাখনো পৌৰাণিক আৰু বুৰঞ্জীমূলক নাটকৰ অভিনয় হোৱা দেখিছিলো। মা-দেউতাই প্ৰায় একোখন কমপ্লিমেণ্টৰী টিকট পাইছিল। টিকট নাপালে টিকট কাটিও থিয়েটাৰ উপভোগ কৰা হৈছিল। আমাৰ বয়সৰ ল'ৰাৰ কাৰণে কুমাৰ ভাস্কৰৰ দ্বাৰ মুক্ত আছিল। থিয়েটাৰৰ দয়ালু কৰ্মকৰ্তাসকলে আমাৰ কাৰণে প্ৰথম শ্ৰেণীৰ আসনৰ আগৰ ঠাইডোখৰত ইমূৰৰ পৰা সিমূৰলৈ কেইখনমান বেঞ্চ পাতি দি আমাক যথেষ্ট সন্মানিত কৰিছিল। তাহানিৰ থিয়েটাৰ মানে 'হ'ল নাইট পাৰফৰমেন্স'। অদ্য ৰজনী নটা বজাত নাটক আৰম্ভ হ'ব বুলি ৰাতিপুৱাই এখন ঘোঁৰা-গাড়ীত বেণ্ড-পাৰ্টিৰে সৈতে চহৰ তোলপাৰ কৰি জাননী-পত্ৰ বাটৰুৱাক বিলাই দিলেও থিয়েটাৰ আৰম্ভ কৰে ৰাতি-চাৰে দহটা বা এঘাৰটাতহে। সেই কাৰণে অভিনয় বিলাসী জনগণে ভাত-পানী খাই-বৈ তামোলৰ টেমা আৰু এলুমিনিয়ামৰ জাগত যথেষ্ট পৰিমাণে খোৱা

পানী ভৰাই লৈ হাতত হাৰিকেন লণ্ঠন ওলোমাই নাট্যমন্দিৰ অভিমুখে গমন কৰে। মহিলাসকলৰ কাৰণে ওপৰত এটা চিক দিয়া গেলেৰীও আছিল। তাত সত্ৰাঞ্চী পাতি দিয়া হয় যদিও মহিলাসকলে পাটৰ সাজ-পাৰ লেতেৰা হ'ব বুলি লিতিকাইৰ হাতত দি এখন কঠ বা বিছনাচাদৰ পাতি দিবৰ কাৰণে লৈ গৈছিল।-দুই-চাৰিটা কেঁচুৱা ল'ৰা-ছোৱালীৰ কান্দোনে ষ্টেজৰ ভিতৰত চলি থকা ঐক্যতানৰ লগত সুৰ মিলায়। প্ৰথম অঙ্কৰ যৱনিকা উত্তোলনৰ আগেয়ে প্ৰায় এঘণ্টা ডেৰঘণ্টা সময় সেই এক চিৰাচৰিত 'গত্' শুনি আমাৰ ল'ৰামন অতিষ্ঠ হৈ যায়। ধৈৰ্যৰ অভাৱ সেই যুগত থিয়েটাৰ উপভোগৰ কাৰণে এটা 'ডিচ্‌কোৱালিফিকেচন্' আছিল। সেই কালৰ গুৱাহাটী চহৰত তিৰোতা আৰু পুৰুষৰ সহ অভিনয়ৰ কথা কল্পনাতীত আছিল। পুৰুষক তিৰোতাৰ ৰূপদান কৰা কি যে কষ্টকৰ তাক সেই যুগৰ প্ৰত্যেক গ্ৰীণৰুম শিল্পীয়েই জানে। তাৰ পাছত ড্ৰেচিং ৰুমত পৰিপাটিকৈ তিৰোতাৰ 'উইগ' আৰু সাজ কাপোৰ পিন্ধোৱাও এটা ডাঙৰ পৰ্ব। সেই কাৰণেই সঙ্গীত শিল্পীয়ে এটাৰ পাছত এটা 'গত্' মাৰি অধৈৰ্য হৈ উঠা দৰ্শকক সংযত কৰি ৰাখিবলৈ চেষ্টা কৰে। কেইজনীমান ৰূপহী গাভৰুৱে গা ধুবলৈ আহি শিলৰ ওপৰত বহি আছে, নৈৰ যুঁৰলিত কেইটামান ৰাজ হাঁহ চৰি ফুৰিছে আৰু চাৰিওপিনে গছ-লতা, পাত ফুল, পাহাৰ আদিৰে শোভিত যৱনিকাখনৰ এচুকত উজ্জ্বল ইংৰাজী আখৰেৰে শিল্পীৰ নাম লিখা আছে Syam Das, Dacca, 1926

বেছ কেইবছৰমান আগতে কুমাৰ ভাস্কৰ নাট্যমন্দিৰৰ ওচৰেদি যাওঁতে হঠাৎ যেন কাণত বাজি উঠিছিল তাহানিৰ সেই অভিনেতাৰ কণ্ঠস্বৰ 'কলিৰ বামুণ, কাণ পাতি শুন ক্ষত্ৰিয়ই বামুণক কৈছে ওলাই যা ইয়াৰ পৰা। এতিয়াও কিয় মেদিনী কঁপি উঠা নাই...।' 'প্ৰজা নিৰঞ্জন, প্ৰজা নিৰঞ্জন জানকীক দিলো বিসৰ্জ্জন...।' 'পূৰ্ণানন্দ মই বদন।' নাইবা কাৰো সুমধুৰ কণ্ঠৰ 'গছে গছে পাতি দিলে ফুলৰে শৰাই।' 'ৰূপহ কুমাৰৰ চুমা পৰশতে ৰূপহী লাজুকী মৰহি গ'ল।' এই নাট্যমঞ্চতেই কলিকতীয়া যাত্ৰাও উপভোগ কৰিছিলো— 'শৈব্যা যদি বিক্ৰিতা হয়ে ৰক্ষা কৰিও পতিৰ মান।' 'হাৰুৱা ৰাজা হো...।' ব্ৰজশৰ্মাৰ 'কালাপাহাৰ' অভিনয়ো ইয়াতেই প্ৰথমতে দেখিছিলো।

আমি যেতিয়া ক্লাছ ফ'ৰ কি ফাইভৰ ছাত্ৰ তেতিয়া কংগ্ৰেছৰ উনৈছ শ ত্ৰিশৰ অসহযোগ আন্দোলন ভালদৰে জাগি উঠে— 'গুণ গুণ শবদে নেওঠনি যঁতৰে আনিব স্বৰাজ নিচান...।' চহৰজুৰি আন্দোলনৰ ধুমধাম লাগিল। এখনৰ পাছত এখন সভা সমিতি লাগিয়েই আছে। দেশভক্ত তৰুণৰাম ফুকন আৰু কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ ডাঙৰীয়াৰ বক্তৃতা শুনিবলৈ সভাত তিল দি সন্ধি পাবলৈ নাই। বিলাতী বস্ত্ৰ বজাৰত উভেনদী, তথাপি কোনেও কিনিব নোখোজে। প্ৰত্যেক ঘৰতেই নেওঠনি যঁতৰ আৰু তাঁতশালৰ খট্ খট্ শব্দ। নিজ হাতে টাকুৰি বা যঁতৰত সূতা কাটি কাপোৰ বৈ পিন্ধা যুগধৰ্ম হৈ উঠিল। মোটা খদ্দৰ আৰু পনীয়া 'কাজল কালী'য়ে মানচেষ্টাৰ মিলৰ কাপোৰ আৰু বিলাতী 'চোৱান ইঙ্ক' একেবাৰে উৰাই দিলে। দলে দলে ল'ৰাই স্কুল কলেজ এৰি কংগ্ৰেছৰ ভলণ্টিয়াৰ হ'ল আৰু স্কুল-কলেজত 'পিকেটিং কৰিবলৈ আৰম্ভ

কৰিলে। কটন কলেজৰ পদুলিত কেইজনমান ল'ৰাই চিত হৈ পৰি কলেজৰ ক্লাছ বন্ধ কৰিবলৈ এদিন চেষ্টা কৰে। কোনো ছাত্ৰই কলেজত নোসোমাল কিন্তু কেইজনমান পৰ্বতীয়া ছাত্ৰই তেওঁলোকক চেৰাই যাওঁতে পিকেটিং কৰা ছাত্ৰ জখম হয়। মাধৱ বেজবৰুৱাক হাস্পতাললৈকে নিব লগা হয়। আমাৰ স্কুলত এবাৰ খুব ডাঙৰভাৱে পিকেটিং হয়। হেডমাষ্টৰে স্কুল বন্ধ নকৰি নোৱাৰিলে। পুলিচ আহি ইমানবোৰ ল'ৰাক জেলত সুমোৱাব পৰা নাযায় বুলি ট্ৰাকত তুলি লৈ চহৰৰ বেছ কেইমাইলমান দূৰৈত এৰি দিছিল। কিছুমান ল'ৰাই অৱশ্যে ভালদৰেই জেল খাটিবলগীয়া হৈছিল।

'পেট্ৰিয়াটিজম্' শব্দটো ঊনবিংশ শতাব্দীত পাশ্চাত্যৰ পৰা আমাৰ দেশলৈ আমদানি হৈছে বুলি ক'লে হয়তো ভুল নহ'ব। যদিও 'দেশতকৈ মোমাই ডাঙৰ নহয়' বা বাংলা 'মঙ্গল কাব্য'ত 'ৰাজাৰ মঙ্গল চিন্তি দেশেৰ কল্যাণ' আদি কথা উল্লিখিত হৈছে তথাপি বিশেষ অৰ্থত দেশপ্ৰেম শব্দটো ঊনবিংশ শতিকাৰ প্ৰথম ভাগতহে আমাৰ দেশত ভালদৰে প্ৰচলিত হৈছে বুলি ক'ব পাৰি। সেই কাৰণেই এই অসহযোগ আন্দোলনৰ প্ৰথমছোৱাত জনগণৰ মাজত দেশমাতৃৰ প্ৰতি প্ৰেম জগাই তুলিবলৈ কংগ্ৰেছ নেতাসকলে যথেষ্ট পৰিমাণে চেষ্টা কৰিছিল। কৰ্মবীৰ বৰদলৈয়ে তেওঁৰ বক্তৃতাত প্ৰায়েই এই উদাহৰণটো দিছিল যে পাশ্চাত্য দেশৰ কোনো এখন ৰণাঙ্গনত এদল সৈন্য ভুলক্ৰমে শত্ৰুৰ কামানৰ আগত পৰে। সৈন্যাধ্যক্ষজনে তেওঁৰ সৈন্যবাহিনীক মাটিত দীঘল দি প্ৰাণৰক্ষা কৰিবলৈ আদেশ দিয়ে। সকলো চিপাহীয়েই চেপেটা লাগি শুই পৰিল। এজনেহে মাথোন তেওঁৰ আজ্ঞা পালন নকৰি থিয় দি কমাণ্ডাৰজনক উত্তৰ দিলে 'দেশৰ কাৰণে শত্ৰুৰ গুলিত প্ৰাণ দিম, মৃত্যুৰ আগলৈকে মাটিত নপৰো।' কাচাব্লাঙ্কা বা পম্পিয়াইৰ দ্বাৰ ৰক্ষকৰ দৰে এই চিপাহীজনে পিতৃভূমিৰ কাৰণে জীৱন বলি দিলে। আমাৰ যুগৰ প্ৰত্যেকটি ল'ৰা-ছোৱালীক এই গল্পটোৱে অনুপ্ৰাণিত কৰিছিল। এই প্ৰসঙ্গত বাৰ্ণাৰ্ডশ্বৰ 'আৰ্মচ এণ্ড দি মেন'ৰ কথা মনত পৰে। তাত এনেকুৱা মূল্যায়নৰ এটি কৌতুকৰ পূৰ্ণ ব্যাখ্যা পোৱা যায়।

বাৰিষাৰ ঢল যিমান প্ৰকটভাৱে বাঢ়ি আহক লাহে লাহে সাম কটা স্বাভাৱিক। এই আন্দোলনো চাওতে চাওতেই সেমেকি আহিল। জেলখটা ল'ৰাক চৰকাৰৰ নিৰ্দেশ অনুসৰি হেডমাষ্টৰ মহাশয়ে 'আণ্ডাৰটেকিং' নিদিলে স্কুলত দুনাই ভৰ্তি কৰিবলৈ অমান্তি হ'ল। প্ৰতিক্ৰিয়া হিচাপে নেতাসকলে গুৱাহাটী কামৰূপ একাডেমি হাইস্কুল প্ৰতিষ্ঠা কৰে। এই অসহযোগ আন্দোলন আৰম্ভ হোৱাৰ সময়তেই কৰ্মবীৰ বৰদলৈৰ সৌজন্যত আৰু তেখেতৰ মাটিতেই গুৱাহাটী চহৰৰ ল'ৰাক লাঠি খেল, ছুৰি খেল, ব্যায়াম আদি কৰি শৰীৰৰ উৎকৰ্ষ সাধন কৰিবৰ কাৰণে এটা ব্যায়ামাগাৰ প্ৰতিষ্ঠিত হয়। শিক্ষক হিচাপে কলিকতাৰ পৰা এজন ব্যায়াম বীৰকো অনা হয়। স্বাধীনতা লাভৰ মহৎ আদৰ্শই গুৱাহাটী চহৰৰ ল'ৰা বুঢ়া সকলোৰেই এলাহ ভাঙি কিছুদিন তেওঁলোকক ভালদৰেই অনুপ্ৰাণিত কৰি ৰাখিছিল। একে সময়তে পাণবজাৰৰ হৰিসভা আৰু উজান বজাৰৰ উগ্ৰতাৰা মন্দিৰৰ চোতালতো ব্যায়ামাগাৰ প্ৰতিষ্ঠিত হয়। আমি উঠি অহা ডেকা ল'ৰাৰ

দলটোৱে এইটোৱেই যুগধৰ্ম বুলি লাঠি খেলৰ পৰা আৰম্ভ কৰি যুযুৎসু পৰ্যন্ত অতি কম সময়ৰ ভিতৰতেই শিকি লৈছিলো।

আমাৰ ল'ৰা কালত নাচ-গান বা সঙ্গীত সাধনাৰ কোনো ব্যৱস্থা নথকা কাৰণে সন্ধিয়া সময়ত পঢ়া-শুনাৰ বাহিৰে আন কোনো আকৰ্ষণ নাছিল। পদ্মধৰ চলিহা, সূৰ্যকুমাৰ ভূঞা আদিৰ সৌজন্যত তেতিয়া প্ৰতি দেওবাৰে এখন 'সন্ধিয়া সম্মিলনী' পতা হৈছিল। তেতিয়া জ্ঞানদাভিৰাম বৰুৱা আৰ্ল ল কলেজৰ প্ৰিন্সিপাল আছিল। তেওঁৰ উদ্যোগত সন্ধিয়া সম্মিলনীৰ কেইবাটামান অনুষ্ঠান 'ল' হ'ষ্টেলতেই পতা হৈছিল। এই সম্মিলনীৰ মূল উদ্দেশ্য আছিল চহৰৰ ল'ৰা-ছোৱালীক নাচ-গান-কবিতা-আবৃত্তি আদিত অনুপ্ৰাণিত কৰা। এই অনুষ্ঠানবোৰত আমি যোগদান কৰিছিলো। শ্ৰীপৰাগ চলিহাই কেছু কিছুমান হাস্যৰসাত্মক গানেৰে এই আসৰবোৰ সজীৱ কৰি তুলিছিল। এই সন্ধিয়া সম্মিলনী কুমাৰ ভাস্কৰ নাট্যমন্দিৰতো কেইবাবাৰমান ডাঙৰকৈ পতা হৈছিল যদিও এই সংগঠন বেছি দিন টিকি নাথাকিল। মাধৱ বেজবৰুৱাই কটন কলেজত পঢ়া সময়ত এবাৰ কি দুবাৰমান 'লাচিত উৎসৱ' পালন কৰাৰ ব্যৱস্থা কৰিছিল। সেইদিনাখন ৰাতিপুৱা তেওঁ নিজেই ঘোঁৰাত উঠি 'জয় জয় কৰ্মবীৰ কামৰূপ জননী, ৰাখিলা জননীৰ মান' বুলি গান গাই এটা শোভাযাত্ৰাৰ নেতৃত্ব লৈছিল। আবেলি এখন সভাও পাতিছিল। তেওঁ গুৱাহাটী এৰাৰ লগে লগে এই উৎসৱ আৰু পালন কৰা নহ'ল।

সেই সময়ত গুৱাহাটী চহৰত কন্‌ক্ৰিটৰ ঘৰবাৰী একেবাৰেই উঠা নাছিল। নানা ধৰণৰ গছ-গছনিযে সৰু সৰু খেৰৰ বঙলা বা ইটাৰ পকাঘৰে শুৱনি কৰি ৰাখিছিল। নাৰিকল আৰু খাজুৰি গছে চহৰখনৰ সৌন্দৰ্য অটুট ৰাখিছিল। কেইবাজোপামান তাল গছো অ'ত-ত'ত দেখা গৈছিল। কটন কলেজৰ আগৰ পথাৰখনৰ মাজেদি এটা আলি কাটি দিয়া হৈছিল। সেউজীয়া বননিৰ মাজৰ এই সেন্দুৰীয়া আলিটোৰ দুকাষে শাৰী শাৰী 'কৃষ্ণচূড়া' গছবোৰে কি জেউতি চৰাইছিল যেন এখন ব্ৰজধামহে। প্ৰকাণ্ড প্ৰকাণ্ড জাপিমূৰীয়া 'ৰেইন ট্ৰি' বোৰে দীঘলী পুখুৰীৰ পাৰ আৰু খানাপাৰাৰ ওচৰেদি যোৱা গুৱাহাটী-শ্বিলং ৰাস্তাটো ছাটি ৰাখিছিল। উনৈছ শ ছয়সত্তৰৰ কংগ্ৰেছ অধিৱেশনৰ কল্যাণত এই পথটোক শুৱাই ৰখা ৰেইন ট্ৰিবোৰ স্ববংশে ধ্বংস হ'ল। এই হ'ল আমাৰ বন মহোৎসৱৰ যজ্ঞৰ আহুতি। অনুতাপৰ কিবা প্ৰয়োজন? সৌৰভ কুমাৰ চলিহাই এটা গল্পত আমিৰ আলি এডিনিউৰ দেৱদাৰুৰ অপূৰ্ব সৌন্দৰ্যৰ কথা বখানিছিল। কলিকতা কৰপ'ৰেচনৰ পৰশুৰামে এদিন ৰাস্তাটো বহলাবৰ কাৰণে হাতত কুঠাৰ লৈ বৃক্ষ নিধন কৰিবলৈ আৰম্ভ কৰোঁতেই খবৰ-কাগজৰ পাতত প্ৰতিবাদৰ ধুমুহা উঠিল। পৰশুৰাম এইবাৰ 'বে কায়দাত' পৰিল আৰু আগবাঢ়িব নোৱাৰিলে। গুৱাহাটী চহৰৰ উদ্ভিদ নিৰ্মূল যজ্ঞ কিন্তু সুকলমেই সমাধা হ'ল। চহৰৰ বুকুত থকা অকণমান 'জুবিলি গাৰ্ডেন' খনো মিউনিচিপেলিটিৰ চকুৰ শূল হ'ল আৰু অবিলম্বে তাৰ ঠাইত ওৱাটাৰ ওৱাৰ্কচৰ টেঙ্ক কেইটামান বহুৱাই নগৰৰ মানুহৰ উশাহ-নিশাহ লোৱাৰ পথ অবৰোধ কৰি শান্তি লভিলে। ল'ৰা-ছোৱালীৰ খেল-ধেমালিৰ কাৰণে যে এটুকুৰা ঠাইৰ প্ৰয়োজন সেই কথা

কেতিয়াবাই 'কল্ড্ আউট্' কৰি দিয়া হৈছিল।

উনৈছ শ আঠাইশ চনতহে গুৱাহাটী চহৰত বিজুলী-বাতিৰ প্ৰথম পোহৰ পৰিছিল। আগতে ৰাজ আলিৰ কাষে কাষে লেম্প প'ষ্ট আছিল তাকো কেৰাচিন তেলেৰেহে জ্বলোৱা হৈছিল। সন্ধ্যা লাগিলেই মিউনিচিপেলিটিৰ মানুহে কান্ধত এডাল সৰু জখলা লৈ আহি এই লেমবোৰ জ্বলাইছিল। আমাৰ নিচিনা ল'ৰাৰ কাৰণে এইটো ঘৰলৈ ওভোতাৰ প্ৰথম 'ৱাৰ্ণিং' বুলি ধৰা হৈছিল। তেতিয়া আমাৰ অভিভাৱকসকলৰ মুখত 'কেণ্ডেল-লাইট' কথাটো প্ৰায়েই শুনা গৈছিল। যি ল'ৰাই 'কেণ্ডেল-লাইট'ৰ পাছতো ঘূৰি-পকি আড্ডাদি ফুৰে তাক দুষ্ট ল'ৰা বুলি সকলোৱে গৰিহণা দিছিল। স্কুলীয়া ল'ৰাই চুৰট বিড়ি টনাটোৱেই হ'ল এটা সাংঘাতিক অপৰাধ— লাওপানী বা ফটিকা পিয়া কল্পনাৰ অতীত আছিল। দুই-এটা অঘাইটং ল'ৰাই বিড়ি-চুৰট মুখত দিলেও সেইটো গুৰুজনৰ দৃষ্টি-গোচৰ কেতিয়াও নহৈছিল। গাভৰু ছোৱালীক দেখিলে জোকোৱা বা সুহুৰি মৰাও ল'ৰাৰ কাৰণে ভয়ানক অপৰাধ— একেবাৰে 'গোল্লাই যোৱা' ল'ৰাৰহে কাম। ল'ৰা এনেকুৱা অপৰাধত দায়ী হ'লে স্কুলৰ ব্লেক-বুকত নাম পৰিছিল আৰু শাস্তিও পাইছিল।

গোটেই চহৰখনৰ ভিতৰত ফাঁচী বজাৰতহে এটা বায়'স্কোপ বা চিনেমা হল আছিল। তাৰ নাম 'পিকচাৰ হাউচ', এতিয়াও হয়তো আছে। ইয়াত নিৰ্বাক ছবিহে এখন দুখনমান কেতিয়াবা কেতিয়াবা চাইছিলোঁ। হিন্দী ৰূপকথাৰ কাহিনী 'লাল আউৰ গহৰ' নাইবা 'হাতিম তাই'ৰ নিচিনা চিৰিয়েল ছবিহে সেই সময়ত দেখুওৱা হৈছিল। কেলভিন চিনেমা বহুত পাছতহে খোলা হৈছিল। এই হলটোত 'টকি ছবি' গুৱাহাটীৰ মানুহে প্ৰথমতে চাবলৈ পাইছিল। ভাল ভাল দেশী আৰু বিদেশী ছবি আমি ইয়াতেই চাইছিলো। ছাত্ৰৰ কাৰণে এটা বিশেষ শ্ৰেণীৰ ব্যৱস্থা কৰা হৈছিল। 'মেটিনি শ্ব'ত টিকটৰ হাৰ দুআনি এটাহে আছিল। 'বেনহাৰ', 'ক্লিঅপেট্ৰা', 'টেইল অব টু চিটিজ' আৰু চাৰ্লি চেপলিন বা লৰেল হাৰ্ডিৰ হাস্যৰসৰ কিছু ছবি আমি উপভোগ কৰিছিলো। বাংলা ছবি 'চণ্ডীদাস', 'দেনা পাওনা' ইত্যাদিও এই হলতেই দেখুওৱা হৈছিল। চহৰৰ প্ৰায় ল'ৰাই মাজে-সময়ে চিনেমা চাইছিল যদিও আজিৰ দৰে 'ফিল্ম-ফেনচ' তেতিয়া জাগি উঠা নাছিল, এই শব্দটোকেই শুনা নাছিলো।

আমি গুৱাহাটীলৈ আহি দীঘলী পুখুৰীৰ দক্ষিণ-কোণত থকা এটা ঘৰত উঠিছিলো। আজি য'ত ৰাজ্যিক লাইব্ৰেৰী, মিউজিয়াম আৰু ৰবীন্দ্ৰভৱনৰ অট্টালিকা উঠিছে সেই ঠাইডোখৰ তেতিয়া চন পৰি আছিল। এচুকত কামৰূপ অনুসন্ধান সমিতিৰ একমাত্ৰ সৰু অফিচটোহে আছিল। এই পথাৰখন তেতিয়া সকলোৱে 'ইৰাণী পথাৰ' বুলি কৈছিল। প্ৰত্যেক বছৰেই জাৰকালি এসোপা বেদুইন মানুহ আহি তম্বু তৰি দুই-তিনিমাহমান এই পথাৰখনতেই কটাইছিল। এই পুৰুষ আৰু তিৰোতাবোৰৰ পোছাক-পৰিচ্ছদ আৰু বিশেষকৈ ছুৰি কটাৰি, ভেগাৰ, তৰোৱাল আৰু তলা-চাবি ইত্যাদি নানা তৰহৰ বস্তুৰ মেলি দিয়া বজাৰ-পোহাৰখনে আমাৰ মনত কৌতূহল সৃষ্টি কৰিছিল।

অনুসন্ধান সমিতিৰ আগত এজোপা কি দুজোপামান অজস্ৰ বেঁকা-বৌঁকি ঠাল-ঠেঙুলিৰ কৌটিকলীয়া গুলঞ্চি ফুলৰ গছ আছিল। ওচৰতে ৰজাৰ দিনৰ এসোপা বৰটোপৰ গুলি, এটা প্ৰকাণ্ড শিলৰ কলহ, কেইচটামান শিলত কটা 'ৰেলিফ' আৰু কেইটামান মূৰ্তিও পেলাই থোৱা হৈছিল। পথাৰখনত আমি অকল চিলা উৰুৱাই নাছিলো, সৰু সৰু হিলৈৰ টোপবোৰেৰে মাৰ্বলো খেলিছিলো। অনুসন্ধান সমিতিলৈ অহা-যোৱা কৰা পণ্ডিত ব্যক্তিসকলৰ ভিতৰত কনকলাল বৰুৱা, সূৰ্যকুমাৰ ভূঞা, বাণীকান্ত কাকতি, কালিৰাম মেধি আৰু কেইজনমানক প্ৰায়েই দেখা পাইছিলো। তেতিয়া এই অফিচটোত মাত্ৰ দুজন মানুহ— এজন ক্লাৰ্ক কাম টাইপিষ্ট আৰু আনজন হ'ল চকিদাৰ। প্ৰত্নতত্ত্বত নিচা থকা মানুহে এইটো অৱসৰ সময়ৰ এটা কৰ্তব্য বুলি ধৰি লৈছিল। কিছুদিন আগতে এদিন ৰাতিপুৱা সমিতিৰ সেই ঘৰটোলৈ গৈছিলো। মিউজিয়ামৰ কিউৰেটৰ আৰু দুই এগৰাকী কৰ্মচাৰীৰ লগত জাৰকালিৰ ৰ'দ-কাঁচলিত বহি দুই-চাৰিটা কথা আলোচনা কৰিছিলো, সেই সময়ত মোৰ চকুৰ আগত সেই অতীতৰ স্মৃতি ভাঁহি উঠিছিল। পথাৰখনৰ মাজে মাজে আৰু এফালে খাজুৰি গছেৰে ভৰপূৰ আছিল। এই খাজুৰি গছৰ পৰা ৰস উলিয়াই খাজুৰি-গুৰ তৈয়াৰ কৰা হৈছিল। আনপিনে দুই-তিনিজোপা বিশাল শিমলু গছে বসন্তৰ আগমনত পথাৰখন ৰাঙলি কৰি থৈছিল। পথাৰখনৰ সিমূৰত আকৌ কিছু পৰিমাণে আমগছ আছিল। এই আম্ৰকুঞ্জ যেতিয়া মলিযাই আৰু শিমলুৰ শিৰৰ সেন্দুৰ জ্বলি উঠে, চৰাই-চিৰিকতিয়ে মৌৰ লোভত গুঞ্জন কৰে তেতিয়া এই চন পৰি থকা পথাৰখনি ৰূপ ৰস আৰু সৌৰভেৰে পৰিপূৰ্ণ হৈ উঠে। তাহানিৰ সেই আম্ৰকুঞ্জ এতিযাও আছেনে নাই নাজানো কিন্তু সেই ঠাইডোখৰ আমবাৰী বুলি এতিয়াও জনাজাত হৈ ৰৈছে। সেই কালত দীঘলী পুখুৰীত খুব মাছ পোৱা গৈছিল কিয়নো প্ৰত্যেক বছৰেই তাত ৰৌ-বাহুৰ পোনা মেলি দিয়া হৈছিল। এটকা ৰূপ পেলালেই দিনটোৰ কাৰণে বৰশি বাবলৈ লাইচেন্স্ দিয়া হৈছিল। মাজে মাজে একোটা বিৰাট আকাৰৰ ৰৌ-বাহু বৰশিত লাগিছিল আৰু সেই মাছৰ সোৱাদ পোৱা চহৰৰ মানুহে পাৰতেই ভাগ বাটি কিনি নিছিল। আমি মাজে-সময়ে পুঠি বা কাদ্ধুলি ধৰি তাতোকৈ বেছি সোৱাদ উপভোগ কৰিছিলো। পুঠি মাছ ধৰিবলৈ লাইচেন্স নাছিল যদিও চকিদাৰটো বৰ বেছি 'ছটিয়াৰ আদ্‌মী' আছিল বুলি আমাক মাজে মাজে সেই আনন্দৰ পৰা বঞ্চিত কৰিছিল। তৰুণ ৰাম ফুকন ডাঙৰীয়াৰ চিকাৰ আৰু মাছ ধৰাৰ খুব নিচা আছিল। বছৰত প্ৰায় দুমাহ মানৰ কাৰণে তেওঁ একেলগে টকা দি আৰু বহিবৰ কাৰণে এখন বাঁহৰ দীঘল সাঁকো পাতি পুখুৰীৰ মাজত বহি বৰশি বাইছিল। সেই সময়তে সতীৰ্থ স্বৰূপে তেওঁৰ লগত আমাৰ মাছ ধৰা দলটোৰ এটা আন্তৰিক যোগাযোগ হৈ উঠিছিল। কাছাৰিৰ কাম শেষ হ'লেই ফুকন ডাঙৰীয়া দীঘলী পুখুৰীৰ পাৰত উপস্থিত হৈছিল। তেওঁৰ আগমনে এটা বেছ নাটকীয় ৰূপ দান কৰিছিল। জৰ্জ কৰ্টৰ ওচৰত গাড়ী ৰাখি দুজন মানুহৰ হাতত হুইল, বৰশি, টোপ আৰু নানান্ মাল-মচলা দি ওখ গড়াটো নামি আহিছিল। পানীৰ ঘুৰলি পাই একেটানে বন্দৰৰ চুৰিয়া আৰু পাঞ্জাবীটো

সোলোকাহি যাঁহৰ ওপৰত পেলাই দিছিল আৰু একে পলকতে ভিতৰত থকা খদ্দৰৰ হাফপেণ্ট আৰু গেঞ্জীটোৱে আগবাঢ়ি আহি আমাক সুধিছিল— 'ল'ৰাহঁত পুঠি কেইপোন ধৰিলি চাওঁ। মিছামাছ পাইছ যদি মোক টোপৰ কাৰণে দিবিছোন।' এনেকৈয়ে আৰু দুই-চাৰিটামান মজাৰ মজাৰ কথা কৈ সাঁকোত উঠি চাও পায়গৈ। পুঙালে চাওঁতে চাওঁতে আমনি লাগিলে একোবাৰ পাৰলৈ আহি আমাক পুঠি ধৰাৰ 'টেক্‌নিক' শিকাই দিয়ে। 'পুঠি ধৰিবলৈ হাতৰ সৰু গাঠিৰেহে ছিপটোত এটা জোঁকাৰ মাৰিবি নহ'লে, পুঠিৰ হিঁগি আহা কোবাৰিটোহে পাবি পুঠি নাপাবি।' এনেকুৱা এগৰাকী স্বনামধন্য ব্যক্তিৰ সান্নিধ্যই আমাৰ পুঠি ধৰাৰ উদ্যম দুগুণে বঢ়াই তুলিছিল।

ফুকন ডাঙৰীয়া এগৰাকী অতি চৌখিন মানুহ আছিল। সুস্থ, সবল আৰু তেজে ফুটি পৰা চেহেৰা। তাতে পিন্ধেও মিহি খদ্দৰৰ বগলি পাখি হেন পাঞ্জাবী চুৰিয়া আৰু গান্ধী টুপি। মাৰ কাৰণে এনেছা আঁচু কিনিবলৈ মই ফাঁচীবজাৰৰ এখন ৰাজস্থানী বেপাৰীৰ দোকানৰ গাদিত বহোতেই ফুকন ডাঙৰীয়া আহি ওলাল। দুঙ্গী নামৰ বেপাৰীটোৱে মিহি দুই-তিনি ৰকমৰ আঠুৱাৰ 'নেট' দেখুৱাইও তেওঁক সন্তুষ্ট কৰিব নোৱাৰি গুদামৰ পৰা তাতোকৈ ভাল এথান কাপোৰ অনালে। তেওঁ টান মাৰি চাই 'তইনো কিহৰ বেপাৰী, এনেকুৱা মোতাহা কাপোৰ মাছ ধৰা জালহে' বুলি সাউত কৰে ওলাই গ'ল। তেওঁৰ এই সূক্ষ্ম ৰুচিৰ কথাই মোক সেইদিনা অবাক কৰিছিল। ঢাকাৰ বেপাৰীবোৰ অতি ৰসিক। এদিন ফুকন ডাঙৰীয়াই এযোৰ চেণ্ডেল কিনিবৰ কাৰণে এখন বেপাৰীৰ দোকানত সোমায়। বেপাৰীয়ে সেই যুগৰ বিখ্যাত 'ফুল এণ্ড কোম্পানী'ৰ অনাবশ্যকভাৱে মজবুত চটি জোতা এযোৰ আনি দেখুওৱাত তেওঁ কোৱা কৌতুকপূৰ্ণ কথাষাৰ আজিও পাহৰা নাই— 'এই চটি পৰে দেখছি মক্কা পোঁছাতে পাৰা যাবো।' কথাষাৰ শুনি বেপাৰীটোৰ হাঁহিত পেটৰ নাড়ী ছিগা অৱস্থা যেন হৈছিল। পুৰা-গধূলি দেখা হোৱা আৰু দুগৰাকী বিখ্যাত ব্যক্তিৰ কথা মনত পৰিছে। তাৰে এজন হ'ল জ্ঞানদাভিৰাম বৰুৱা। তেওঁ জে. বৰুৱা বুলিহে বেছি পৰিচিত আছিল। তেওঁ বিখ্যাত বুৰঞ্জীবিদ গুণাভিৰাম বৰুৱাৰ পুত্ৰ। এই সৰ্বজনপ্ৰিয় ব্যক্তি গুৱাহাটী আৰ্ল ল কলেজৰ অধ্যক্ষ আছিল। তেওঁ জাৰকালি ৰাতিপুৱা ডাঙৰ ডাঙৰ শুকান ডাল অনাই কলেজৰ চোতালত একুৰা জুই ধৰাই তাৰ চাৰিওফালে ছাত্ৰসকলক বহুৱাই লেকচাৰ দিছিল। বিশ্বভাৰতীৰ বাহিৰে তেতিয়া আন কোনো বিদ্যাপীঠত এনেদৰে ক্লাছ লোৱা নহৈছিল। চহৰৰ প্ৰায় মানুহেই তেওঁৰ এই ক্লাছ লোৱাৰ অভিনৱ পন্থাটো দেখি আচৰিত হৈছিল। ক্লাছ শেষ কৰি তেওঁ এঘণ্টা, ডেৰঘণ্টামান দীঘলী পুখুৰীৰ পাৰৰ ৰাস্তাৰ ইমূৰৰ পৰা সিমূৰলৈ সদায় খোজ কাঢ়ি ফুৰিছিল। স্কুললৈ অহা-যোৱা কৰোঁতে তেওঁৰ লগত প্ৰায় দেখা হৈছিল আৰু মোৰ পঢ়া-শুনাৰ পৰা খেল-ধেমালিলৈকে সকলো খবৰ সুধি লৈছিল। আমাৰ দেউতা তেওঁৰ এজন পুৰণি বন্ধু আছিল। ল কলেজৰ আগৰ সেই সৰু পথাৰখনিতেই মাজে মাজে ৰাতিপুৱা বেলিকা একোখন আড্ডাত বহিছিল। দেউতা, চন্দ্ৰকুমাৰ আগৰৱালা, কমলাকান্ত ভট্টাচাৰ্য আদি তেওঁৰ নানান বন্ধুৱে তাত যোগদান

কৰিছিল। সেই আড্ডা ৰাতিপুৱাৰ পৰা দুপৰীয়ালৈকে চলিছিল। গুৱাহাটীৰ মানুহৰ কাৰণে এইটোও এটা অভিনৱ আৰু কল্পনাৰ অতীত কথা আছিল। এনেকুৱা আড্ডাৰ ভিতৰেদি যে বহুত নতুন নতুন কথা জানিব পৰা যায়, উপলব্ধি কৰা যায় সেই কথাটো তেওঁলোকে নাজানিছিল। আড্ডা কথাটো একমাত্র বঙালীৰ সম্পত্তি বুলিহে জনাজাত আছিল ; কিন্তু সেই যুগৰ যিসকল অসমীয়া মানুহে ভালেমান দিন কলিকতাত কটাই আহিছিল তেওঁলোকেই আড্ডাৰ গূঢ় তত্ত্বটো ভালদৰে বুজি পাইছিল আৰু এই শব্দটো অসমলৈ 'ইমপ'র্ট' কৰি আনিছিল বুলি ক'ব পাৰি।

দেউতা, বৰুৱা ডাঙৰীয়া আৰু তেওঁলোকৰ বন্ধুসকলৰ সৈতে পতা কথা-বতৰাবোৰ সাধাৰণতে বিষয়ী প্ৰকৃতিৰ মানুহৰ কাৰণে নিৰৰ্থক হ'বও পাৰে; কিন্তু স্পৰ্শকাতৰ ব্যক্তিৰ কাৰণে তেওঁলোকৰ কথাবোৰে অকল কল্পনাৰ খোৰাকেই যে যোগাইছিল এনে নহয় তেওঁলোকৰ ঘটনাবহুল জীৱনৰ ছবিও চকুৰ আগত দাঙি ধৰিছিল। এদিন গধূলি বেলিকা। বৰুৱা ডাঙৰীয়া হাতত একাখি মালভোগ কল লৈ আহি ওলায়। তেতিয়া তেওঁ মাক কোৱা কথাষাৰ আজিও মনত পৰে— 'চাওঁকচোন বন্ধুৰ ঘৰলৈ শুদাহাতে আহিব পাৰিনে? আজি একোৱেই নাপাই কল আখিকে লৈ আহিলো।' তেওঁৰ মুখৰ এই সৰল কথাষাৰে যি আন্তৰিকতাৰ সুৰ ফুটাই তুলিছিল আজিৰ দিনত সেইটো একেবাৰে বিৰল। বৰুৱা ডাঙৰীয়াই তিনি-চাৰিটা ভাষাত সচৰাচৰতে কথা পাতিছিল। কিন্তু যেতিয়া যিটো ভাষাত কথা কৈছিল তাৰ লগত কেতিয়াও এটা বিদেশী শব্দ ব্যৱহাৰ নকৰিছিল। তেওঁৰ এই নিভাঁজ ভাষাত কোৱা কথা শুনি মই আচৰিত হৈছিলো। ভাষাৰ ওপৰত দখলৰ বাহিৰেও তেওঁৰ স্মৃতি শক্তিয়েও আমাক আচৰিত কৰিছিল। কোনো এটা মাটিবাৰীৰ সম্পৰ্কত এবাৰ তেওঁৰ লগত মোৰ এজন বন্ধুৰ দেখা হয়। বন্ধুজনৰ নামটো শুনি তেওঁ অলপ চিন্তা কৰি ক'লে— 'তোমাক মই চিনি পাইছো, তুমি বেছ কেইবছৰমান আগতে মেট্ৰিকুলেচন পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাৰ কোনো এটা কলেজত পঢ়িবৰ কাৰণে মোৰ পৰা দুই-চাৰিষাৰমান কথা লিখাই লৈ গৈছিলা নহয় জানো?' তেওঁৰ পৰা বিদায় লৈ আহি বন্ধুজনে মোক কৈছিল 'এনেকুৱা স্মৃতিশক্তি দেখি মই কি, যিকোনো মানুহেই আচৰিত নহৈ নাথাকে।' প্ৰায় চাৰি কি পাঁচ বছৰ আগেয়ে এখন চাৰ্টিফিকেটৰ কাৰণে মাত্ৰ কেইমিনিটমানহে তেওঁৰ আগত থিয় দিছিল, সেই কথা তেওঁৰ নিচিনা কৰ্মব্যস্ত মানুহে মনত ৰখা সম্ভৱ হ'ব পাৰে?

ৰাতিপুৱা গধূলি প্ৰায়েই দেখা হোৱা আনগৰাকী মানুহ হ'ল বিখ্যাত কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ ডাঙৰীয়া। তেওঁ অৱসৰ সময়ত জোৰ-পুখুৰী পাৰৰ ৰাস্তাটোত সদায় টহলিছিল। তেওঁ মোৰ সমনীয়া প্ৰত্যেকটি ল'ৰাক ভালদৰে চিনি পাইছিল। কেতিয়াবা কেতিয়াবা মোৰ লগত দুই-এটা কথা পাতি নানাভাৱে মোক উৎসাহিত কৰিছিল।

কৰ্মবীৰ নবীনচন্দ্ৰ স্বাধীনতা সংগ্ৰামৰ এক প্ৰধান নেতা আছিল; কিন্তু ৰাজনীতিৰ জটিল সমস্যাত ডুবি থাকিও সাহিত্য চৰ্চাত বিৰত নাছিল। তেওঁ বেছ কেইখনমান

সামাজিক , পৌৰাণিক আৰু বুৰঞ্জীমূলক গ্ৰন্থ ৰচনা কৰি গৈছে। শিশু সাহিত্যতো তেওঁৰ অৱদান আছে। নবীনচন্দ্ৰৰ দেশাত্মবোধক কবিতা আৰু গান সেই কালত খুব জনপ্ৰিয় হৈছিল। বিদেশী বস্তুৰ বৰ্জন আন্দোলনত তেওঁৰ এটা বিশিষ্ট ভূমিকা আছিল।

দেশভক্ত তৰুণৰাম ফুকন ডাঙৰীয়াৰ বিষয়ে অলপ কথা আগেয়ে লিখিছিলো। তেওঁ সেই যুগৰ এগৰাকী বিখ্যাত দেশপ্ৰেমিক আৰু আমাৰ স্বাধীনতা আন্দোলনৰ নেতা আছিল। ৰাজনীতিত মগ্ন হৈ থাকিলেও বৰদলৈ ডাঙৰীযাৰ দৰে সাহিত্য ক্ষেত্ৰটো তেওঁৰো অৱদান লক্ষণীয়। চিকাৰ জীৱনৰ ব্যক্তিগত অভিজ্ঞতাৰ ফল স্বৰূপে ৰচিত গ্ৰন্থখন অসমীয়া সাহিত্যত নতুন সংযোজন। তাৰ বাহিৰেও সমাজ বিজ্ঞান, স্বাস্থ্য বিজ্ঞান সম্বন্ধে আৰু কবিতা, গীত আদিও উল্লেখযোগ্য। অসহযোগ আন্দোলনৰ সময়ত তেওঁৰ এটা উক্তি মনত পৰে 'তৰিলে দেশ মৰিলে স্বৰ্গ।'

সেই যুগৰ অসমৰ খ্যাতনামা বহুত কবি-সাহিত্যিক দেউতাৰ বন্ধু আছিল। তেওঁলোকৰ নতুন কিতাপ ছপাশালৰ পৰা ওলালেই দেউতাক এটা কপি উপহাৰ দিছিল। কেতিয়াবা কেতিয়াবা কোনো কোনো এটা জটিল কথা লৈ আলোচনা কৰি বহুত সময়ো কটাইছিল। চন্দ্ৰকুমাৰ আগৰৱালা , কনকলাল বৰুৱা, বাগ্মীবৰ নীলমণি ফুকন, বেণুধৰ শৰ্মা, ৰঘুনাথ চৌধাৰী, কালিৰাম মেধি, বিনন্দচন্দ্ৰ বৰুৱা, নলিনীবালা দেৱী, অতুলচন্দ্ৰ হাজৰিকা আদি বহুত কবি-সাহিত্যিকে মাজে-সময়ে আহি দেউতাৰ লগত আলোচনা কৰাৰ কথা আজিও মনত আছে। মোৰ ল'ৰা কালতেই তেওঁলোকৰ লগত চিনাকি হোৱাৰ সৌভাগ্য ঘটিছিল কিন্তু কোৱা বাহুল্য যে তেওঁলোকে আলোচনা কৰা জটিল আৰু তাৎপৰ্যপূৰ্ণ কথাৰ ভাগ ল'ব নোৱাৰিলেও মোৰ মনত এটা কৌতূহল সৃষ্টি নকৰি থকা নাছিল। বাগ্মীবৰ নীলমণি ফুকন এদিন আমাৰ তালৈ আহি মোক সুধিলে— 'পণ্ডিত মহাশয় ঘৰত আছেনে?' মই আস্ত-ব্যস্তভাৱে তেওঁক বহিবলৈ দি দেউতাক কি কমনো বুলি সোধাত তেওঁ এটা মিচিকিয়া হাঁহি মাৰি মোক এটা প্ৰশ্ন কৰিলে— 'মণি কিমান বেলেগ বেলেগ ৰঙৰ হ'ব পাৰে জানানে?' তেওঁৰ এই প্ৰশ্নৰ উত্তৰ স্কুলৰ 'অৰেল' পৰীক্ষাত দিয়া দৰে ভাবি চাই খৰচি মাৰি উত্তৰ দিলো— মণি ৰঙা, নীলা, হালধীয়া আৰু বহুত ৰঙৰ আছে, পিছে ৰঙা পোৱাল মণিহে বেছি দেখা পোৱা যায়, কিন্তু স্যামন্তক মণিৰ ৰংহে কেনেকুৱা হয় নাজানো। মোৰ উত্তৰ শুনি তেওঁ হাঁহি হাঁহি ক'লে— 'বেছ কথা, এতিয়া বেগেতে গৈ দেউতাৰক কোৱা— মই ফুকন নীলমণি।' এনেভাৱে কোনেও নিজৰ চিনাকি দিয়াৰ কথাটো অভিনৱ বুলিয়েই হয়তো আজিও পাহৰা নাই।

কৰ্মবীৰ বৰদলৈৰ ঘৰত পতা এখন বিয়াৰ পাছত ন-হোৱালী চাবলৈ মাইতৰ লগত ময়ো গৈ ওলাওঁ। ইফালে সিফালে বহুত মানুহ— নলিনীবালা দেৱীয়ে মাইতক ওপৰ তলালৈ আগবঢ়াই নিয়াৰ সময়ত ময়ো ওপৰলৈ যাব পাৰিমনে বুলি কেলেই কথাটো শুধিছিলো নাজানো। তেওঁ মোৰ কথাবাৰ শুনি হাঁহি হাঁহি ক'লে— 'নোৱাৰো, নোৱাৰো, তোমাৰ নিচিনা এজন অপৰিচিত পুৰুষ মানুহক ওপৰলৈ নিব নোৱাৰো।'

এনেকুৱা নানা ধৰণৰ খুহুতীয়া কথা তেওঁৰ মুখৰ পৰা বহুতবাৰ শুনিছিলো।

উনৈছ শ ত্ৰিশৰ গান্ধীজীৰ অসহযোগ আন্দোলনৰ তাপ লাহে লাহে জুৰাই গ'ল। বেছিভাগ ল'ৰাই আকৌ পঢ়া-শুনাত মন পুতিবলৈ ধৰিলে। পঢ়াত ধাউতি নথকা ল'ৰাই দুনাই স্কুল-কলেজত নোসোমাই জীৱিকা অৰ্জনৰ পথ বিচাৰিলে। চৰকাৰে ছাত্ৰক ৰাজনীতিৰ পৰা দূৰৈত ৰাখিবৰ কাৰণে 'বয়-স্কাউট' আৰু 'ৰভাৰ' কৰি তুলিবলৈ শিক্ষা বিভাগক আদেশ দিলে। আমাৰ স্কুলতো বয়-স্কাউটৰ এটা দল ভালদৰে গঢ়া হৈছিল। স্কুল ইন্সপেক্টৰ আৰু ডাইৰেক্টৰে সঘনে স্কুল পৰিদৰ্শন কৰিবলৈ আৰম্ভ কৰিলে। তেওঁলোকৰ সন্মানাৰ্থে স্কাউট মাষ্টৰে খেলা-ধূলা দেখুওৱাৰ সুব্যৱস্থা কৰিলে। কোৱা বাহুল্য নহয় যে সেই সময়ত আমি 'কম্‌প্ৰমাইজ' হিচাপে তিনিটা জাতীয় সঙ্গীত একেলগে গাবলগীয়া হৈছিল। প্ৰথমতেই কিন্তু 'গড্‌ চেভ দি কিং' গোৱা নিয়ম ধাৰ্য কৰা হৈছিল। তাৰ পাছত 'অ' মোৰ আপোনাৰ দেশ' আৰু 'ধন ধান্যে পুষ্পে ভৰা' গান দুটা গাবলৈ নিৰ্ধাৰিত কৰা হয়। সেইসময়ত মাদ্ৰাজত প্ৰকাশিত এখন 'বয়-স্কাউট' ডায়েৰি মই মগাই আনিছিলো। তাত ৰবীন্দ্ৰনাথৰ Morning Song বুলি 'জন গণ মন' গানটো পাই ভাল লাগিছিল কাৰণে সদায় ৰাতিপুৱা গানটো আপোন মনে গাই আনন্দ লভিছিলো। ভাৰতে স্বাধীনতা লাভ কৰাৰ কিছুদিন পাছতহে 'জন গণ মন'ই জাতীয় সঙ্গীত হিচাপে স্থান পাইছিল।

লৰ্ড বেডেন্ পাৱেলৰ বয়-স্কাউট আন্দোলনৰ পৰা স্কুলৰ ছাত্ৰবোৰৰ শাৰীৰিক বা মানসিক কি উৎকৰ্ষ সাধন হৈছিল মই নিজেই একো বুজি পোৱা নাছিলো। খোলোচটো খুলি দিলেই য'ৰ ল'ৰা তাতেই ৰৈছিল। অৱশ্যে এই আন্দোলনৰ পৰা আমাৰ কোনো উৎকৰ্ষ সাধন নহ'লেও আমাৰ মাজত এটা সৰু থিয়েটাৰ দলৰ সূত্ৰপাত হৈছিল। বন্ধুবৰ লক্ষ্যধৰ চৌধুৰীয়ে আমাক অভিনয়ৰ প্ৰতি অনুপ্ৰাণিত কৰি তুলিছিল। তেওঁৰ 'একলব্য' নাটক সেই যুগৰেই অৱদান। কুমাৰ ভাস্কৰ নাট্যমন্দিৰত কেইবাবাৰো এই নাটকখন অভিনীত হৈ দৰ্শকৰ পৰা ভালদৰেই প্ৰশংসা লাভ কৰিছিল। আমাৰ এই অভিনয় কৰা ল'ৰাৰ দলটো চাওঁতে চাওঁতেই বেছ ডাঙৰ হৈ উঠিল। আমাৰ বন্ধু-বান্ধৱৰ সংখ্যাও দিনে দিনে বাঢ়িবলৈ ধৰাত আমি দুই-এখন আন ধৰণৰ নাটকো হাতত ল'বলৈ ধৰো। আমাৰ 'আলিবাবা' নাটক গুৱাহাটীৰ দৰ্শকে খুব উপভোগ কৰিছিল। মই আৰু মাণিক দাস দুয়ো মিলি চিৰাচৰিত দৃশ্যপট আঁতৰাই ডকাইতৰ গুহাৰ আৰু ইটো সিটো বহুত 'চেট' তৈয়াৰ কৰিছিলো। এয়েই গুৱাহাটী চহৰত 'থাৰ্ড ডাইমেনচনৰ্ চেট'ৰ প্ৰথম প্ৰচেষ্টা। শিলঙৰ আসাম ক্লাবৰ মঞ্চৰো এখন প্ৰতীকধৰ্মী দৃশ্যপট কৰি দিয়াৰ কথা মনত পৰে। সেই কালছোৱাত গুৱাহাটীত থিয়েটাৰৰ প্ৰতি জনগণৰ এটা স্পৃহা দেখা গৈছিল। লক্ষ্যধৰ চৌধুৰী আৰু আমাৰ বন্ধু-বান্ধৱ সকলোৰে মিলি এটা দল। আন ফালে প্ৰবীণ ফুকনৰ এটা দল এই পথত আগবাঢ়িছিল। এই দুটা দলৰ মাজত মঞ্চ অভিনয়ৰ এটা প্ৰতিযোগিতাও আৰম্ভ হৈছিল। আমি কিছুমান 'আন্‌কন্‌ভেন্‌চনেল্' চেট তৈয়াৰ কৰি 'আনাৰকলি' আৰু কেইখনমান সামাজিক নাটকো অভিনয় কৰিছিলো। সহ অভিনয়ৰ কথা আমাৰ সেই

যুগত কল্পনাতীত আছিল গতিকে ছোৱালীৰ সংখ্যা নাটকত বেছি হ'লে নাটকত কোনেও অভিনয় কৰিবলৈ সাহ নকৰিছিল।

এই সময়ত 'একতা সভা'ৰ বাণী অৰ্চনাৰ দায়িত্বও আমাৰ হাততেই পৰিছিল। প্ৰতিকূল অৱস্থাত কিভাৱে 'ইনভেন্‌টিভ্ মেথড'ৰ সহায় ল'ব লাগে তাক আমি ভালদৰেই জানিছিলো। এবাৰ নানান অসুবিধাৰ কাৰণে সময় মতে চান্দা তুলিব নোৱাৰি আমাৰ পূজা পতা হৈ নুঠিব বুলি ধৰি লৈছিলো। ৰাতি দহটামান বজাত লক্ষ্য চৌধুৰী আহি উপস্থিত। হাঁহি মাৰি ক'লে 'পূজা পতা হ'ব।' মই আচৰিত হৈ সুধিলো 'পৰহিলৈ পূজা কেনেকৈনো সম্ভৱ হ'ব?' 'কিয় প্ৰতিমা তুমি সাজিবা মাণিককো লগত ল'বা।' মই ক'লো ভাই, এৰাতিৰ ভিতৰত কামাখ্যাৰ পথ গঢ়াত নৰকাসুৰেই হাৰ মানিলে। এখন প্ৰতিমা এৰাতিৰ ভিতৰত আমাৰ কাৰণে— যাহক প্ৰতিমা গঢ়ি উলিয়াম, পিছে চিৰ-চৰিতভাৱে নহয় কিন্তু! আমাৰ ভাস্কৰ্যৰ আৰ্হিতহে গঢ়িম। তাত কম সময় লাগিব কিয়নো ৰিহা মেখেলা মেৰিয়াই অলঙ্কাৰ পিন্ধোৱাৰ সময় নহ'ব, ৰঙো এটা লগাব লাগিব। লক্ষ্যই ক'লে বেছ কথা, এইবাৰ আমাৰ প্ৰতিমা অভিনৱ হ'ব, গুৱাহাটীৰ মানুহে কেতিয়াও অৰিয়েণ্টেল পেটাৰ্ণত প্ৰতিমা দেখা নাই, এইবাৰ দেখিব।' পাছদিনা নৈৰ পাৰৰ পঁৰা মাটি তুলি আনি আৰু আন আন বস্তু-বাহানি যোগাৰ কৰোঁতেই প্ৰায় আবেলি হৈ আহিল। কাইলৈ ৰাতিপুৱা দহ বজাৰ আগেয়ে পূজা আৰম্ভ হ'ব সেই ভাবি দুয়ো কামত হাত দিলো। ৰাতি এতিয়া চাৰে বাৰটা, ইতিমধ্যে দুই-তিনি পিয়লা চাহ পেটত পৰাত টোপনি ক'ৰবালৈ গ'ল। প্ৰায় দুটা-আঢ়ৈটাত প্ৰতিমাই সম্পূৰ্ণ গঢ় ল'লে; কিন্তু কি বিপদ— ৰং সানিবৰ কাৰণে মাটি অলপ শুকাওক বুলি মাণিকে প্ৰাইমাৰ ষ্টোভটো প্ৰতিমাৰ ওচৰত থৈছিল তাৰ ফলত মূৰ্তিৰ অ'ত-ত'ত ফাট মেলিবলৈ ধৰিলে। মাটি পাতলকৈ গুলি সেই ফাটবোৰ মাৰি দিয়া হ'ল। সেই সময়ত 'চাইনিজ লিকাৰ' বুলি এটা হাতীৰ দাঁতৰ নিচিনা ৰং বজাৰত পোৱা গৈছিল। এনেকুৱা এনামেল পেইণ্ট, আগেয়ে আমি দেখা নাই। চকুৰ পলকতে শুকাই আহিল। ৰাতি পুৱাই অহাৰ লগে লগেই লক্ষ্য, ললিত আৰু ৰসেশ্বৰ আহি উপস্থিত হ'ল আৰু এখন মটৰ-গাড়ী যোগাৰ কৰি এৰাতিত গঢ়ি উলিওৱা প্ৰতিমাক উজানবজাৰ বাৰোৱাৰী পূজা মণ্ডপলৈ 'ট্ৰানচ্‌পৰ্ট' কৰা হ'ল। আমাৰ কেঁচা হাতৰ কাম তাতে এৰাতিৰ ভিতৰত গঢ়া যদিও, প্ৰতিমাখনে ভক্তক নহ'লেও দৰ্শকক যথেষ্টভাৱে মুগ্ধ কৰিছিল। তাৰ এখন ফটোগ্ৰাফো আৱাহনত প্ৰকাশ হৈছিল। ইয়াৰ পাছৰ বছৰৰ পূজাতো মই এখন 'ৰেলিফ' প্ৰতিমা গঢ়িছিলো আৰু এইভাৱেই আমাৰ বাগ্‌দেৱীৰ অৰ্চনা এদিন সমাপ্ত হৈছিল।

গুৱাহাটীত আমাৰ এজন আত্মীয় আছিল। সেই যুগত বিলাতলৈ গ'লে চাহাবৰ যিকোনো এটা নিচা্ প্ৰায় মানুহেই লগত লৈ আহিছিল। তেওঁ বেমিষ্টাৰী পাছ কৰি চিকাৰৰ নিচাটোকেও লগত লৈ আহিছিল। শনিবাৰ হ'লে বা কাছাৰি বন্ধ থাকিলে পছ বধিবলৈ যাত্ৰা কৰে। তেওঁৰ কল্যাণত আমাৰ পেটত বহুত পৰিমাণে পছৰ মঙহ পৰিছিল। মই অলপ ডাঙৰ হোৱাৰ লগে লগে তেওঁ মোৰ হাতখন বন্দুকত পাকৈত

ফনি এই নিচা মোক লগাই দিব খুজিছিল। সকতে এবাৰ গুলতিৰে এটা সৰু চৰাই বধি মনত ইমান কষ্ট পাইছিলো যে সেই গুলতিখন সেই মুহূর্ততে দলিয়াই পেলাই এনে কামৰ কাৰণে খুব অনুতাপ কৰিছিলো। তেওঁৰ নেৰানেপেৰা চেষ্টাত এই কুকৰ্মৰ লগৰীয়া হৈ মাজে-সময়ে শৰণীয়া পাহাৰ আৰু বামুণীমৈদামৰ হাবিত যদিও সোমাইছিলো কিন্তু কেতিয়াও তেওঁৰ আনন্দৰ ভাগ ল'ব নোৱাৰিছিলো। সেই যুগত ল'ৰাই গুৰুজনৰ কথা সহজতে এৰাব নোৱাৰিছিল। তেওঁলোকৰ আদেশ বহুক্ষেত্ৰত অনিচ্ছাসত্ত্বেও মানি ল'বলগীয়া হৈছিল। আজিৰ ল'ৰাই হ'লে এনেকুৱা কথা তিলিকি মাৰি উৰাই দিলেহেঁতেন।

চিকাৰৰ প্ৰাইমেৰী পাঠ শেষ কৰাই তেওঁ এৰাতি বা দুৰাতি হাবিত থাকি চিকাৰ কৰিবৰ কাৰণে মোক লগত লৈ যাবলৈ ধৰিছিল। পানীখাইতীৰ ওচৰৰ ঘাঁহনিত নাইবা ব্ৰহ্মপুত্ৰৰ বালিচৰত আশ্ৰয় লোৱা হৰিণৰ প্ৰাণবধৰ কাৰণে মোক চেকেণ্ড লেফটেনেণ্টৰ পদত নিযুক্ত কৰিছিল। এবাৰ নাৱেৰে উজাই গৈ লুইতৰ বুকুৰ ঝাও বনৰ সৰুচাপৰি এটাত উঠো। তেওঁ প্ৰথমতে পানীৰ যুৰলিত চৰি ফুৰা কেইটামান বালি ঘোঁৰা (Snipe) মাৰি সন্ধিয়া নৌ লাগোতেই ৰাতিৰ সাজ খাই-বৈ আমাক হাবিত সোমাবলৈ সাজু কৰাইছিল। শিল্পীৰ দৰেই চিকাৰীৰো ধৈৰ্য আৰু কষ্ট সহিষ্ণুতাৰ একান্ত প্ৰয়োজন। সেই ৰাতি জোন উঠিলে আৰু নামিলে কিন্তু পহুৰ কোনো সাৰ-সুৰ নাপালো। ঝাৰণিৰ সেমেকা মাটিৰ গোন্ধ আৰু গছ-গছনিৰ ফাঁকেৰে স্পৰ্শকৰা চন্দ্ৰ কিৰণে মোক প্ৰাণীবধৰ নিচা ভাঙি সম্পূৰ্ণ উদাসীন কৰি তুলিছিল। তেওঁৰ লগত আকৌ বেছ কেইবাৰমান চিকাৰলৈ গৈছিলো। চিকাৰৰ বিষয়ে জানিবলগীয়া 'ডুজ্ এণ্ড ড'ণ্টচ্' কেইটামান শিকি লৈছিলো। বননিৰ দীঘল ঘাঁহ কেনেকৈ লৰি উঠিলে সেইটো হৰিণা নে আন কোনো নিশাচৰ জন্তু হ'ব পাৰে সেইটো বুজি পাইছিলো। হাবিত বিপদৰ আশঙ্কাত চিঞঁৰি চাৰিওফালৰ সকলো প্ৰাণীকে সতৰ্ক কৰি দিয়া সেই চৰাইটোৰ ডাকো বুজিবলৈ সক্ষম হৈছিলো। এনেকুৱা প্ৰাথমিক পাঠ দি তেওঁ মোক এজন চিকাৰী কৰি তুলিবলৈ চেষ্টা কৰিছিল। তেওঁ আছিল বৰলা মানুহ, মই যদি চিকাৰী হৈ উঠিব পাৰিলোহেঁতেন তেনেহ'লে তেওঁৰ বন্দুককেইটা আৰু নানান সৰঞ্জামখিনি উত্তৰাধিকাৰী সূত্ৰে হয়তো মোকেই দি গ'লহেঁতেন; কিন্তু কি হ'ব বিধাতাৰ বিপাক—চিকাৰী হৈ জীৱন কটোৱা মোৰ স্বভাৱৰ বিপৰীত। নিশাৰ অৰণ্যৰ বুকুত পহু বা বাঘ- ভালুকৰ পিছে পিছে বাট লোৱা মোৰ কাৰণে অসম্ভৱ। নিস্তব্ধ অৰণ্যৰ মাজৰ সৌন্দৰ্যইহে মোক টানি লৈ গৈ এখন অজনা জগতৰ বুকুত এৰি দি মোৰ মন-প্ৰাণ মতলীয়া কৰি তুলিছিল। মই মন্ত্ৰমুগ্ধ হৈ কটোৱা মাত্ৰ কেইটামান নিশাৰ অভিজ্ঞতাই মোৰ অৱচেতন জগতত সোমাই ৰৈছিল আৰু কোনো এটি বিশেষ মুহূৰ্তত ওলাই আহি মোক যে সৃষ্টিৰ প্ৰেৰণা যোগাইছিল সেই কথাটো বহুত যুগৰ পাছতহে উপলব্ধি কৰিছিলো।

কেইযুগমান আগতে নীলা ৰঙৰ এখন ছবিত এটা শৰ পহুৰে তাৰ শিঙৰ ঠাল-ঠেঙুলিৰে পূৰ্ণ চন্দ্ৰটোক আঁকোৱালি ধৰি ৰখা ছবিখন আঁকিছিলো। এই ছবিখন এই ধৰণৰ

অভিজ্ঞতাৰ ফচল বোলা যায়। এই ছবিখনে বৰ্তমান আমেৰিকাত ব্যক্তিগত সংগ্ৰহত আছে। ছবিখনত ৰূপায়িত হোৱা ৰোমাণ্টিক পৰিবেশে প্ৰদৰ্শনী-কক্ষত দৰ্শকৰ দৃষ্টি বিশেষভাৱে আকৰ্ষণ কৰিছিল। আমাৰ স্কুলটোৰ বিষয়ে কথা কৈ আমি সদায় গৌৰব বোধ কৰিছিলো কিয়নো গুৱাহাটী চহৰৰ ভিতৰত এই স্কুলটো হ'ল অতি পুৰণি। উনৈছ শ ছয়ত্ৰিশ চনত আমি স্কুলত থকা সময়তে শত-বাৰ্ষিকী উৎসৱ মহা সমাৰোহেৰে পালন কৰা হৈছিল। আমাৰ স্কুল ঘৰটো কৰগেটেড টিনৰ, চালবোৰ ৰঙা ৰঙেৰে পেইণ্ট কৰা 'এইচ' পেটাৰ্ণৰ। দুৱাৰ-খিৰিকিবোৰ আয়না লগাই শোভিত কৰা। সেই কালত চাহাবসকলে ঘৰ-বাৰী সজাৰ আগতে এখন আহল-বহল পথাৰ বিচাৰি লৈছিল। সেই কাৰণে ইয়াতো ফুলনিবাৰী আৰু ছাত্ৰসকলৰ খেলাৰ কাৰণে বহুত ঠাই আছিল। এতিয়া তাৰ ঠাইত এটা আধুনিক ধৰণৰ অট্টালিকা উঠিছে। আমাৰ স্কুলৰ বিশেষকৈ পাছফালৰ ফুলনিখন কামিনী চম্পা ফুলেৰে জকমকাই আছিল। এই ফুলৰ জোপোহাবোৰৰ পৰা আমাৰ কেইজনমান শিক্ষকে অকল ফুলৰ সুৰভিকেই উপভোগ কৰা নাছিল Beauty and Utility -ৰ সম্বন্ধে এটা উদাহৰণো দিব পাৰিছিল। কামিনী চম্পা ফুলে গোটেই কমপাউণ্ডটো যেনেকৈ গোন্ধেৰে মলমলাই ছাত্ৰসকলৰ প্ৰাণত আনন্দ দিছিল তেনেকৈ এই গছৰ লেকেটা ডালবোৰ শিক্ষকসকলে শিক্ষাদানৰ চাবুক ৰূপে ব্যৱহাৰ কৰি ছাত্ৰসকলৰ দেহত যথেষ্ট কষ্ট দিছিল। কোৱা বাহুল্য যে তেওঁলোকে প্ৰায়েই সন্ধি-সমাসৰ একেলগে তিনি-চাৰি পৃষ্ঠা মুখস্থ কৰি আহিবলৈ দিছিল যদিহে পাঠ লোৱা সময়ত ক'ৰবাত অলপ-অচৰপ ইফাল-সিফাল হয় তেনেহ'লে এই কামিনী চম্পাৰ চেকনি কোনো দুৰ্ভগীয়া ছাত্ৰৰ হাতত বা পিঠিত ছিগিছিল। এই চাবুকৰ পৰা অব্যাহতি স্বৰূপে কেতিয়াবা কেতিয়াবা চাৰিটা বজাৰ পাছত এঘণ্টা 'কন্‌ফাইন' কৰি ৰখাও হৈছিল। 'চেকনিৰ আগত বিদ্যা' তাক আমাৰ শিক্ষকসকলে ভালদৰেই ধৰি লৈছিল। আন ধৰণৰো কেইজনমান শিক্ষকে আমাক পঢ়াইছিল। তেওঁলোক ক'লা বা বিজ্ঞানৰ 'গ্ৰেজুয়েট' আছিল। এওঁলোকে সেই চেকনিৰ আগৰ বিদ্যা কথাটোৰ ওপৰত বেছি নিৰ্ভৰ নকৰি আন ধৰণৰ লঘু শাস্তি বিধান কৰিছিল। এজন দুজন শিক্ষকক মাজে মাজে ন মাহৰ কাৰণে চৰকাৰে ঢাকালৈ পঠিয়াই বি. টি. পাছ কৰাই আনিছিল। আমাৰ স্কুলৰ প্ৰত্যেকজন ছাত্ৰই মাষ্টৰে যে বি. টি. পাছ কৰিব লাগে তাক ভালকৈ জানিছিল যদিও তেওঁলোকেনো ঘূৰি আহি আমাক কি নতুন ধৰণে পঢ়াইছিল সেই কথাৰ আগ-গুৰি একেবাৰেই বিচাৰি উলিয়াব পৰা নাছিল। তাৰ প্ৰধান কাৰণ আমাৰ শিক্ষাগুৰুসকলৰ আমাৰ প্ৰতি ব্যৱহাৰত কোনো তাৰতম্যই দেখা নগৈছিল। এইবোৰ গভীৰ কথা তেতিয়া আমাৰ পক্ষে বুজা অসম্ভৱ বুলি এৰি দিছিলো। ডাঙৰ-দীঘল হৈহে বুজিলো দিনে পাঁচ ছয় ঘণ্টাকৈ স্কুলত পঢ়াব লাগিলে যিকোনো শিক্ষকৰ পক্ষে বি. টি.-ৰ শিক্ষা নিষ্প্ৰয়োজন। মনস্তত্ব বিষয়ক কথাবোৰ এনে অৱস্থাত চিন্তা কৰাৰ অৱকাশ নাছিল বুলি তেওঁলোকে বুজিব পাৰিছিল।

আজি শিক্ষক আৰু ছাত্ৰৰ মাজত ব্যৱধান একেবাৰেই কমি আহিছে। ছাত্ৰ-ছাত্ৰীৰ শিক্ষক-শিক্ষয়িত্ৰীৰ এই যোগাযোগ আমাৰ ছাত্ৰ অৱস্থাত কল্পনাৰ অতীত আছিল। আমি

কিন্তু সদায় তেওঁলোকৰ ওচৰ চাপিবলৈ চেষ্টা কৰিছিলো। গৰমৰ বন্ধ আৰম্ভ হোৱাৰ দিনাখন ৰাতিপুৱা আমি নিজৰ শ্ৰেণীৰ কুঠৰিটো ফুলপাতেৰে সজাই তুলিছিলো আৰু চান্দা তুলি এটা 'টি-পাৰ্টি'ৰ আয়োজন কৰিছিলো। আমাৰ ক্লাছ মাষ্টৰ আৰু যিকেইজন শিক্ষকে আমাক পঢ়ায় তেওঁলোককো চাহ-মিঠাই খাবলৈ নিমন্ত্ৰণ কৰি আনিছিলো। তেতিয়া তেওঁলোকে আমাক নানান উপদেশ দিছিল আৰু দুই-এটা গল্পও কৈছিল। সঁচা কথা ক'বলৈ হ'লে তেওঁলোকে আমাক মৰমৰ চকুৰেই চাইছিল যদিও আমাৰ লগত কোনো আন্তৰিক যোগাযোগ গঢ়ি উঠা নাছিল। একমাত্ৰ 'স্প'ৰ্টচ্' মাষ্টৰে ফুটবল আৰু ক্ৰিকেট খেলাত ভাল ল'ৰাকেইটাক বেছ মৰম কৰিছিল আৰু তেওঁলোকৰ লগত কথা-বতৰাও পাতিছিল। শিক্ষকসকলৰ আমি প্ৰীতিভাজন নহ'লেও, শিক্ষকসকল আমাৰ শ্ৰদ্ধাভাজন আছিল। আমাৰ স্কুলীয়া জীৱনত এগৰাকী শিক্ষকৰ পৰাহে পোৱা আন্তৰিক মৰম-চেনেহ আজিও পাহৰিব পৰা নাই। তেওঁ হ'ল সুশীল কুমাৰ লাহিড়ী। ক্লাছৰ অতি অঘাইটং ল'ৰাটোৱেও তেওঁক ভাল পাইছিল। আমাৰ প্ৰতি তেওঁৰ মধুৰ ব্যৱহাৰ আৰু লগতে প্ৰত্যেকটি ছাত্ৰৰ বুদ্ধি-বৃত্তিৰ কথা মনত ৰাখি এটা ব্যক্তিগত পদ্ধতিৰে পঢ়াইছিল। কোনো ছাত্ৰই 'অঙ্কটো কৰিব নোৱৰিলো' বুলি কোৱা শুনিলে এটা নতুন নিয়মেৰে কৰিবলৈ শিকাই দিছিল। তেওঁক লগ নোপোৱালৈকে জ্যামিতি মুখস্থ কৰি অঙ্কৰ পৰীক্ষাত উত্তীৰ্ণ হৈছিলো। কিছুদিনৰ ভিতৰতেই অঙ্কশাস্ত্ৰত আমাৰ দুৰ্বলতা কমাই আনিছিল— Mathematics without tears হৈ উঠিছিল। অঙ্কত চোকা ল'ৰাই বহুত বেছি জটিল অঙ্কও আয়ত্ত কৰিব পাৰিছিল। বহুত বছৰৰ পাছত এবাৰ চেণ্ট এডমাণ্ডচ্ কলেজত বি. টি.-ৰ ছাত্ৰ হিচাপে তেওঁৰ লগত দেখা হোৱাত তেওঁ কোৱা কথাষাৰ মনত পৰিছে— 'এই বুড়ো বয়সে আমাকে ছাত্ৰ হিচাপে দেখে তোমাৰ কষ্ট হচ্ছে না? আমাৰ শৰীৰ ভাল নয়। তবু শিক্ষকতা কৰতে হলে বি. টি. পাছ কৰতেই হবে।' তেওঁৰ এই কথাষাৰ শুনি মোৰ মনত খুব দুখ লাগিছিল। মনত পৰিছিল তেওঁৰ উপদেশমূলক নানান গল্প আৰু ঘণ্টা পৰাৰ অলপ আগতে তেওঁ শিকাই দিয়া ফৰাচী, লেটিন আৰু ইংৰাজী কথাবোৰ। ভাবিছিলো এনে এগৰাকী প্ৰতিভাবান শিক্ষকক বুঢ়া বয়সত বি. টি. পাছ কৰাৰ পৰা ৰেহাই দিলে ছাত্ৰৰ কোনো ক্ষতি নহ'লহেঁতেন। প্ৰত্যেক নিয়মৰেই 'একচেপ্চন' থাকে; কিন্তু কি হ'ব এই নিয়মৰ কোনো হেৰফেৰ হ'ব নোৱাৰে।

পাঠশালাৰ দিনবোৰৰ দৰেই আমি কলেজিয়েট স্কুলত পঢ়োতেও পানী খোৱা ছুটীত চহৰৰ ইফালে সিফালে ঘূৰি-পকি ফুৰিছিলো। জুবিলি গাৰ্ডেন, কাছাৰিৰ কমপাউণ্ড নাইবা নৈৰ ঘাটত একোটা পাক মাৰিছিলো। গাঁৱলীয়া মানুহে মাজে-সময়ে বাঘৰ পোৱালি আৰু সাপ আদি ধৰি আনি দেখুৱাই ডেপুটি কমিছনাৰৰ পৰা বকচিচ পাইছিল। কেতিয়াবা আকৌ গুলিৰে বধা প্ৰকাণ্ড ঢেঁকীয়াপতীয়া বাঘো লৈ আহিছিল; কিন্তু এই সকলোবোৰতকৈ আমাৰ আৰু এটা আকৰ্ষণীয় বস্তু আছিল কালুৰ ইন্ফৰমেচন দাবাইখানাখন।

তেওঁ লাখটকীয়া নে মাছখোৱাৰ মানুহ। সদায় বাৰটামান বজাত মামৰে খোৱা

এটা টিনৰ বাকচত দৰবপাতিৰ এসোপা সৰু সৰু চিচা বটল লৈ আহি কাছাৰিৰ ওচৰৰ বটগছৰ তল পাইছি। কেইমিনিটমানৰ ভিতৰতেই এখন বগা বিছনাচাদৰ মাটিত পাতি দৰবৰ বটল, চিচা, টেমা পৰিপাটিকৈ সজাই পেলাই এটাৰ পাছত এটা দৰবৰ গুণ-কীৰ্তন আৰম্ভ কৰে আৰু ৰোগৰ লক্ষণ ব্যাখ্যা কৰিবলৈ ধৰে। ব্যৱসায় ক্ষেত্ৰত কালুৱে কলিকতীয়া কেনভাচাৰকো হাৰ মনাইছিল। কালুৰ গলা যেন 'সৰস্বতী বাণ।' কণ্ঠস্বৰ সপ্তমত তুলি ঔষধৰ গুণ-কীৰ্তন শেষ কৰি তেওঁ মধুৰ মাতেৰে মকৰ্দমা কৰিবলৈ কাছাৰিলৈ অহা গাঁৱলীয়া মানুহক দৰব বেচিবলৈ চেষ্টা কৰে। প্ৰয়োজন বা অপ্ৰয়োজনতো বহুতে কালুৰ দৰবপাতি কিনিবলগীয়া হয়। কেতিয়াবা আকৌ হোজা মানুহক দুই-এটা ধমক সোধাইয়ো ঔষধ কিনিবৰ কাৰণে মান্তি কৰে। এনেকৈয়ে দুটকা আঢ়ৈ টকাৰ দৰব বেচি কালুৱে সুকলমেই ঘৰ-সংসাৰ চলাইছিল। মানুহক কথাৰ ছলেৰে মোহি দৰব বেচাৰ নমুনা দেখি কালুক আমি এজন অসাধাৰণ বুদ্ধিমান ব্যক্তি বুলি যথেষ্ট সন্মান কৰিছিলো।

গুৱাহাটীৰ মানুহ সেই কালছোৱাত চিত্ৰশিল্প আৰু ভাস্কৰ্যৰ প্ৰতি সম্পূৰ্ণ উদাসীন আছিল। দুই-এটা ল'ৰা-ছোৱালীয়ে কেতিয়াবা এটা সস্তীয়া জাপানী ওৱাটাৰ কালাৰৰ বাকচ কিনি দুই-এখন ছবি আঁকিবলৈ চেষ্টা কৰিছিল। বাহিৰৰ পৰা কোনো উৎসাহ বা প্ৰভাৱ নপৰা কাৰণে প্ৰতিভা থকা ল'ৰা-ছোৱালীৰো ছবি অঁকাৰ নিচা আৰম্ভণিতেই অন্ধকাৰত বিলীন হৈ গৈছিল। ছবি অঁকাত মন বহিলে পঢ়া-শুনা নহ'ব বুলি অভিভাৱকসকলেও ভয় খাইছিল। চিত্ৰ শিল্প বা এনেকুৱা ধৰণৰ সুকুমাৰ কলাৰ দ্বাৰা এদিন জীৱিকা অৰ্জনৰ পথ মুকলি হ'ব পাৰে বুলি তেওঁলোকে নাজানিছিল। জীৱেশ্বৰ বৰুৱা আৰু মুক্তা বৰদলৈয়ে কলিকতাৰ আৰ্ট স্কুলত কিছুদিন কটাই আহিছিল। পাণবজাৰৰ ফটোগ্ৰাফাৰ ঘোষালবাবুও এদিন আৰ্ট স্কুলৰ ছাত্ৰ আছিল। কলিকতাত কিছুদিন শিল্প শিক্ষাৰ পাঠ গ্ৰহণ কৰি শিল্পী নামৰ সাৰ্থক লেবেলখন সামৰি লগত লৈ অহাতেই সেই পৰ্বৰ শেষ হৈছিল। সেই সময়ত অসমত শিল্প বিদ্যাৰ দ্বাৰা একেবাৰেই জীৱিকা অৰ্জন কৰাৰ পথ উলিয়াব নোৱাৰিছিল। জাত গ'ল পেটো নভৰিল যেতিয়া জীৱন নিৰ্বাহৰ কিবা এটা উপায় বিচাৰি উলিয়াব লগাত পৰিল। ৰাজ আলিৰ কাষত এটা সৰু ঘৰ লৈ— Artist & Photographer বুলি এখন চাইনবৰ্ড লগাই দি ফটো তুলিবলৈ দুই-এজনে আৰম্ভ কৰিলে। স্কুল-কলেজৰ গ্ৰুপ ফটোগ্ৰাফ, নাইবা ছোৱালীৰ বিয়াৰ কাৰণে প'ৰ্ট্ৰেট ফটোগ্ৰাফৰ অৰ্ডাৰ আহে। কোনো মানুহে আকৌ চ'ৰাঘৰ শুৱনি কৰিবৰ কাৰণে ফেমিলি ফটোগ্ৰাফ আৰু স্বৰ্গীয় আই-বোপাইৰ দহ-বাৰ ইঞ্চি চাইজৰ এনলাৰ্জমেণ্টৰ অৰ্ডাৰ দিয়ে। ছবি আঁকিবলৈ ঠিক কৰা হাতখন এইবাৰ বেছ কামত লাগিল। নিগেটিভ ৰিটাচ্, ব্ৰোমাইড্ ফিনিচ্ আৰু মাজে-সময়ে প্ৰিণ্টৰ ওপৰত আগফাৰ ট্ৰানচ্পাৰেণ্ট্ ওৱাটাৰ কালাৰ সানি দি, শিল্পশিক্ষাৰ মৰ্যাদা অটুট ৰাখিবলৈ চেষ্টা কৰিলে আৰু পেটৰ ভাত মুঠিও মোকোলাবলৈ এইভাৱেই সুবিধা কৰিলে। ফটো তোলাৰ সা-সঁজুলিৰ দোকানো খুলি কম্পেনীৰ পৰা কমিছনো পাবলৈ ধৰিলে। জীৱেশ্বৰ বৰুৱাই

মাজে-সময়ে হৰমোহন দাস আৰু ৰাজবালা দাসৰ দুই চাৰিখন পাঠ্য পুথিৰ লাইন ড্ৰইং কৰি অলপ টকা ৰোজগাৰ কৰিছিল। মুক্তা বৰদলৈয়ে ফটোগ্ৰাফৰ ওপৰত ৰং সানি হৰিপ্ৰসাদ বৰুৱাৰ 'মইনা' কিতাপখন অলঙ্কৰণ কৰাৰ কথা মনত পৰে। তেওঁ থিয়েটাৰৰ 'চিন' আঁকিও ৰোজগাৰ কৰিছিল। কেইগৰাকীমান লেখকে এই শিল্পীসকলক পৃষ্ঠপোষকতা নকৰি কিতাপবোৰ কলিকতাৰ ছপাশাললৈ পঠিয়াই প্ৰয়োজনীয় ছবিকেইখন তাৰে এজন শিল্পীৰ হতুৱাই আঁকাই লৈছিল। তৈলচিত্ৰৰ প্ৰতিকৃতিৰ বিষয়ে নাম-গোন্ধো ওলোৱাই নাছিল। এই হ'ল অসমৰ সেই যুগৰ সুকুমাৰ কলাৰ বাতাবৰণ।

এই পটভূমিকাতেই মই মোৰ শিল্প সাধনাৰ পাতনি মেলো। সেই কালছোৱাত পাশ্চাত্য শিল্পৰ পিনে মুৰ দাঙি চালে দেখা গৈছিল যে ইম্‌প্ৰেচনিজম্‌ কিউবিজম্‌, চুৰৰিয়েলিজম্‌, এক্সপ্ৰেচনিজম্‌ আদি শিল্প ধাৰাৰ পৰীক্ষা-নিৰীক্ষা শেষ হৈ শিল্পীৰ প্ৰাণত আধুনিক শিল্পৰ সোঁত বৰলৈ ধৰিছিল। কলিকতা, বোম্বাই, মাদ্ৰাজ আৰু লক্ষ্ণৌত বৃটিছ একাডেমিক সাঁচত আৰ্ট স্কুল প্ৰতিষ্ঠা কৰি শিল্প শিক্ষা দান কৰা হৈছিল। সমসাময়িক কালছোৱাতেই বিশ্বভাৰতীত প্ৰাচ্য ৰীতিত শিল্প শিক্ষাৰ ব্যৱস্থা কৰা হয়। ভাৰতীয় ঐতিহ্যসম্মতভাৱে শিল্প শিক্ষা দান কৰিবৰ কাৰণে ই. বি. হেভেল আৰু অবনীন্দ্ৰ নাথৰ প্ৰচেষ্টাত কলিকতা মহানগৰীত 'অৰিয়েণ্টেল ছোচাইটি' প্ৰতিষ্ঠিত হয় আৰু 'বেঙ্গল স্কুলৰ' শিল্পীগোষ্ঠীৰ কামে সমাদৰ লাভ কৰে।

আজি ভাবিলে আচৰিত নহৈ নোৱাৰি যে ত্ৰিশৰ দশকতো গুৱাহাটী চহৰত মোৰ নিচিনা এটা সৰু ল'ৰাই নিজকে প্ৰকাশ কৰিবৰ কাৰণে এডাল কোমল লেড্‌-পেঞ্চিল, ক্ৰেয়ন বা এডোখৰ কাৰ্ট্ৰিজ কাগজ বিচাৰি নেপাইছিল। শিল্প শিক্ষাৰ কিতাপ বা শিল্প গুৰু পোৱাটো দূৰৰ কথা।

মোৰ কৈশোৰ কালছোৱাত এনে প্ৰতিকূল অৱস্থাতো শিল্পী হৈ উঠাৰ কামনাক সফল কৰি তুলিবলৈ চেষ্টা কৰিছিলো। শিল্প সৃষ্টিৰ পক্ষে অসুবিধাজনক সস্তীয়া জাপানী ৰং তুলিৰে ছবি আঁকি সৌন্দৰ্য ৰস উপলব্ধি কৰিবলৈ আপ্ৰাণ চেষ্টা কৰিছিলো। আবেলি বেলিকা মাজে মাজে কাৰ্জন হ'ল লাইব্ৰেৰীত (এতিয়া কৰ্মবীৰ বৰদলৈ লাইব্ৰেৰী) সোমাই নানান ধৰণৰ দেশী-বিদেশী আলোচনীৰ পাতত চকু ফুৰাইছিলো। শিল্প জগতৰ বিষয়ে লিখা দুই-চাৰিটা কথা পঢ়ি মোৰ আগত আশা আৰু হতাশাৰ দুখন সুঁতি একেলগে বৰলৈ ধৰিছিল। সুকুমাৰ কলাৰ প্ৰতি আমি কিমান উদাসীন এই কথাটো স্পষ্ট হৈ উঠিছিল। গ্ৰন্থাগাৰটো ঘাটি এখনহে মাথোন শিল্পবিষয়ক গ্ৰন্থ উদ্ধাৰ কৰিব পাৰিছিলো। ভাৰতবৰ্ষ প্ৰবাসী, মানসী ও মৰ্মবাণী আৰু মডাৰ্ণ ৰিভিউৰ পাতত 'বেঙ্গল স্কুলৰ শিল্পীসকলে অঁকা চিত্ৰবোৰ চাই তৃপ্তি লাভ কৰিছিলো। ইলাষ্ট্ৰেটেড্‌ লণ্ডন নিউজৰ পাতত থকা ষ্টিল এনগ্ৰেভিংবোৰ দেখি আচৰিত হৈছিলো। 'ষ্ট্ৰেণ্ড' আৰু ওৱাইড্‌ ওৱলৰ্ড্‌ আলোচনীৰ ইলাষ্ট্ৰেচনবোৰত মানৱ দেহ ৰূপায়িত কৰা শিল্পীসকলৰ কামে মোক যথেষ্ট অনুপ্ৰেৰণা যোগাইছিল।

শিল্পীৰ তুলি, ৰং, চিয়াঁহী আৰু কাগজ-কলম সকলোবোৰ কলিকতাত পোৱা

যায় বুলি জানো কিন্তু দোকানৰ ঠিকনা যোগাৰ কৰা সম্ভৱ নহয়। মোৰ সৌভাগ্য যে এদিন হঠাতে কলিকতাৰ ৰঙৰ দোকানৰ ঠিকনাটো চকুত পৰে। পাছদিনাই এটা প'ষ্টকাৰ্ডত কেটেলগখন বিচাৰি পঠিয়ালো। কিন্তু কেটেলগ চাই মোৰ প্ৰয়োজনীয় সা-সঁজুলি বিচাৰি উলিওৱা সহজ কথা নহয়। ৰঙো তেতিয়া খুব সস্তা কাৰণে মোৰ হাতত থকা কেইটামান টকাৰ বস্তু অৰ্ডাৰ দিলো। সাদিন মানৰ ভিতৰতে মোৰ নামত প্ৰথম এটা ভি. পি. পাৰ্চেল আহিল, তাতে ৰঙৰ পাৰ্চেল— মোৰ ৰং চাই কোনে! নতুন ৰং তুলিৰে নতুন উদ্যমেৰে মোৰ চিত্ৰ-চৰ্চা আৰম্ভ হ'ল। কেইদিনমানৰ ভিতৰতে ওৱাটাৰ কালাৰেৰে দুই-তিনিখন ছবি আঁকি পেলালো। তাৰে এখন ছবি ভয়ে ভয়ে 'আৱাহন'ৰ সম্পাদক দীননাথ শৰ্মা ডাঙৰীয়ালৈ পঠিয়াই দিলো। মোৰ নিচিনা এটা সৰু ল'ৰাৰ ছবি আৱাহনে কি প্ৰকাশ কৰিব? নকৰে যদি মোৰ বন্ধুবোৰে জানিব পাৰিলে এই কথাটোকে লৈ মোক খুব উপলুঙা কৰিব। ইয়াকে ভাবি কথাটো কাকো ঘুনাক্ষৰে জানিবলৈ নিদিলো। দুমাহমানৰ পাছত মোৰ ছবিখন আৱাহনত Fronttis-Piece হিচাপে প্ৰকাশ হৈ অহাত্ ঘৰত-পৰত সকলোৱেই আচৰিত হ'ল। ছবিখন আলোচনীত ছপা হোৱাত মোৰ ছবি অঁকাৰ উৎসাহ আৰু আত্মবিশ্বাস বাঢ়ি উঠিল যদিও ইয়াতকৈয়ো ভাল ছবি মই আঁকিব পাৰিমনে বুলি চিন্তা কৰিছিলো।

ভাল ছবি আঁকিবলৈ হ'লে এটা সুনিৰ্দিষ্ট শিল্পপাঠ গ্ৰহণ কৰা প্ৰয়োজন কিন্তু এই প্ৰতিকূল অৱস্থাত কি কৰা যায়। ল'ৰাই পঢ়া-শুনাত মন নিদি ছবি অঁকা শিকিব এই কথাটোত মোৰ অভিভাৱকসকলে যে কেতিয়াও সহাৰি নিদিয়ে তাক মই ভালদৰে জানিছিলো। কলিকতা শান্তিনিকেতন, বোম্বাই বা মাদ্ৰাজৰ শিল্প বিদ্যালয়ত আই-বোপায়ে মোক খৰচ-পাতি দি পঢ়োৱাৰ কথাই নুঠে। এই চহৰখনতো নিৰ্ভৰ কৰিব পৰা শিক্ষক নাই, যি দুই-এজন আছে তেওঁলোক সেই আৰ্টিষ্ট ফটোগ্ৰাফাৰহে। এনেকুৱা এটা পৰিবেশৰ মাজত থাকিও মোৰ শিল্পী হৈ উঠাৰ তীব্ৰ স্পৃহা মনৰ পৰা একেবাৰে আঁতৰাব নোৱাৰিলো।

কাৰ্জন হল লাইব্ৰেৰীৰ মেজত পৰি থকা বিলাতী আলোচনীবোৰৰ ছবি ·মোৰ অনুপ্ৰেৰণাৰ উৎস আছিল। সেই আলোচনীবোৰত থকা ইলাষ্ট্ৰেচন আৰু স্কেচ্ছবোৰ সেই যুগৰ একোজন সুবিখ্যাত বিদেশী শিল্পীৰ কাম। এনেকুৱা ধৰণৰ ছবি তেতিয়া আমাৰ দেশী আলোচনীত দেখা পোৱা নগৈছিল। লাইব্ৰেৰীত বহি কটোৱা এটি আবেলি বেলিকাই মোৰ জীৱনৰ গতি অপ্ৰত্যাশিতভাৱে পৰিবৰ্তিত কৰি দিয়ে। 'ওৱাইড্ ওৱাৰ্ল্ড্' আলোচনীৰ পাতত এখন সৰু 'স্কেচ্' মোৰ চকুত পৰে— তাত এই কথাটো লিখা আছিল; 'Be a successful Artist, copy this sketch or send one of your original sketches to John Hassall R. I. for free criticism.'

'ওৱাইড্ ওৱৰ্ল্ডে' মোক সঁচাকৈয়ে বিস্তৃত জগতৰ লগত পৰিচয় কৰাই দিলে। জাননীখনত লিখা অনুসাৰে নাম-ঠিকনা, বয়স সকলো লিখি লগতে মোৰ মৌলিক ছবি এখন খামত ভৰাই পঠিয়াই দিলো। তেতিয়া বিলাতলৈ ডাক জাহাজতহে যায়,

'ইম্পিৰিয়েল এয়াৰ ওৱেজ' তেতিয়া হোৱা নাছিল। মোৰ এতিয়া ধৈৰ্যৰ পৰীক্ষা আৰম্ভ হ'ল। ঘূৰি ডাকত উত্তৰ পাবলৈ হ'লেও এমাহৰো বেছি সময় লাগে। যথা সময়ত এদিন এটা বিলাতী টিকট লগোৱা গধুৰ খাম আহি পালে। 'জন হাচেল কৰেচ্‌পণ্ডেন্‌চ্ আর্ট স্কুল'ৰ এখন সুশোভিত 'ব্ৰচিঅ'ৰ' আৰু তাৰ ভিতৰত মোৰ ছবিখনৰ বিষয়ে বিখ্যাত বৃটিছ শিল্পী জন হাচেলৰ এখন সমালোচনা পত্ৰ। তাত মই ভৱিষ্যতত যে এজন যথাৰ্থ শিল্পী হৈ উঠিব পাৰিম এই কথাটো লিখিছিল। তেওঁ লিখা সমালোচনা পত্ৰবোৰৰ ভিতৰত এইখনেই হ'ল প্ৰথম।

এই সমালোচনা পত্ৰখন Souvenir হিচাপে মই আজিও ৰাখিছো। তাৰে কেইষাৰমান কথা তলত উধৃত কৰিলো— 'It is very difficult to believe that you are only forteen years of age, as the general standard of your drawing is above the standard of work which we are in the habit of receiving from students very much older...... you are recommended to settle down to serious training so that eventually you can turn your work to profitable account ..'

ভাৰতৰ এচুকৰ এখন সৰু চহৰত বহি বিলাতৰ এগৰাকী বিখ্যাত 'একাডেমিচিয়ানক' শিক্ষা গুৰু হিচাপে লাভ কৰাটো মোৰ কাৰণে এটা সৌভাগ্য নুবুলি নোৱাৰো। মোৰ ছবি এখনৰ ভুল-ভ্ৰান্তি বিচাৰ কৰি তেওঁ ব্যক্তিগতভাৱে লিখা সমালোচনামূলক চিঠিখনিয়ে মোক যে কি উৎসাহিত কৰিছিল তাক আজি বৰ্ণনা কৰা অসম্ভৱ। মোৰ একাগ্ৰ নিষ্ঠা আৰু সৰু মগজুটোৰ বুদ্ধিয়ে শিল্পগুৰু এগৰাকী বিচাৰি উলিয়ালে, কিন্তু এতিয়া এটা ঘোৰ চিন্তা আহি পৰিল— গুৰু দক্ষিণা কেনেকৈ দিম? প্ৰত্যেকটো 'ক'ৰ্চ'ৰ কাৰণে 'টিউচন্ ফি' পাঁচ পাউণ্ড পাঁচ শ্বিলিঙৰ কম নহয়। অৱশ্যে 'ইনষ্টল্‌মেণ্ট'ত মাহে মাহে শোধ কৰা যায়। টকা 'প'ষ্টেল অৰ্ডাৰ'ত পঠিয়াব লাগে। সেই সময়ত পাউণ্ডৰ মূল্য তেৰ টকা আঠ অনা মাথোন। প্ৰয়োজনীয় ৰং তুলি ইত্যাদিৰ আউট ফিট্‌টো তেওঁলোকে মোলৈ পঠিয়াই দিব; কিন্তু তাৰ কাৰণে আৰু এক পাউণ্ড এক শ্বিলিং দিব লাগে, নহ'লে নিজেই কলিকতাৰ পৰা আনিবলগীয়া হ'ব। আই-বোপায়ে কথাটো ভাবি-চিন্তি মোক ক'লে যে এনেকৈ ছবি আঁকা শিকিব পাৰিলে কথাই নাই; কিন্তু ইমানখিনি টকা ক'ৰ পৰা দিওঁ। মোৰ এই প্ৰচেষ্টাত সহায় কৰিব পৰা মিতিৰ কুটুম দুই-এজন আছে যদিও কোনেও আগবাঢ়ি নাহে বুলি মই জানো। মোৰ উৎসাহ অলপ সেমেকি আহিবলৈ ধৰিলে। নিজৰ ভিতৰত এটা দ্বন্দ্বও আহি পৰিল। বেছ কিছুদিন চাওঁতে চাওঁতেই অতিবাহিত হ'ল। বৰদিনৰ সময়ত আকৌ এটা খাম বিলাতৰ পৰা আহিল। তাত চিঠি-পত্ৰ নাই, 'উইনটাৰ্' বুলি এখন সৰু 'ব্ৰচিঅ'ৰ'হে। তাত শিল্প অধ্যয়নৰ বিষয়ে বহুত কথাৰ লগতে আৰু এটা মোৰ কাৰণে অতি দৰকাৰী কথা লিখা আছিল। যদি দুসপ্তাহৰ ভিতৰত যিকোনো 'ক'ৰ্চ'ৰ ছাত্ৰ হিচাপে নাম ভৰ্তি কৰা হয় তেনেহ'লে বেছ কিছু টকা কমাই দিয়া হ'ব। মই সাচি থোৱা কেইটামান টকা আছিল আৰু

তাৰ জগতে মাৰ পৰা কেইটামান টকা বিচাৰি লৈ আগ পিছ নুগুনি 'এলিমেণ্টৰী 'কৰ্চ'ৰ কাৰণে প্ৰথম 'ইন্‌ষ্টল্‌মেণ্ট'টো পঠিয়াই দিলো। প্ৰথম পাঠটো হাতত পৰাত কেইদিনমান খুব খাটি 'একচাৰ্‌চাইজ' খিনি পঠিয়াই দিলো। এমাহৰ ভিতৰত সমালোচনাৰ সৈতে ছবিখিনি আহি পালেহি। এই সমালোচনা-পত্ৰখনৰো কেইষাৰমান কথা উল্লেখ কৰিলো— 'The standard of the work you have sent in for this first lesson is far and away above the standard of any work that has been done for the lesson for a considerable time and calls at once for advising you to give serious consideration in taking advance drawing instead of elementary work. Long before you reach the end of the advanced drawing course you should be producing drawings of a standard which would place your work on the heighest position as a professional artist. If you give serious consideration to taking an advanced training we could easily arrange for you to go over to the advanced Drawing Course and start on your studies with a more definite and deeper amount of work to overcome.'

এইয়ে হ'ল তেওঁৰ মোৰ কাৰণে উপদেশ। সকলো ভাবি-চিন্তি চাই এড্‌ভান্‌চ্‌ ফিগাৰ ড্ৰইং কৰ্চটোকে ল'বলৈ স্থিৰ কৰিলো। যথাসময়ত লেছন আহি পালেহি আৰু মই দুগুণ উৎসাহেৰে শিল্প সাধনাত আগবাঢ়িলো। আই-বোপায়ে মোৰ এই ধৰণৰ কাৰ্যকলাপ দেখি দুঃখিত নহৈ সন্তুষ্ট হৈছে যেন লাগিল আৰু যি হ'ল হ'ল বুলি এতিয়া টকাখিনি শোধ কৰিবৰ কাৰণে মান্তি হ'ল। সেই যুগৰ বৃটিছ একাডেমিক ৰীতি যথেষ্ট কঠোৰ আছিল। হাচেলে উদ্ভাৱন কৰা পদ্ধতিৰ দ্বাৰা বহুত জটিল কথাবোৰো সহজ হৈ উঠিছিল। তেওঁৰ বহুকাল শিক্ষকতা কৰাৰ অভিজ্ঞতাৰে লেছনবোৰ অতি সৰল সহজভাৱে লিখি উলিয়াইছিল। এটা গুৰুত্বপূৰ্ণ বিষয় আয়ত্ত কৰাৰ প্ৰচেষ্টাত ছাত্ৰই কি ধৰণৰ ভুল কৰা স্বাভাৱিক সেই কথাটো তেওঁ লেছনবোৰত লিখি দিছিল। এই লেছনবোৰত মাজে মাজে তেওঁৰ কৌতুক ৰসৰ নিদৰ্শনো পোৱা গৈছিল। এতিয়া মনত পৰে সেই সময়ত মোৰ সহপাঠীবোৰে যেতিয়া অকল স্কুলৰ পাঠ আওৰোৱা কাৰ্য সমাপন কৰি বাকী সময়খিনি মনৰ আনন্দেৰে ঘূৰি-পকি ফুৰিছিল তেতিয়া মই কিন্তু শিল্প সাধনাৰ পৰা মূৰ তুলিবলৈ সময় পোৱা নাছিলো। মোৰ লেটাৰ বক্সটোৱেই তেতিয়া মোৰ আৰ্ট স্কুল হৈ উঠিছিল। একেলগে স্কুলৰ পঢ়া-শুনা আৰু শিল্প-চৰ্চাৰ লেছনবোৰ আয়ত্ত কৰা খুব সহজ কাম নাছিল। প্ৰত্যেকটো লেছনত প্ৰায় তিনিমাহৰ কাম সম্পূৰ্ণভাৱে ব্যাখ্যা কৰা থাকে। লেছনটো খুব ভালদৰে পঢ়ি লৈ এটা এটাকৈ 'ষ্টাডি' কৰিব লাগে। কাম কৰি থোৱা সময়ত ভুল বা শুদ্ধ কি হৈছে তাৰ বিচাৰৰ ভাৰ মই নিজেই ল'বলগীয়া হয়। শিল্প সাধনা কৰি মযো এদিন এজন শিল্পী হৈ উঠি নিজৰ ভুল-ভ্ৰান্তি নিজেই শুধৰাব লাগিব যেতিয়া শিক্ষকৰ ওপৰত বেছি নিৰ্ভৰশীল নোহোৱাটোৱেই শ্ৰেয়। এই শিল্প ৰীতি অনুসৰণ কৰাৰ কাৰণে মোৰ চিন্তা শক্তি বাঢ়িবলৈ ধৰিছিল আৰু মোৰ ছবিবোৰত মোৰ চাৰিত্ৰিক বৈশিষ্ট্য ফুটি আহিবলৈ

ধৰিছিল। 'কৰেছ্পণ্ডেন্চ' পদ্ধতিৰ আৰু এটা কথা মনকৰিবলগীয়া যে মৌখিক বিদ্যালয়ত শিক্ষালাভ কৰা সময়ত শিল্প গুৰুৰ নিজস্ব কলা-কৌশল আৰু ভাবধাৰাৰ দ্বাৰা ছাত্রসকল প্রভাৱিত হোৱাও স্বাভাৱিক। সীমিত সময়ৰ মাজত অর্থাৎ তিনিমাহৰ ভিতৰত এটা লেছন শেষ কৰিব লাগে, কিন্তু এজন ক্ষুধাতুৰ ছাত্রৰ কাৰণে এই কামখিনি এমাহ্ বা দুমাহৰ মাজতেই শেষ হৈ যায় আৰু ফাইনেল একচাৰ্চাইজ্খিনিত হাত দিবলৈ বিশ্বাস হ'লেই ছবিবোৰ আঁকি সমালোচনাৰ কাৰণে ততালিকে পঠিয়াই দি তাৰ পাছৰ লেছনটোত অলপো সময় নষ্ট নকৰি কামত আগুৱাই যাব পাৰে। ফিগাৰ ড্ৰইং সাধাৰণতে জটিল। হিউমেন এনাটমিৰ লগত তুলনামূলকভাৱে সকলো প্রাণীৰেই এনাটমি জনা উচিত। জীৱন্ত মডেলৰ পৰা ষ্টাডি কৰা বিশেষ প্রয়োজন। প্রফেচনেল মডেল সেই যুগৰ অসমত এটা নাশ্রুত কথা। মোৰ শিল্প-চর্চাত কাকো ফুচুলাই অলপ সময়ৰ কাৰণে বহুৱাব নোৱাৰিলে আর্চিৰ সহায়তে মোৰ দেহৰ অঙ্গ-প্রত্যঙ্গবোৰ ভালদৰে 'ষ্টাডি' কৰিব লগাত পৰিছিল ; কিন্তু পিঠিখন আঁকাতহে খুব অসুবিধা হৈছিল অৱশ্যে দুখন আর্চিৰে পিঠিখনো আঁকা যায়। ঘৰতেই হওক বা পৰতেই হওক আপোন মানুহক মডেল হ'বৰ কাৰণে যথেষ্ট কষ্ট দিছিলো। তাৰ উপৰিও জেপত থকা এখন সৰু স্কেচ্চবুকত সদায় Surreptitious policy অৱলম্বন কৰি যিকোনো মানুহৰ দেহৰ বা মুখমণ্ডলৰ ছবি আঁকিবলৈ খুব চেষ্টা কৰিবলগীয়া হৈছিল। লেছনবোৰত গ্ৰীক বা ৰোমান ভাস্কর্যৰ চানেকি আছিল। ফিগাৰ শিল্পীসকলৰ নানাধৰণৰ কলা-কৌশলেৰে অঁকা ছবিৰ ৰিপ্ৰডাকচনো আছিল।

এই উদাহৰণবোৰত প্রত্যেক বিখ্যাত শিল্পীৰ চাৰিত্রিক বৈশিষ্ট্য আৰু অধ্যৱসায়েৰে লাভ কৰা গুণৰাশিৰ লগত ছাত্রসকল পৰিচিত হৈ ব্যক্তিগতভাৱে এটা নতুন প্রকাশ-ভঙ্গী উদ্ভাৱন কৰিবলৈ সমৰ্থ হয়। ইয়াৰ উপৰিও নানা যুগৰ কবি, শিল্পীসকলৰ বহুত অমূল্য কথাবোৰ উধৃত কৰি দি শিল্পকলাৰ জটিল সমস্যাবোৰ বোধগম্য কৰি তুলিছিল। সুখ, দুখ, বেদনা ইত্যাদিত দেহত আৰু বিশেষকৈ মুখমণ্ডলত কি সালসলনি হয় তাক ভালদৰে ব্যাখ্যা কৰি দিছিল। হাচেলৰ ভাষা সৰল সহজ আৰু সময়ে সময়ে কৌতুকাশ্রিত। ভাবাবেগ চিত্রপটত প্রকাশ কৰাৰ কাৰণে কঠোৰ সাধনাৰ দৰকাৰ হয়। শিল্পীৰ পক্ষে ভাবাবেগ প্রকাশ কৰা সহজ কাম নহয় আৰু কোনো শিল্পীয়েই এই বিষয়ে সম্পূর্ণ জ্ঞান লাভ কৰিছে বুলি ক'ব নোৱাৰে। মহৎ কবি বা কথা শিল্পীয়ে কিভাৱে তাক প্রকাশ কৰিবলৈ সমর্থ হৈছে তেনেকুৱা গ্রন্থবোৰ অধ্যয়ন কৰা উচিত বুলি তেওঁ কৈছিল। হাচেলে এবাৰ এই epigram টো মোক সোঁৱৰাই দিছিল—'The best savings bank in the world, the one that brings the biggest interest is your own brain.'

কোৱা বাহুল্য যে প্রত্যেক যথার্থ শিল্পীয়েই গোটেই জীৱন একাগ্র সাধনাত কটায় আৰু কল্পিত প্রতিমাক ৰূপ দান কৰিবলৈ মগ্ন হৈ থাকে। এটা মূল আদৰ্শ ৰূপ ব্যক্তিগতভাৱে প্রত্যেক শিল্পীয়েই মনৰ পটত ৰাখি থয়। এই মনৰ পটত থকা ৰূপৰ

লগত যৎসামান্য পাৰ্থক্যই নানান ব্যক্তিগত চাৰিত্ৰিক বৈশিষ্ট্য ফুটাই তুলিব পাৰে। প্ৰতিকৃতি অঙ্কন কৰা শিল্পীসকলে এই কথাটো ভালদৰে জানে। কোনো এখন ধুনীয়া মুখমণ্ডল কেতিয়াও নিখুঁত নহয়। এখন মুখমণ্ডল সুন্দৰ হ'লেও তাতো যৎসামান্য চিমেট্ৰিৰ অভাৱ চকুত নপৰি নাথাকে। পাৰফেক্‌চন্ কথাটো শিল্পীপ্ৰাণে মানি ল'ব নোৱাৰে— পূৰ্ণতাই সহানুভূতি দান নকৰে প্ৰশস্তিহে দাবি কৰে। সেয়েহে কবি বাইৰণে এদিন লিখিছিল—

> 'I have seen many finer women ripe and real
> But all the nonsense of their stone ideal '

হাচেলে তেওঁৰ এই শিল্প শিক্ষাদানৰ কৰ্তব্যবোৰৰ দ্বাৰা ছাত্ৰই যাতে নিজস্ব সৃজনী শক্তি জগাই তুলি মৌলিক শিল্পকৰ্ম সৃষ্টি কৰিব পাৰে তাৰ কাৰণে যথেষ্টভাৱে গৱেষণা কৰিছিল। নতুন পুৰণি খ্যাতনামা শিল্পীসকলৰ চিত্ৰকৰ্মৰ লগত পৰিচিত হ'বলৈ উপদেশ দিছিল, কিন্তু কোনো শিল্পীযে কঠোৰ সাধনাৰ ভিতৰেদি লাভ কৰা কলা কৌশলবোৰ অনুকৰণ কৰাটো অকল অন্যায়েই নহয় পাপ বুলিও কৈছিল।

স্বপ্ৰতিভা বিকশিত কৰিবলৈ হ'লে কঠোৰ তপস্যাৰ প্ৰয়োজন। সাধনাৰ বলত তুমিও এদিন স্বনামধন্য শিল্পীসকলৰ দৰেই নিজকে প্ৰকাশ কৰিবলৈ এটা স্বতন্ত্ৰ কলা কৌশল লাভ কৰিব পাৰিবা। আনৰ কাম অনুকৰণ নকৰি ন্যায়সঙ্গতভাৱে কৰা তোমাৰ সৃষ্টি অতি সামান্য হ'লেও সেই চিত্ৰকৰ্ম তোমাৰ নিজস্ব সৃষ্টি— তাতেই তোমাৰ আনন্দ তাতেই তোমাৰ গৌৰৱ। এই কথাখিনিয়ে ল'ৰা বয়সত মোক অনুপ্ৰাণিত কৰি তুলি সৃষ্টিৰ আনন্দ উপভোগ কৰিবলৈ এখন নতুন দুৱাৰ মুকলি কৰি দিছিল। মোৰ শিল্প সাধনাৰ নিষ্ঠাই তেওঁক যে আকৰ্ষণ কৰিছিল, তাৰ প্ৰমাণ পাইছিলো তেওঁৰ এখন সমালোচনা পত্ৰত— 'This set of studies are without doubt the best set ever sent in as exercises to this lesson এই শিল্প শিক্ষা পদ্ধতিৰ সকলো দায়িত্ব হাতত তুলি লৈ মই স্বপথত আগবাঢ়িছিলো। শিল্পক্ষেত্ৰত পিছপৰি থকা অসমত এই পথ অনুসৰণ কৰোঁতে মই কিছুমান ডাঙৰ সমস্যাৰ সমুখীন হৈছিলো। এই কথাবোৰ যিকোনো চিন্তাশীল আৰু অধ্যৱসায়ী ছাত্ৰই অনুভৱ কৰিব পাৰিব। প্ৰথম কথা হ'ল সেই যুগত অসমত কোনো যথাৰ্থ আৰ্ট গেলেৰী বা মিউজিয়াম নাছিল। দুখৰ কথা আজিও অসমত শিল্প শিক্ষাৰ্থীৰ কাৰণে তেনেকুৱা এটা আৰ্ট গেলেৰী তৈয়াৰ কৰা হোৱা নাই। চৰকাৰেই নহয় শিল্পপ্ৰেমিক জনসমাজে আজিলৈকে কোনো প্ৰচেষ্টা কৰা দেখা নাই। আধুনিক বিজ্ঞানসন্মতভাৱে এটা শিল্পশিক্ষা কেন্দ্ৰও প্ৰতিষ্ঠা কৰা নাই। এই কথা মই বহুতদিন ধৰি উনুকিয়াই আহিছো , কিন্তু মোৰ কথা মাথোন অৰণ্যত ৰোদন। এনেকুৱা কাম হাতত লোৱাটো উচিত বুলি কৰ্তৃপক্ষই আলোচনাৰ সামৰণি মাৰে। দ্বিতীয়তে প্ৰাকৃতিক বুৰঞ্জীমূলক মিউজিয়াম এটা থকা প্ৰয়োজন। এই কথাবোৰ চৰকাৰৰ শিক্ষা বিভাগৰ

কল্পনাৰ অতীত হৈ ৰৈছে। কোৱা বাহুল্য যে চাউথ কেন্‌চিংটনৰ বিখ্যাত Natural History Museum-ত ৰখাৰ দৰে 'ষ্টাফ্' পশু-পক্ষী ৰখা হ'লে যিকোনো শিল্প শিক্ষাৰ্থীৰ যথেষ্ট উপকাৰ হ'লহেঁতেন। মানৱ দেহৰ চিত্ৰ আঁকিবলৈ হ'লে হিউমেন এনাটমি আৰু তুলনামূলকভাৱে নানান জীৱ-জন্তুৰ এনাটমিৰ জ্ঞান লাভ কৰা দৰকাৰ। এই বিষয়ত সেই যুগৰ বৃটিছ একাডেমিক পদ্ধতি কঠোৰ আছিল। শিল্প-চৰ্চাৰ এনাটমিৰ লগত চিকিৎসা বিজ্ঞানৰ এনাটমিৰ কোনো পাৰ্থক্য নাই। কিন্তু শিল্পীয়ে এনাটমিৰ জ্ঞান অৰ্জন কৰি তাক মগজুৰ কোনো এটা চুকত পেলাই থৈ ছবি আঁকিবলৈ আৰম্ভ কৰে। চিত্ৰ- পটত ৰূপায়িত যিকোনো ফিগাৰত এনাটমিৰ কোনো চিন-চাব নাথাকে। এনাটমিৰ জ্ঞানে তেওঁলোকক 'চিত্ৰ বা ভাস্কৰ্য' সৃষ্টিত সহায় কৰে। এই জ্ঞান লাভ নকৰিলে সৃষ্টি কৰ্মত নানা আসোঁৱাহ দেখা দিয়ে। শিল্পীয়ে এনাটমিৰ জ্ঞান লাভ কৰাৰ পাছত তাক পাহৰি যাবলৈ চেষ্টা কৰে— 'Learn anatomy and forget it' বুলি এষাৰ কথা আছে তাক প্ৰত্যেক শিল্পীয়েই জনা উচিত। অঙ্কন পদ্ধতিৰ দক্ষতাৰ (draughtsmanship) লগত অদৃশ্যভাৱে ৰখা এনাটমিৰ জ্ঞান এই দুয়োটা মিলি শিল্পীক ভাবাবেগ প্ৰকাশ কৰিবলৈ সমৰ্থ কৰে। গ্ৰীক বা ৰোমান ভাস্কৰ্যত এই জ্ঞান সুস্পষ্ট। আমাৰ ঐতিহ্যৰ ভঁৰাল ঘৰবোৰত যিবোৰ ভাস্কৰ্য আছে সেই পিনে এবাৰ চালে আমাৰ দেশৰ শিল্পীসকলো এই জ্ঞানৰ অধিকাৰী নহয় বুলি কোৱা অসম্ভৱ। মথুৰা, খাজুৰাহ, ক'নাৰক আদিৰ ভাস্কৰ্য কৰ্মই এই একেটি কথাকে সোঁৱৰাই দিয়ে। মানৱ দেহক ছন্দময় আৰু লালিত্যপূৰ্ণ কৰি তোলাত তেওঁলোকৰ দান অপৰিসীম। এই ভাস্কৰ্যবোৰৰ পৰা ভাৰতৰ নবীন শিল্পীসকলে যথেষ্টভাৱে জ্ঞান অৰ্জন কৰিব পাৰে। একালত বহুত পাশ্চত্য শিল্পীয়েই ভাৰত, চীন, জাপান আৰু দক্ষিণ পূব এচিয়াৰ কলা শিল্পৰ প্ৰতি আকৰ্ষিত হৈ তেওঁলোকৰ প্ৰকাশ-ভঙ্গীক নানাভাৱে সমৃদ্ধ কৰি তুলিছিল। টলজ লত্ৰেকে এনাটমি আৰু ড্ৰাফটচ্‌মেন্‌চিপৰ সদ্‌ব্যৱহাৰ কৰি যিবোৰ শিল্পকৰ্ম সৃষ্টি কৰিছিল সেইবোৰে আমাক আজিও মুগ্ধ কৰে। পেবল' পিকাচোক টলজ লত্ৰেকৰ ড্ৰাফট্‌চ্‌মেনচিপে্ অনুপ্ৰাণিত কৰি তুলিছিল। সেই কাৰণেই তেওঁ এনাটমি আৰু ড্ৰাফচ্‌ট্‌মেন্‌চিপ আয়ত্ত কৰিছিল। ভঙা-গঢ়াৰ কামত আগবাঢ়িবলৈ হ'লে গঢ়া বিদ্যাটো শিকা যে প্ৰয়োজন হয় সেই কথাটো তেওঁ ভালদৰেই জানিছিল বুলিয়েই চকুৰ আগত থকা প্ৰাকৃতিক ফৰ্মটো ভাঙি নতুন ফৰ্ম আৱিষ্কাৰ কৰিব পাৰিছিল। অৱশ্যে পল চেজানৰ পৰাই তেওঁ এই প্ৰেৰণা এদিন লাভ কৰিছিল। এই ক্ষেত্ৰত তেওঁৰ বন্ধু ব্ৰাকৰ অৱদানো কম নহয়।

এই সন্দৰ্ভ গুৱাহাটী চহৰখনিত বহি বিশ্ব বৰেণ্য শিল্পীসকলৰ বিষয়ে বহুত কথা জানিবলৈ চেষ্টা কৰিছিলো আৰু লগতে আৰ্ট ক'ৰ্চৰ লেছনবোৰ শেষ কৰিবলৈ মনপুতি লাগিছিলো। এখনৰ পাছত এখন স্কেচ্ বুকত গুৱাহাটী চহৰৰ প্ৰাকৃতিক সৌন্দৰ্যৰ ৰূপ আৰু সাধাৰণ কৰ্মৰত মানুহৰ ছবি আঁকি গৈছিলো। এই কালছোৱাত ব্লেক এণ্ড হোৱাইট মাধ্যমৰ লগত মোৰ ভালদৰে পৰিচয় হয়। এডাল লেড্ পেঞ্চিলেৰেই মই নিজকে প্ৰকাশ কৰিবলৈ সক্ষম হৈছিলো সেই কথা হাচেলে মোক এনেদৰে লিখি জনাইছিল—

'The technique of pencil work developed admirably.' চাওঁতে চাওঁতেই মই ড্ৰইং ক'ৰ্চৰ শেষ লেছন আহি পালোহি আৰু এইবাৰ ফিগাৰ ড্ৰইং আৰম্ভ কৰিম বুলি ভাবি খুব ৰং পাইছিলো।

শিল্পীৰ শিল্পকৰ্মৰ কাৰণে এখন বজাৰ আছে। এজন তৰুণ শিল্পীয়ে কি উপায়ে নিজৰ শিল্পকৰ্ম বেচি জীৱিকা নিৰ্বাহ কৰিব পাৰে সেই বিষয়েও লেছনবোৰত উপদেশ দিয়া হৈছিল। সেই উপদেশ শিৰোধাৰ্য কৰি মই ছবি আঁকি দুই-চাৰি পইচা উপাৰ্জন কৰিবলৈ যে আগবঢ়া নাছিলো তেনে নহয়। সেইসময়ৰ গুৱাহাটী চহৰত ছবি আঁকি দিলে শিল্পীক আন নহ'লেও শ্ৰমৰ কাৰণে মূল্য দিয়াটো উচিত সেই কথাটো কল্পনাতীত আছিল। এজন লেখকে এবাৰ পাঠ্য-পুথিৰ কাৰণে ভালেখিনিমান লাইন ড্ৰইং কৰি দিবলৈ মোক দিয়ে কিন্তু মই খাটি-খুটি ছবিকেইখন আঁকি দি মেহনতিৰ বাবত অতি সামান্য টকা বিচৰাত তেওঁ মোক ক'লে— 'ছবি ভাল হৈছে, কিন্তু তুমি দেখিছো যোল অনাই ব্যৱসায়ী হৈ উঠিছা— তাতে দাম জুই-ছাই । ভাবি চাওঁ, এতিয়া নহ'ব।' তেওঁৰ এই কথাষাৰ শুনি মই খুব আচৰিত হ'লো। ৰং কাগজ অৰ্ডাৰ দি আনি আপোনাৰ ছবিখিনি আঁকিব লগীয়া হৈছে বুলি কোৱাত তেওঁ এটা হাঁহিহে মাৰিলে। ঘৰলৈ উভতি আহি হাচেলৰ উপদেশখিনিত কিবা ভুল-ভ্ৰান্তি আছেনেকি বুলি আকৌ এবাৰ পঢ়িলো। ক'তো একো ভুল নাই যেন লাগিছে। মোৰ কামৰ চানেকি চাই তেওঁ ভাল পাইহে মোক অৰ্ডাৰ দিছিল। মোৰ সাধ্যমতে ছবিবোৰ আঁকিছিলো অথচ সামান্য এই টকাকেইটা মাননি স্বৰূপে দিবৰ কাৰণে এনেকুৱা ব্যৱহাৰ কৰিলে? ৰাতি বিছনাত পৰি ভালদৰে চিন্তা কৰি তেওঁৰ এনে আচৰণৰ তত্ত্ব উপলব্ধি কৰিলো— ক'ত ইংলেণ্ড, ক'ত অসম? মইহে দেখোন তেওঁৰ কথাটো বুজিব পৰা নাছিলো। শিল্পীয়ে কেনেকৈ তেওঁৰ শিল্পকৰ্মৰ বজাৰ বিচাৰি উলিয়াব পাৰে সেইবিষয়ে লিখা কথাকেইটামান উধৃত কৰিলো— If you can prepare a good illustration the Authors and Editors are more earnestly looking to you than you are. Better the Sketch more money you may command. A Sketch looses none of its artistic value if it is paid for ' সকলো মিছা হ'ল, ঘৰৰ খাই বনৰ ম'হ খেদাৰ কথা। অৱশ্যে কলিকতাৰ শিল্পীযে এনেধৰণৰ পাঠ্যপুথিৰ ছবিবোৰৰ কাৰণে যি বিচাৰে তেওঁলোকে তাকে নিদি নোৱাৰে , কিন্তু কৰিম কি? মোৰ সা-সঁজুলিৰ খৰচখিনিও দিবলৈকো মান্তি নহয়। নিষ্ঠাৰে কাম কৰিও মোৰ উদ্যমত বেছ এটা ঘা পৰিল। সেই যুগত গুৱাহাটীত দুটাহে ভাল ধৰণৰ ছপাশাল আছিল, তাৰে এখনৰ পৰা একমাত্ৰ বাতৰি কাগজ 'অসমীয়া'খন ছপা হৈ ওলাইছিল। কিছুদিনৰ পাছত আৰু এটা ছপাশাল খোলা হয। তাৰ পৰা 'জয়ন্তী' বুলি এখন অসমীয়া আলোচনী কাকত ওলাইছিল। সেই ছপাশালৰ কাৰণে দুই-এখন জাননী মোক আঁকিবলৈ দিছিল আৰু আলোচনীখনৰো কেইটামান শিৰোনাম আদি আঁকি দিবৰ কাৰণে মোক অনুৰোধ কৰিছিল। এই আলোচনীখনত মোৰ ছবিও এবাৰ প্ৰকাশ কৰিছিল যদিও সেই ছবিবোৰৰ কাৰণে টকা-পইচা দিম বুলি কথা দিয়া সত্ত্বেও অৱশেষত একোকেই পোৱা নগ'ল। মই

যেতিয়া কটন কলেজত সোমালো তেতিয়া বোটেনিৰ অধ্যাপক আছিল অতুল দত্ত ডাঙৰীয়া। সেইসময়তেই বায়'লজিৰ বিভাগো প্ৰথম আৰম্ভ কৰা হয়। মোৰ প্ৰেক্টিকেল ক্লাছৰ বহীত অঁকা ছবিবোৰ দেখি অতুল দত্তই বোটেনি আৰু বায়'লজি বিভাগৰ কাৰণে প্ৰয়োজনীয় দুই-এখন ছবি আৰু বেছ কিছুমান লেটাৰিং কৰিবলৈ দিয়ে। এদিনাখন মই প্ৰেক্টিকেল ক্লাছ শেষ কৰি ওলাই অহা সময়ত তেওঁ মোক মাতি নি সুধিলে, 'Hemanta, do you want to earn some money? If so, I can give you some work as you are very good in drawing.' তাৰ উত্তৰত মই তেওঁক ক'লো- — 'I can take up any work you wish to give me as I am seeking for some commission, at this moment.' তেওঁ বিচৰা মতে মই কামখিনি কৰি দি ভালেখিনিমান টকাও উপাৰ্জন কৰি কিছুদিনৰ কাৰণে মোৰ ৰং-তুলিৰ সমস্যা সমাধান কৰিবলৈ সমৰ্থ হ'লো। কটন কলেজত ইনটাৰিমিডিয়েটৰ প্ৰেক্টিকেল পৰীক্ষা ল'বৰ কাৰণে কলিকতাৰ পৰা যিগৰাকী অধ্যাপক আহিছিল তেওঁ মোৰ প্ৰেক্টিকেল কামৰ বহীখন তেওঁৰ কলেজৰ ছাত্ৰৰ 'মডেল' হিচাপে ব্যৱহাৰ কৰিবৰ কাৰণে মোৰ পৰা লৈ গৈছিল। সেই বহীখন কলিকতাৰ কেইবাখনমান কলেজ ভ্ৰমণ কৰি অৱশেষত St. Edmund's কলেজত বোটেনি বিভাগ খোলা সময়ত আকৌ উভতি আহে আৰু ছাত্ৰসকলৰ 'মডেল' হিচাপে ব্যৱহাৰ কৰা হয়। অধ্যাপক অতুল দত্তৰ কিতাপতো মই বহুত ছবি আঁকি দিছিলো। এনেভাৱে অভাৱ-অভিযোগৰ ভিতৰেদি মোৰ সাগৰমুখী অভিযান আৰম্ভ হয়। স্কুল-কলেজৰ পঢ়া-শুনাত ব্যস্ত হৈ থাকিবলগীয়া হ'লেও মই সমানে শিল্প পথত আগুৱাই যাবলৈ ধৰিছিলো। স্কুলত থাকোতেই মোৰ শিল্প কৰ্মৰ বিষয়ে ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত এখন ইংৰাজী বাতৰি কাগজত Assamese Boy Artist বুলি এটা খবৰ প্ৰকাশ হোৱাত মই খুব উৎসাহিত হওঁ। কথাখিনি কি আছিল ভালদৰে মনত নপৰিলেও ড° সূৰ্যকুমাৰ ভূঞা ডাঙৰীয়া আৰু দুই-এজন ভদ্ৰলোকে মইনো কি ছবি আঁকো তাক চাবৰ কাৰণে আমাৰ তালৈ আহি ওলাইছিল। শিল্পৰ কোনো পৰিবেশৰেই চিন-চাব নথকা চহৰখনিত তেওঁলোকৰ আগমনে মোক যথেষ্টভাৱে উৎসাহিত কৰিছিল। কটন কলেজৰ প্ৰিন্সিপাল, ভাইচ প্ৰিন্সিপাল আৰু এগৰাকী অধ্যাপকে মোক মাতি নি মোৰ শিল্প চৰ্চাৰ বিষয়ে বহুত কথা সুধিছিল আৰু শুভেচ্ছাও জনাইছিল। সেই কালছোৱাত মই লাহে লাহে চহৰৰ বহুত গুণী-জ্ঞানীলোকৰ লগত পৰিচিত হৈছিলো। ইঞ্জিনীয়াৰ আৰু লেখক হৰিপ্ৰসাদ বৰুৱা ডাঙৰীয়াৰ লগত মোৰ যোগাযোগ হৈছিল।

স্কেচ্ছ্ কৰিবৰ কাৰণে মই লুইতৰ বালিত আৰু হাবি-বননিত বহুত সময় কটাইছিলো। ভৰলুৰ সিপাৰে তেতিয়া কেশৰাশ্ৰম নামৰ এখন সৰু আশ্ৰম আছিল। পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱেই বোধহয় এই আশ্ৰমখন পাতিছিল। সেইসময়ত আশ্ৰমত থকা এগৰাকী সন্ন্যাসীৰ লগতো মোৰ ভালদৰে পৰিচয় হৈছিল। পঞ্চৱটী নামেৰে আৰু এখন আশ্ৰম পাতিছিল দুৰ্গাধৰ বৰকটকীদেৱে। এই আশ্ৰমখন শেষৰ পিনে বৰকটকীৰ পত্নীয়ে তদাৰক কৰিছিল। জখলাবন্ধাৰ এগৰাকী গোসাঁয়ে বামুণীমৈদামৰ ওচৰৰ

পাহাৰত এখন আশ্ৰম পাতিছিল। কেশবাশ্ৰমৰ সন্ন্যাসীজন এগৰাকী পণ্ডিত ব্যক্তি আছিল আৰু দেউতাৰ লগত প্ৰায়েই শাস্ত্ৰ-ভাগৱত আৰু ভাৰতীয় আধ্যাত্মিক চিন্তাৰ বিষয়ে নানান আলোচনা কৰিছিল। জখলাবন্ধাৰ গোসাঁইদেৱে মোক খুব ভাল পাইছিল আৰু মোৰ লগত কথা-বতৰা পাতি এদিন আমাৰ ঘৰলৈকো আহি ওলাইছিল। তেওঁ এগৰাকী সুশ্ৰী পুৰুষ আছিল। তেওঁৰ মুখত বিৰিঙি উঠা মধুৰ হাঁহিয়ে মোক মুগ্ধ কৰিছিল। মানুহে কেনেকৈ সংসাৰৰ শোক-দুখৰ কথা লৈ অস্থিৰ নহৈ নিজেই নিজকে সান্ত্বনা দিব পাৰে তাক সহজ-সৰলভাৱে বুজাই দিছিল। কেতিয়াবা কেতিয়াবা আকৌ দুই-চাৰিটা কথাৰেই বহুত আধ্যাত্মিক তত্ত্ব কথাও বুজাই দিব পাৰিছিল। সেই যুগত বামুণী মৈদামৰ দাঁতি-কাষৰীয়া ঠাইবোৰত ৰাতি হ'লেই বাঘ ওলাইছিল। তেওঁৰ পঁজাটোৰ বাহিৰে-ভিতৰে বেৰবোৰ জেলজেলীয়া। এনে এটা পঁজাত ধুনি জ্বলাই কেনেকৈ ৰাতি কটাই ভাবিবই নোৱাৰিছিলো। মই প্ৰথম দিনাখনতেই পঁজাটোত সোমাই তেওঁৰ লগত কথা পাতি খুব আনন্দ উপভোগ কৰিছিলো। সংসাৰ ত্যাগী সন্ন্যাসীয়ে কিভাৱে জীৱন কটাই মোৰ এইটোৱেই প্ৰথম অভিজ্ঞতা। বেৰত ছয় সাত ডালমান লোহাৰ চিম্‌টা ওলমি আছিল। এই চিম্‌টাবোৰ দেখি মই অবাক হৈ তেওঁক সুধিছিলো— এই আটাইবোৰ আপোনাৰ দৰকাৰ হয় নেকি? মোৰ প্ৰশ্নটো শুনি তেওঁ মোক এটা মজাৰ গল্প শুনাইছিল— 'কোনোৱে সংসাৰ ত্যাগ কৰে পৃথিৱীত বিচাৰি নোপোৱা আন কোনো এটা পৰম আনন্দৰ কাৰণে, আকৌ কোনোৱে সন্ন্যাসীৰ বেশ ধৰে বিষয়ী হ'বলৈ, তাৰেই সাক্ষী হ'ল বেৰত ওলমি থকা এই চিম্‌টা কেইডাল। মাজে-সময়ে মোৰ ইয়ালৈ একোটা পশ্চিমীয়া সন্ন্যাসী আহে। প্ৰত্যেকদিন তোমালোকৰ দৰে মোৰ দুবেলা দুসাজৰ প্ৰয়োজন নহয়। এই ভণ্ড সাধুবোৰক মই এটা সহজ উপায়েৰে খেদি দিওঁ। মোৰ পূজা আহ্নিক শেষ কৰি মই ধুনি জ্বলাই ৰাতিপুৱাৰে পৰা শাস্ত্ৰ অধ্যয়ন আদি আৰম্ভ কৰো।

ৰ'দ মাৰ গ'লে মোৰ অধ্যয়নো শেষ হয়। সন্ধ্যাৰ জপ ধ্যান-ধাৰণা শেষ কৰি মই পানীৰ বাহিৰে আন একো স্পৰ্শ নকৰি শুই পৰো। ইয়াকে দেখি ছদ্মবেশী সাধুৱে আচৰিত হৈ মোক সুধিলে— 'গুৰুজী, ৰাতিও আমাৰ পেটত একো নপৰিব নেকি......' '?' 'পেটত ভাত-ৰুটি নপৰিলেই তোমাৰ কষ্ট হোৱা অনুচিত। এদিন নেখালেই পেট কলমলালে সাধনা কেনেকৈ কৰিবা? মোৰ হ'লে তিনিদিন পৰ্যন্ত পেটত একো নপৰিলেও হয়। বেছ কথা, তেনেহ'লে তুমি কালিৰ পৰা মোৰ শিষ্য হৈ পৰা, মই তোমাক সকলো শিকাই দিম। মোৰ মুখৰ পৰা এনে এষাৰ কথা শুনি সন্ন্যাসীয়ে ভয়ানক ভয় খালে। ব্ৰহ্মমুহূৰ্ত্তত ঢাৰি-পাটী এৰি মই যেতিয়া উঠিলো তেতিয়া দেখা পালো যে সন্ন্যাসী পলাই ফাট মাৰিছে, পৰি ৰ'ল মাথোন এই তাৰ চিম্‌টাগছহে— এনেভাৱেই এইবোৰ গোট খাইছে।'

ত্ৰিশৰ দশকত কেইজনমান অসমীয়া ডেকাই নিজৰ নামৰ আগত একোটা শব্দ লগাই নিজকে বিভূষিত কৰি জনসমাজত সুপৰিচিত হ'বলৈ চেষ্টা কৰিছিল। তাৰে এগৰাকী হ'ল শ্ৰীপ্ৰফুল্ল গোস্বামী ডাঙৰীয়া। তেওঁ 'শ্ৰী'ৰ লগত 'মান' শব্দটো যোগ দি

শ্ৰীমান প্ৰফুল্ল গোস্বামী বুলি জনাজাত হৈছিল। আজিকালি মানুহ ইমান শ্ৰীহীন হৈ পৰিছে দেখি নামৰ আগৰ 'শ্ৰী' আখৰটোও হেৰাই গৈছে। মই কটন কলেজত পঢ়া সময়ত তেওঁৰ লগত আন্তৰিক যোগাযোগ হৈছিল। এবাৰ কলেজ ইউনিয়নৰ সচিব নিৰ্বাচনৰ সময়ত মই তেওঁৰ কাৰণে আঁকা ' প্লেকাৰ্ড' বোৰত শ্ৰীমান শব্দটো ইমান চকুত পৰাকৈ লিখি দিছিলো যে ইউনিয়নৰ সচিব হোৱাৰ পাছত কোনেও আৰু তেওঁক গোস্বামী বুলি নেমাতি 'শ্ৰীমান' বুলিহে মাতিছিল। মাধৱ বেজবৰুৱাই কটন কলেজত পঢ়া সময়ত 'ডেকা বেজ' বুলি নামকৰণ কৰিছিল। মহেন্দ্ৰ ফুকন ডাঙৰীয়াই 'ডেকা ফুকন' বুলিহে নিজকে সদায় পৰিচয় দিছিল। ডেকা ফুকনে মাজে-সময়ে ছবি আঁকিছিল কাৰণে মই তেওঁৰ ওচৰলৈ অহা-যোৱা কৰিছিলো। ডেকা ফুকনে এদিন এখন নতুন 'হাৰকিউলিছ' চাইকেল কিনি আনি নানাধৰণৰ বস্তু-বাহানিৰে সু-সজ্জিত কৰিলে। অলঙ্কৰণৰ পাছত এই চাইকেলখনে আধুনিক যুগৰ 'মবাইল বিজ্ঞাপন'ৰ ৰূপ ধাৰণ কৰিলে। কেৰিয়াৰত এটা যঁতৰ আৰু ঢোল ; হেণ্ডেলৰ ওপৰত এটা সৰু গ্লোব, তাৰ ওপৰত এখন 'ইউনিয়ন জেক্' আৰু কাষতে এটা ম'হৰ শিঙৰ পেঁপা। ফ্ৰেমৰ মাজত এখন শৰাই, ফুলাম গামোচাৰে বন্ধা আৰু কেইটামান মুগাৰ মহুৰা। ডেকা ফুকনৰ খালি গা, আঁঠুৰ মূৰত খদ্দৰৰ চুৰিয়া, কঁকালত মুগাৰ টঙালি আৰু এখন হাঁচতি, মূৰত এটা বনকৰা সৰু জাপি। এই বেশেৰে সজ্জিত হৈ তেওঁ গুৱাহাটীৰ বজাৰ-ঘাট আৰু কাছাৰিৰ সমুখত— 'আজি অসমীয়া সংস্কৃতি অথৈ পানীত পৰি ককবকাব লাগিছে' বুলি একোটা বক্তৃতা দিছিল। মাজে মাজে আকৌ কান্ধৰ পৰা ওলমি থকা জোলোঙাৰ পৰা দুই-এখন স্ব-অঙ্কিত চিত্ৰ আৰু ফটোগ্ৰাফেৰে 'ইলাষ্ট্ৰেটেড্' বক্তৃতাও সমাপ্ত কৰিছিল। সুকুমাৰ কলাৰ ছাত্ৰ হিচাপে মই অসমীয়া শিল্প-সংস্কৃতি ৰক্ষাৰ এই অভিনৱ প্ৰতীক বাহনখনৰ কথা এতিয়াও পাহৰি যাব পৰা নাই।

আজি-কালি আমাৰ ল'ৰা-ছোৱালীয়ে উচ্চাঙ্গ সঙ্গীত, লোক সঙ্গীত, বনগীত, বিহুগীত আৰু ক'ত ৰকমৰ নৃত্য-গীত আৰু অভিনয় কৰে। আজি আকাশবাণী আৰু দূৰদৰ্শনৰ সৌজন্যত দিনে-ৰাতিয়ে নাচ-গান দেখিছে, শুনিছে। চৰকাৰৰ পৰা বৃত্তি লাভ কৰি অসমৰ পৰা বাহিৰলৈকো গৈ নাচ-গান শিকি আহিছে। দুই-এগৰাকী ধ্ৰুপদী সঙ্গীতৰ ওস্তাদো দেশত নাই বুলিব নোৱাৰি। সেই যুগত নাচ-গান আৰু চিত্ৰ-চৰ্চাৰ প্ৰতি ল'ৰা-ছোৱালীৰ ধাউতি বেছি হ'লে অভিভাৱকসকলে মাজে-সময়ে অসন্তোষহে প্ৰকাশ কৰিছিল, উৎসাহিত কৰাটো দূৰৰ কথা। অৱশ্যে দুই-এজন অভিভাৱকে উৎসাহ দান কৰিলেও এই বিষয়ত পুত্ৰ-কন্যা 'এমেচাৰ' হৈ থকাটোৱেই শ্ৰেয়ঃ বুলি ভাবিছিল। জীৱিকা হিচাপে নহয়। বিহুগীত, হুঁচৰি, বনগীত, দেহ বিচাৰৰ গীত গাই আমাৰ গাঁৱলীয়া মানুহেই অসমীয়া কৃষ্টিক সদায় অটুট ৰাখিছিল। অসমীয়া কৃষ্টিৰ এই ডিঙাখনি ভালদৰে পাল তৰি লুইতৰ বুকুৰেদি সাগৰ সঙ্গম পাব নোৱাৰিলেও ঐতিহ্য ৰক্ষা কৰিবলৈ সমৰ্থ হৈছিল। সন্ধ্যা, ললিতা, কান্তাৰ মধুৰ কুলু কুলু সুৰে অসমৰ মধ্যবিত্ত সম্প্ৰদায়ৰ কিশোৰ-কিশোৰীক অনুপ্ৰাণিত কৰিব নোৱাৰিলেও ভৱ

বাৰিষাৰ লুইতৰ গৰ্জনে তাৰ দাঁতি-কাষৰীয়া ল'ৰা-ছোৱালীক সঙ্গীত সাধনাত যথেষ্ট প্ৰেৰণা দান কৰিছিল। লুইতৰ পাৰে পাৰে অকল শুকুলা কঁহুৱা ফুলেই নুফুটিছিল, জীৱন ছন্দৰো সুৰ ভালদৰেই ফুটি উঠিছিল। লুইতৰ বুকুত নাও বাই মাছ মাৰি আৰু উটি যোৱা কাঠ চপাই বেহা-বেপাৰ কৰি জীৱিকা অৰ্জন কৰা ডেকা ল'ৰাই গধূলি পৰত হাৰমনিয়ামটো লৈ তবলাত চাটি দি যি সুৰ তুলিছিল তাৰ ফল স্বৰূপে আমাৰ ঐতিহ্যৰ ভাঁৰডাল ছিগি নগৈ আজি আকাশবাণীৰ এৰিয়েলত লাগিলহি। কোৱা অতিশয়োক্তি নহয় যে লুইতৰ দাঁতি-কাষৰীয়া মানুহেই আকাশবাণী, সঙ্গীত-নাটক অকাডেমি আৰু দূৰদৰ্শন কেন্দ্ৰৰ জন্মলাভ হোৱা দিনলৈকে ভগা পঁজাত দিন কটাই আপোন ধ্বনি আৰু আপোন সুৰেৰে সেই কালছোৱা মুখৰিত কৰি ৰাখিছিল। এতিয়া সঙ্গীত-নাটক অকাডেমি আৰু বিশ্ববিদ্যালয়সমূহে লোকগীতি, লোকনাট্য আদিৰ বিষয়ে গৱেষণা কৰিবলৈ মুক্ত হস্তে ধন ঢালিছে যেতিয়া আমাৰ ভৱিষ্যত উজ্জ্বল হৈ উঠিব বুলি নিঃসন্দেহে ক'ব পাৰি।

আগেই কৈ আহিছো যে প্ৰত্যেক বছৰে ভাৰতৰ বিভিন্ন ঠাইৰ পৰা বহু পুণ্যকামী মানুহ কামাখ্যা মহাপীঠ দৰ্শন কৰিবলৈ আহে। মোৰ ভাৰতৰ নানা ঠাই ভ্ৰমণ কৰা সময়ত এটা অভিজ্ঞতা হৈছিল যে বেছিভাগ মানুহেই অসমৰ বিষয়ে একোকে নাজানিলেও 'কামৰূপ-কামাখ্যা'ৰ মানুহ বুলি ভয়তে বা ভক্তিতেই হওক মোক সম্ভ্ৰমৰ চকুৰে চাইছিল।

অম্বুবাচী যাক আমি সচৰাচৰতে 'আহাৰৰ সাত' বোলো, সেইসময়ত অসমৰ বাহিৰৰ পৰা বহুত মানুহ কামাখ্যা পাহাৰত গোট খাইছিল। তেতিয়া পুণ্য অৰ্জনৰ কাৰণে এই কামাখ্যা মহাপীঠ পাহাৰটো বগোৱা সহজ কথা নাছিল। মটৰ-গাড়ীৰ ৰাস্তাও নাছিল। পুণ্যকামী নহ'লেও পুণ্যাৰ্জনৰ পথ এতিয়া সুগম। এই পাহাৰলৈ উঠা বাটটোৰ এডোখৰ ঠাইৰ নাম আছিল 'মেখেলা উজুৱা'। এই থিয় বাটডোখৰ উঠি প্ৰত্যেক পুণ্যাৰ্থী কাহিল হৈ অলপ সময় বিশ্ৰাম কৰিবলগীয়া হৈছিল। বুঢ়া-বুঢ়ীসকল সেই কাৰণেই এই পুণ্য অৰ্জনৰ পৰা বঞ্চিত হৈছিল। সাত ভগালৈকে দিনকেইটা কামাখ্যা পাহাৰে মেলাৰ ৰূপ ধাৰণ কৰিছিল। বৰষুণ বতাহ আৰু প্ৰখৰ ৰ'দত কি কষ্ট কৰি মানুহ পাহাৰৰ ওপৰলৈ উঠিছিল।

'কষ্ট না কৰলে কেষ্ট মেলে না' এই কথাষাৰ পাহাৰ বগাই ভাগৰি পৰা এগৰাকী মহিলাৰ মুখতহে মই প্ৰথমতে শুনিছিলো। সেইযুগত নৱগ্ৰহ মন্দিৰতো বছৰত একোবাৰ যজ্ঞ পতা হৈছিল। এই যজ্ঞলৈকো মানুহৰ ভিৰ হৈছিল। বশিষ্ঠাশ্ৰম, উমানন্দ, অশ্বক্ৰান্ত, উগ্ৰতাৰা, শুক্ৰেশ্বৰ আদিত কিন্তু কোনো সময়তেই তীৰ্থযাত্ৰীৰ ভিৰ নহৈছিল। উমানন্দতহে শিৱৰাত্ৰিৰ দিনা বেছ ভিৰ হৈছিল। সেইদিনাখন ৰাতিপুৱাৰ পৰা গধূলিলৈকে পাৰ নাৱত পুণ্যাৰ্থীসকল অহা-যোৱা কৰিছিল। তীৰ্থলৈ যাওঁতে কেতিয়াবা আকৌ নাও ডুবি দুই-এজন যাত্ৰীয়ে প্ৰাণো হেৰুৱাইছিল। ব্ৰহ্মপুত্ৰৰ তলসোঁত বৰ বেছি কাৰণেই কেতিয়াবা পানী বেছি দ নোহোৱা সত্ত্বেও নাও ডুবিছিল। এবাৰ কলিকতাৰ

কলেজৰ এগৰাকী অধ্যাপকৰ গোটেইটো পৰিয়ালে নাও ডুবাত প্ৰাণ হেৰুৱায়। তেওঁলোক সকলৰ লগতে আমাৰ এজন উঠি অহা ডেকা ল'ৰায়ো প্ৰাণ হেৰুৱায়।

এই সৰু চহৰখনিত দুৰ্গোৎসৱ অতি সমাৰোহেৰে পালন কৰা হৈছিল। উজান বজাৰৰ বৰদলৈ পৰিয়াল নিপুণ খনিকৰ আছিল। মই লতাশিল স্কুলত ভৰ্তি হোৱা দিনৰ পৰাই পূজাৰ সময়ত তেওঁলোকৰ ঘৰলৈ ঘনাই বাট লৈছিলো। তাৰ আচল কাৰণটো হ'ল প্ৰতিমা গঢ়া পদ্ধতিটোৱে মোৰ মনত কৌতূহল সৃষ্টি কৰিছিল। যামিনী বৰদলৈয়ে তেতিয়া 'উইভিং স্কুল'ত কাম কৰিছিল। ৰাতিপুৱা গধূলি প্ৰতিমা গঢ়া সময়ত মই তেওঁৰ ওচৰত বহি মাটিৰ কামৰ বহুত কথা শিকিছিলো। উজান বজাৰৰ বাৰোৱাৰী পূজাৰ প্ৰতিমা তেওঁলোকেই গঢ়িছিল। পাণবজাৰৰ হৰিসভাত আৰু ভৰলুমুখতো দুখন পূজা হৈছিল। অধ্যাপক চুনীলাল দেৰ তাত পূজা অতি সমাৰোহেৰে পতা হৈছিল। ইয়াৰ ভিতৰত চুনীবাবুৰ কলিকতাৰ পৰা গঢ়াই অনা প্ৰতিমাখন খুব জাকজমক লগা।

তেওঁৰ ঘৰৰ পূজাখনে চহৰৰ সকলো মানুহকেই আকৰ্ষণ কৰিছিল। পূজাৰ কেইদিন তেওঁৰ ঘৰৰ আগত মানুহৰ বেছ ভিৰ হৈছিল। 'নাককটা' পুখুৰীৰ পাৰত বহুত দোকান-বজাৰ আৰু দুই-এখন ৰেষ্টুৰেণ্টো খোলা হৈছিল। হৰিসভাত যাত্ৰা গান আৰু থিয়েটাৰৰ আয়োজন কৰা হৈছিল। উজান বজাৰৰ বাৰোৱাৰী পূজা মণ্ডপত ওজাপালি আৰু দেওধনী নাচৰ দৃশ্যবোৰ এতিয়াও মনত পৰে। ৰাতি আকৌ কুমাৰ ভাস্কৰ নাট্যমন্দিৰত থিয়েটাৰ পতা হৈছিল। একোবাৰ যাত্ৰাৰ আয়োজনো কৰা হৈছিল। গুৱাহাটী ষ্টেচনৰ ওচৰত থকা পথাৰখনতো ৰেলৰ কৰ্মচাৰীসকলে এখন পূজা পাতিছিল। এই পূজাত যাত্ৰা গান এটা অপৰিহাৰ্য অঙ্গ বোলা যায়। পূজাৰ কেইদিন গুৱাহাটী চহৰে বেছ এটা উৎসৱৰ ৰূপ ধাৰণ কৰে। বিজয়া দশমীৰ দিনাখন কাছাৰি ঘাটত এখন ডাঙৰ মেলা বহে। আবেলি বেলিকা চহৰৰ সকলো মানুহেই লুইতৰ বুকুত প্ৰতিমা বিসৰ্জন চাবলৈ ভাগি পৰে। গধূলি হ'লে লুইতৰ বুকুত ভাহি ফুৰা আলোকিত নাওবোৰে আমাৰ চকুৰ আগত এখন ৰূপৰাজ্য ফুটাই তুলিছিল।

শাৰদীয় পূজাত আমাৰ নিচিনা স্কুলীয়া ল'ৰাৰ কাৰণে আন এটা আকৰ্ষণ আছিল 'পূজা স্পেচাল' ৰেলগাড়ীখন। এই ৰেলগাড়ীখন কলিকতাৰ কিছুমান বিখ্যাত কোম্পানীয়ে তৈয়াৰ কৰা বস্ত্ৰ-বাহানিৰে পৰিপূৰ্ণ হৈ গুৱাহাটী ষ্টেচনত প্ৰায় এমাহমান ৰৈছিল। একোটা একোটা কম্পাৰ্টমেণ্ট প্ৰত্যেক কোম্পানীৰ তেল, এচেঞ্চ, চাবোন, দৰব-পাতি আৰু ৰঙীন প্লেকাৰ্ড লিফলেট্ আদিৰে সুশোভিত কৰি থৈছিল। এই ৰেলগাড়ীখনে আমাক ইমান আকৰ্ষণ কৰাৰ প্ৰধান কাৰণ হ'ল তেওঁলোকে আমাক সুগন্ধি তেল, এচেঞ্চ আৰু বহুত ৰকমৰ টেলকাম পাওডাৰৰ চেম্পল আৰু ধুনীয়া ধুনীয়া পেম্ফলেট আদি দিছিল। এই সুন্দৰ জাননী পত্ৰ আৰু সুগন্ধি পেকেটবোৰ গোটাবলৈ আমি সদায় এপাক মাৰিছিলো। ৰেল ষ্টেচনৰ পাছফালে থকা পথাৰখনত মাজে-সময়ে চাৰ্কাছ হৈছিল। এবাৰ এখন কাৰ্নিভেল আহি ওলাইছিল। ইয়াতেই 'আৰ্টফুল কাৰ্ড', 'এৰো চুটিং' আৰু হৰেক ৰকমৰ খেলা দেখিছিলো।

এই কাৰ্নিভেল পাৰ্টিৰ ষ্টুংমেন বা কলিৰ-ভীমগৰাকীৰ লগত আমাৰ পৰিচয় হৈছিল। এই কলিৰ ভীমজন 'মাই ডিয়াৰ' মানুহ আছিল। মাজে মাজে আমাৰ দলটোক তেওঁৰ দুই-এটা কৌশল দেখুৱাই আৰু বহুত ৰকমৰ কৌতুক কৰি আমাৰ ল'ৰা মনত আনন্দৰ খোৰাক যোগাইছিল। কোনো সময়ত আমাৰ লগত খেলি ৰং পালে কেইবটলমান লেমনেড্ বা লজেঞ্চ আমাক খুৱাইছিল।

এওঁৰ বাহিৰেও এই দলটোত মিঃ চলমন বুলি চমকপ্ৰদ খেল দেখুওৱা এজন বীৰবৰ আছিল। সৰুকালত প্ৰত্যেক ল'ৰাই বীৰৰ ভক্ত হৈ উঠা অতি স্বাভাৱিক। মিঃ চলমনে 'হাই ফায়াৰ ডাইভ' কৰি দেখুৱাই আমাৰ পৰা বীৰ পূজাৰ আগভাগ পাইছিল। সন্ধিয়া হ'লেই তেওঁ চামৰাৰ পে'ণ্ট, জাৰকিন আৰু টুপি পিন্ধি সু-সজ্জিত হৈ জখলা বগাই ভয়ানক ওখ এখন চাঙত উঠিছিল। তলৰ পৰা অধ্যক্ষগৰাকীয়ে গম্ভীৰ স্বৰেৰে কৈছিল— 'Mr Solomon, Are you ready ? The Company is not responsible for your life ' কথাষাৰ শেষ হোৱাৰ মুহূৰ্ততেই চলমনৰ ওচৰত থিয় দি থকা মানুহজনে এটা জুইবাহৰ কাঠিটো জ্বলোৱাৰ লগে লগেই পেট্ৰল সনা পেণ্ট-কোটত জুই লাগি চলমন অগ্নিশিখাত পৰিণত হৈ ওপৰৰ পৰা জাঁপ দি তলত থকা পানীৰ চৌবাচ্চাত পৰি গৈছিল। জুই গাৰ পৰা আঁতৰিলেই তেওঁ উঠি আহি দুই হাতে চালাম ঠুকি বিদায় লোৱাত আমিও এই বীৰত্বৰ গুণগান কৰি ঘৰমুৱা হওঁ।

এই চাৰ্কাছ আৰু কাৰ্নিভেলে চহৰৰ বহুত ল'ৰাক 'ৰিং মাষ্টৰ' আদি হ'বলৈ উদগনি যে দিয়া নাছিল তেনে নহয়। এটা সাহসী ল'ৰাই ক'ৰবাৰ পৰা এটা নাহৰফুটুকী বাঘৰ পোৱালি যোগাৰ কৰে আৰু এহাতমান লম্বা চুলি বঢ়াই খাকী 'ব্ৰিচেচ্' আৰু বুট পিন্ধি হাতত চাবুক লৈ বাঘৰ পোৱালিক যথোচিতভাৱে শিকাই তুলিবলৈ আৰম্ভ কৰিলে। বাঘে কিছু পৰিমাণে পোহ মনাত আৰু আদেশ পালন কৰাত তেওঁৰ আত্মবিশ্বাস ভালদৰেই বাঢ়ি আহিল। চাওতে চাওতেই এদিন কুমাৰ ভাস্কৰ নাট্য মন্দিৰৰ মঞ্চত বাঘৰ খেলা দেখুৱালে। ঘৰুৱাভাৱে পোহনীয়া কুকুৰৰ দৰে শিক্ষা দিয়া নাহৰ ফুটুকীটোৱে ৰিং মাষ্টৰৰ হুকুম কেইবাটাও পালন কৰি দৰ্শকক চমক লগাইছিল যদিও শেষৰ খেলটোত বাঘে আদেশ পালন কৰিবলৈ অমান্তি হৈ জঁপিয়াবলৈ ধৰে। বাঘৰ গুজৰণি শুনি আমাৰ নিচিনা দৰ্শকসকল একেচাৱে উঠি পলাবলৈ আৰম্ভ কৰিলে আৰু এই দুঃসাহসী অসমীয়া ডেকাজনৰ ৰিং মাষ্টৰৰ অধ্যায় ইমানতে 'চাট চিচেম' হৈ গ'ল। তেওঁৰ যত্নত বাঘ দিনে দিনে বাঢ়ি আহিবলৈ ধৰিলে। পাছৰ অধ্যায়ত বাঘক শিকলি লগাই ৰিং মাষ্টৰৰ নিখুঁত পোছাক পিন্ধি ব্ৰহ্মপুত্ৰৰ বালিত আবেলি সময়খিনি টহল দিবলৈ ধৰে। এদিনাখন এজন মানুহক বাঘে আক্ৰমণ কৰাৰ ফলত ডেপুটি কমিছনাৰে জৰুৰী আদেশ দি তেওঁক দোষী সাব্যস্ত কৰে আৰু বাঘটো 'জু'লৈ হয়তো পঠিয়াই দিলে।

এই কালছোৱাত দুই-তিনিজন অসমীয়া ডেকাই সুবিখ্যাত পৰিব্ৰাজক ৰামনাথ বিশ্বাসৰ চক্ৰানুসৰণ কৰি চাইকেলেৰে বিশ্বভ্ৰমণ কৰিব নোৱাৰিলেও ভাৰতভ্ৰমণ কৰা

সম্ভৱ হ'ব বুলি আগবাঢ়ে। আন এজন ডেকাই মটৰ-চাইকেল 'জাম্প' আয়ত্ব কৰিবৰ কাৰণে আগতে চাইকেলেৰেই জাঁপ দি চোৱা যাওক বুলি কঁকাল ভাঙে। এই কালছোৱাত অসমীয়া ডেকা ল'ৰাৰ 'এড্ভেনচাৰাছ স্পিৰিট' অলপ জাগি উঠিছিল। বন্ধুবৰ কমল চৌধুৰীয়েও দ্বিচক্ৰ যানেৰে দিল্লী পৰ্যন্ত পৌঁছাইছিল। বিশ্ব পৰিব্ৰাজক ৰামনাথ বিশ্বাসৰ বক্তৃতাই তেওঁলোকক এই পথ অনুসৰণৰ অনুপ্ৰেৰণা যোগাইছিল।

এই প্ৰসঙ্গত সুবিখ্যাত ভূপৰ্যটক ৰামনাথ বিশ্বাসৰ বিষয়ে দুই-চাৰিটা কথা কোৱা প্ৰয়োজন বুলি ভাবো। কিয়নো আজি আমি চাইকেলেৰে বিশ্ব পৰিক্ৰমাৰ পথিকৃৎ এই মানুহগৰাকীক পাহৰি গৈছো। ত্ৰিশৰ দশকত তেওঁ ভূমণ্ডল ভ্ৰমণ কৰি যি অভিজ্ঞতা সঞ্চয় কৰিছিল সেই কাহিনী শুনি আমি অভিভূত হৈছিলো।

সেই কালৰ বিশ্বৰ নানা জাতিৰ চাৰিত্ৰিক বৈশিষ্ট্য, ৰাজনৈতিক আৰু সামাজিক ৰীতি-নীতি, মানুহৰ জীৱন-যাত্ৰাৰ ছবি তেওঁ কোনো সময়ত বিশ্লেষণিক আৰু কোনো সময়ত হাস্যৰসাত্মক দৃষ্টিভঙ্গীৰে লিপিবদ্ধ কৰি গৈছে। 'বেদুইনেৰ দেশ' গ্ৰন্থখনিৰ পাতনিৰ পৰা কেইটামান কথা উল্লেখ কৰিলো— 'আৰব্য ৰজনী অনেকেই পাঠ কৰেছেন। বেদুইনেৰ দেশ বইখানা হ'ল আৰব্য দিন। ৰাত এবং দিনে অনেক প্ৰভেদ.. . বেদুইনেৰ দেশে সেই কঠোৰ সত্যেৰ পৰিচয় দেওয়াৰ চেষ্টা কৰেছি।' তৰুণ তুৰ্ক মৰণ-বিজয়ী চীন, লাল চীন, আজকেৰ আমেৰিকা, ভয়ঙ্কৰ আফ্ৰিকা, আফগানিস্থান ভ্ৰমণ, দ্বিচক্ৰে কোৰিয়া ভ্ৰমণ ইত্যাদি তেওঁৰ কিতাপবোৰত বাস্তৱ অভিজ্ঞতাৰ ভয়ঙ্কৰ আৰু মাজে মাজে মনোমুগ্ধকৰ বৰ্ণনাই পাঠকৰ প্ৰাণত কৌতূহল জগাই তুলিছিল।

সমাজ সেৱিকা আৰু ৰাজনৈতিক কৰ্মী হিচাপে চন্দ্ৰপ্ৰভা শইকীয়ানী সেই যুগত সুপৰিচিত আছিল। গুৱাহাটীৰ মহিলা সমিতিখন তেৱেঁই এদিন চলাইছিল। ৰাতিপুৱাৰ পৰা গধূলিলৈকে চহৰৰ মানুহৰ দুৱাৰে দুৱাৰে ঘূৰি তেওঁ চান্দা তুলিছিল আৰু সভা-সমিতিৰ আয়োজন কৰাত সদায় আগৰণুৱা আছিল। কংগ্ৰেছ অফিচৰ বহুত কাম নেতাসকলে তেওঁৰ হতুৱাই কৰাইছিল। তেওঁ প্ৰত্যেকটি লাগতিয়াল কথা সাধাৰণ মানুহক পৰিপাটিকৈ বুজাই দিব পাৰিছিল। প্ৰয়োজন অনুসাৰে আমাৰ নিচিনা ল'ৰাকো কামত লগাব পাৰিছিল। বাট-ঘাটত হঠাতে দেখা হ'লে— 'তোমালোকৰ চান্দাখিনি দি আহিবা বা এই খবৰটো অমুকক তমুকক দি আহিবা, বুলি কৈছিল। এনেকুৱা সৰু-সুৰা কামবোৰ আমাৰ হতুৱাই কৰাই নিশ্চিন্ত হৈছিল। জোৰ পুখুৰীৰ ওচৰতে এটা শিপিনী ভঁৰাল পতা হৈছিল আৰু এই শিপিনী ভঁৰালটো অতি সুকলমে চলাইছিল। ঘৰে পৰে এনেদৰে নানান কামত ব্যস্ত হৈ থকা অসমীয়া মহিলা সেই সময়ত বিৰল বুলি ক'ব পাৰি। চহৰৰ ল'ৰা-ছোৱালী সকলোৱেই তেওঁৰ ভক্ত হৈ পৰিছিল। যিকোনো পৰিয়ালত বিপদ-আপদ হ'লে তেওঁক সদায় দেখা পোৱা গৈছিল আৰু কোনো কামতেই নিষ্ঠাৰ অভাৱ দেখা নগৈছিল। সেই কালছোৱাৰ কথা ভাবিলে আৰু এজন নিষ্ঠাবান মানুহৰ কথা মনত পৰে। তেওঁ সৰ্থেবাৰীৰ এটি সচ্ছল পৰিবাৰৰ মানুহ আছিল আৰু এই পৰিয়ালটো হ'ল কাঁহৰ হস্তশিল্পী। তেওঁক কঁহাৰ ককা বুলি আমি সম্বোধন কৰিছিলো।

তেওঁ মহাত্মা গান্ধীৰ ভক্ত হৈ ল'ৰা-তিৰোতাৰ হাতত সংসাৰৰ ভাৰ দি কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আৰু দেশভক্ত তৰুণৰাম ফুকনৰ লগত জীৱনৰ শেষৰ কালছোৱা কটাই দিছিল। দেশৰ কামত লাগি সুখ সম্পদ ত্যাগ কৰি সহজ-সৰলভাৱে জীৱন কটাই দিছিল। আঁঠুৰ মূৰত এখন খদ্দৰৰ চুৰিয়া, ভৰিত এযোৰ টাপলি মৰা চেণ্ডেল, কান্ধত এখন চাদৰ আৰু এটা জোলোঙা লৈ ৰ'দ-বতাহ্ কাটি কৰি থৈ ঘৰে ঘৰে কংগ্ৰেছৰ কাৰণে চান্দা তুলি ফুৰিছিল। দুবেলাৰ ভাত-মুঠি নুজুটিলেও নিৰ্বিকাৰ। এনেকুৱা স্বাৰ্থহীন দেশসেৱক আজিৰ দিনত কল্পনাৰো অতীত। সেইসময়ত প্ৰথম অসমীয়া গানৰ গ্ৰামোফোন ৰেকৰ্ড কৰে প্ৰফুল্ল বৰুৱাই। তাৰ পাছত মিত্ৰদেৱ মহন্তই। ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ লগত মোৰ ভালদৰে পৰিচয় হৈছিল। ইন্দ্ৰেশ্বৰ বৰঠাকুৰ স্কুলৰ শিক্ষক আছিল যদিও ব্যায়াম কচৰতৰ পৰা চিত্ৰচৰ্চা আদি বহুত বিষয়ত তেওঁৰ ৰাপ আছিল। পদ্মনাথ গোহাঞিবৰুৱাৰ অসম বুৰঞ্জীৰ লাচিত বৰফুকন, জয়মতী কুঁৱৰী ইত্যাদি ছবিবোৰ তেওঁৱেই আঁকা। এবাৰ আমাৰ তালৈ আহোঁতে মোমাইদেউৰ কাম কৰা নেপালী মানুহটোৱে তাৰ শাৰীৰিক শক্তিৰ বিষয়ে ওফাইডাং মাৰি কোৱা কথাবোৰ শুনি 'আজি তাক এসেকা দিও' বুলি এডাল দীঘল লাঠি আনিবলৈ ক'লে। তেওঁ মজিয়াত তেওঁৰ দৰে ভৰি মেলি তাক বহিবলৈ ক'লে। তেতিয়া তেওঁ এহাতেৰে লাঠিডাল ধৰি ক'লে পাৰ যদি তই তোৰ দুহাতেৰেই মোক টানি নেচোন। বীৰবৰে প্ৰায় পাঁচ মিনিটমান প্ৰাণ-পণে চেষ্টা কৰি তেওঁক টানি নিব নোৱাৰি— 'চাহাব কা বহুত তাকত হ্যায়' বুলি চালাম ঠুকিলে। এই কাণ্ড-কাৰখানা দেখি আমাৰ হাঁহিৰ ৰোল উঠিছিল।

এনেকুৱা অৱস্থাত পৰি লাজে-অপমানে সেইদিনাৰ পৰা তাৰ ওফাইডাং কথাৰ ওৰ পৰিল। তেওঁ সময়ে সময়ে বহুত বীৰবৰক কেনেভাৱে জব্দ কৰিছিল তেনেকুৱা কেইবাটাও গল্প শুনাই তেওঁ আমাৰ হাঁহিৰ খোৰাক যোগাইছিল। এনেকুৱাভাৱে যোগাযোগ হৈ আমি আনন্দ লাভ কৰা ব্যক্তিসকলৰ বহুতেই আজি ইহসংসাৰৰ পৰা বিদায় ল'লে নাইবা বাৰ্ধক্যত এতিয়া জুৰুলা। তেওঁলোকৰ কথাবোৰ এতিয়াও মোৰ স্মৃতিপটৰ পৰা মচ খাই যোৱা নাই।

মই কলেজত সোমোৱা সময়ত ককাইদেউ নলিনীকুমাৰ মিশ্ৰ 'চেণ্ট্ এড্‌মাণ্ডচ্ কলেজ'ৰ অসমীয়া সাহিত্যৰ অধ্যাপক নিযুক্ত হয়। তেতিয়া এই কলেজটোত কাম কৰা আনজন অসমীয়া মানুহ আছিল গুৱাহাটীৰ বৰদা শৰ্মা। তেওঁ এগৰাকী অভিনেতাও আছিল। গুৱাহাটীত থাকোঁতে তেওঁ অভিনয় কৰি বেছ নামো কৰিছিল। ককাইদেৱে শ্বিলঙত কাম কৰাত আৰু দেউতাই পেঞ্চন লোৱাত হঠাতে আমি এই গুৱাহাটী চহৰখন এৰি শ্বিলঙলৈ উঠি যাবলগীয়া হ'ল। শিৱসাগৰৰ পৰা আহি এই চহৰখনত দহ বছৰমান কাল কটোৱাৰ পাছত এই চহৰখন আমাৰ অতি আপোন হৈ উঠিছিল। মোৰ বন্ধু-বান্ধৱসকলক এৰি এটা নতুন পৰিবেশত নিজকে খাপ খুৱাই ল'ব লাগিব বুলি ভাবি মনটো কেনেবা কেনেবা লাগিছিল। এই গুৱাহাটী চহৰখনিতেই কৈশোৰৰ মধুৰ দিনবোৰ কটাই মই যৌৱনৰ দুৱাৰ-ডলিত ভৰি দিছিলোহি। মই লগতে সুকুমাৰ কলাৰ পাঠটোও

শেষ কৰিবলৈ সক্ষম হৈছিলো। এই সৰু চহৰখনিত অতিবাহিত হোৱা দিনবোৰ আছিল মধুৰ আৰু অতি আনন্দৰ। কোনো শোক তাপ বা জীৱনৰ জটিল সমস্যাই ঘেৰি ধৰা নাছিল। এজন যথাৰ্থ শিল্পী হৈ উঠাৰ আকাংক্ষাই সংসাৰৰ সাধাৰণ দুখ-কষ্ট পলকতে আঁতৰাই দিছিল। বাৰিষাৰ লুইতৰ বিশাল জলৰাশিৰ বুকুত মাৰ যোৱা বেলিৰ ৰং, শীতকালৰ বালিৰ চাপৰিত গজি উঠা সেউজীয়া ঝাওবন, বিস্তীৰ্ণ ধাননি পথাৰৰ সেউজীয়া বা সোণালী ৰূপ, মেটেকাৰ ফুলেৰে ওফন্দি থকা বিলবোৰ, তাৰ মাজত চৰি ফুৰা শৰালি হাঁহ আৰু ডাউক আৰু কুলি-কেতেকীৰে ভৰপূৰ বন-জঙ্গলবোৰক মই বিদায় জনালো। কৈশোৰৰ পৰা যৌৱনৰ দুৱাৰ-ডলিত ভৰি দিয়ালৈকে মোৰ শিল্প সাধনাৰ 'স্কেচ্ছ্ বুক'ৰ পাতবোৰ আজি হালধীয়া হৈ উৰলি গৈছে যদিও এই সোণালী দিনবোৰৰ অভিজ্ঞতা মোৰ অৱচেতন মনে সামৰি থৈছে।

নলিনী ককাইদেৱে স্কুলত পঢ়া সময়ৰ পৰা নানান প্ৰবন্ধ আদি লিখিছিল। শিৱসাগৰত 'জ্ঞানোদ্দীপিকা সভা'ৰ হাতে-লিখা আলোচনীখন তেওঁ সম্পাদনা কৰিছিল। আৱাহন যুগৰ লেখকসকলৰ মাজতো তেওঁৰ নাম পোৱা যায়। ইয়াৰ উপৰিও কামৰূপ অনুসন্ধান সমিতিৰ লগত ভালদৰে যোগাযোগ আছিল।

কটন কলেজত পঢ়া সময়ত 'ইয়ং মেন্স ফ্লাড ৰিলিফ' সংস্থাৰ সভ্য হৈ বানপানীত পীড়িত মানুহক সহায় দান কৰিছিল। ইউনিভাৰ্ছিটি ক'ৰ্টৰ সভ্য হিচাপে আৰু নানান সংস্থাৰ লগতো জড়িত আছিল। মাজতে কেইখনমান স্কুলৰ পাঠ্য-কিতাপো লিখিছিল। ভাৰত স্বাধীন হোৱাৰ সময়ৰ পৰা তেওঁ সামাজিক আৰু ৰাজনৈতিক ভালেমান গুৰুত্বপূৰ্ণ বিষয়েও পত্ৰ-পত্ৰিকাত লিখিছিল আৰু দুৱাৰমান কাৰাবৰণো কৰিবলগীয়া হৈছিল। তেওঁ আলোচনা কৰা বহুত কথা চৰকাৰে আওকাণ কৰিছিল বুলিয়েই হয়তো সেই সমস্যাবোৰ আকৌ দেশজুৰি দেখা দিছিল। ষাঠিৰ দশকত তেওঁ 'ইন্টাৰনেচনেল ৰেডক্ৰচ'ৰ অসম শাখাৰ সচিব পদত কিছুদিন আছিল। চীন-ভাৰত সংঘৰ্ষৰ সময়ত ভাৰতৰ বহুত সৈন্য বন্দী হৈছিল। সেই যুদ্ধ-বন্দীসকলক দেশলৈ ঘূৰাই আনিবৰ কাৰণে তেওঁক চীন দেশলৈ পঠিওৱা হৈছিল। ইয়াৰ উপৰিও হাজাৰ হাজাৰ 'নেফা'ৰ পৰা অহা উদ্বাস্তুসকলক অসমৰ নানা ঠাইৰ উদ্বাস্তু শিবিৰত ৰখাৰ ব্যৱস্থাও কৰিবলগীয়া হৈছিল। তেওঁলোকৰ মাজৰ অসুস্থ মানুহবোৰৰ চিকিৎসাৰ ব্যৱস্থাদি কৰিবৰ কাৰণে তেওঁ যথেষ্ট পৰিশ্ৰমো কৰিছিল। কলিকতা বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ পাঠ্যক্ৰমত অসমীয়া ভাষাক সুকীয়া স্থান দিবৰ কাৰণে তেওঁ যথেষ্ট চেষ্টা কৰি সফল হৈছিল।

মোৰ সৰু ভাই শ্ৰীপ্ৰফুল্ল মিশ্ৰ মেঘালয়ৰ পৰা প্ৰকাশিত হোৱা 'Shillong Observer' পত্ৰিকাৰ সম্পাদক আছিল। পঁচিশ বছৰবো অধিককাল এই পত্ৰিকাখন একেৰাহে চলি আহিছিল। ইয়াৰ উপৰিও দিল্লীৰ দুই-এখন কাগজৰ লগত সাংবাদিক হিচাপে জড়িত আছিল। তেওঁ অসমীয়া বেলাড 'মণি কোঁৱৰৰ গীত' আৰু 'ফুল কোঁৱৰৰ গীত', 'পখী ধোঁৱাৰ সাধু' নামে ল'ৰা-ছোৱালীৰ উপযোগী কৰি সম্পাদনা

কৰে। এই কিতাপখনে আঞ্চলিক ভাষাৰ পুৰস্কাৰ লাভ কৰে। শিশুৰ কাৰণে মোৰ সচিত্ৰ 'অ, আ, ক, খ' কিতাপখনৰ ৰচনাকালত তেওঁ মোক যথেষ্ট সহায় কৰিছিল।

আমাৰ পৰিয়ালৰ লগত পাৰ্বতীপ্ৰসাদ বৰুৱাৰ এসময়ত যোগাযোগ আছিল গীতিকাৰ হিচাপে তেওঁ এদিন যথেষ্ট সুখ্যাতি অৰ্জন কৰিছিল। বহুত দিনৰ পাছত তেওঁ কলিকতালৈ আহোঁতে মোৰ লগত দেখা হৈছিল। তেওঁ ব্ৰডওৱে হোটেলত বেছ কেইদিনমান আছিল আৰু সেইসময়ত ভগৱতীপ্ৰসাদ ভৱন নিৰ্মাণৰ কাৰণে এখন সৰু আলোচনা সভা পাতে। সেই সভাত ডঃ মহেশ্বৰ নেওগো উপস্থিত আছিল। ভালেমান বছৰ তেওঁৰ লগত যোগাযোগ নথকাৰ পাছতো তেওঁ মোক পাহৰি নগৈ এই আলোচনা সভালৈ মাতি নিয়াত আৰু ব্যক্তিগতভাৱে মোৰ সুখ-দুখৰ খবৰ বাতৰি লোৱা দেখি মই যে তেওঁৰ স্নেহৰ পৰা বঞ্চিত হোৱা নাই ভাবি খুব ভাল লাগিছিল।

অসমৰ সাহিত্য জগতৰ এগৰাকী সুবিখ্যাত লেখক অতুল চন্দ্ৰ হাজৰিকাৰ লগত মোৰ পৰিচয় হয় কুৰি দশকৰ শেষ ভাগত। তেতিয়া তেওঁ 'মিলন' আলোচনীখনৰ সম্পাদক আছিল। তেওঁ একেধাৰে কবি, নাট্যকাৰ আৰু শিশু গল্পৰ লেখক আছিল। তেওঁৰ লগত মোৰ মাজে-সময়ে দেখা হৈছিল আৰু তেওঁৰ কেইখনমান কিতাপৰ অলঙ্কৰণ কৰি দিয়াৰ কথাও মনত পৰে।

যুদ্ধোত্তৰ কালছোৱাত যিসকল নবীন লেখকৰ আবিৰ্ভাব হয় তেওঁলোকৰ ভিতৰত হোমেন বৰগোহাঞিয়ে বিশিষ্ট স্থান অধিকাৰ কৰি আছে। মনস্তত্বৰ আশ্ৰয় লৈ তেওঁৰ চৰিত্ৰবোৰক ৰূপদান কৰাৰ প্ৰচেষ্টা অসমীয়া সাহিত্যত অভিনৱ বোলা যায়। তেওঁৰ লগত মোৰ পৰিচয় হয় চিঠি-পত্ৰৰ মাধ্যমত। 'নীলাচল' আলোচনীৰ সম্পাদনা কৰা কালত তেওঁ মোৰ এটা সাক্ষাৎকাৰ প্ৰকাশ কৰিছিল। সেইসময়ত তেওঁৰ লিখা এখন চিঠিৰ অলপমান কথা উধৃত কৰিলো—

'শ্ৰদ্ধাস্পদেষু, প্ৰথমতে মোৰ সশ্ৰদ্ধ নমস্কাৰ গ্ৰহণ কৰিব। ... আপুনি অসম তথা ভাৰতৰ গৌৰৱৰ স্থল। আপোনাৰ এই সাক্ষাৎকাৰটি প্ৰকাশ কৰিবলৈ পাই আমি গৌৰৱবোধ কৰিছো। আপোনাৰ অপৰিসীম ব্যস্ততাৰ মাজতো কিছু সময় কৰি আধুনিক ভাৰতীয় চিত্ৰকলা সম্পৰ্কে বা আপোনাৰ শিল্পচিন্তা সম্পৰ্কে এটি চুটি প্ৰবন্ধ সাপ্তাহিক 'নীলাচল'ৰ কাৰণে লিখি পঠালে আমি নথৈ কৃতজ্ঞ হ'ম।

আপোনাৰ গুণমুগ্ধ
হোমেন বৰগোহাঞি
৮/৯/৭২

সাতসত্তৰ চনত গুৱাহাটীত অনুষ্ঠিত মোৰ একক প্ৰদৰ্শনীৰ সময়ত তেওঁৰ লগত প্ৰত্যক্ষভাৱে যোগাযোগ ঘটে। মোৰ শিল্পকৰ্মৰ বিষয়ে তেওঁ সেই সময়ত 'নীলাচল'ত এটা দীঘল প্ৰবন্ধ প্ৰকাশ কৰিছিল।

আকাশবাণীৰ লগত একালত জড়িত শ্ৰীনাৰায়ণ বেজবৰুৱা, শ্ৰীপুৰুষোত্তম

দাস, শাস্ত্ৰীয়সঙ্গীত শিল্পীৰূপে খ্যাত শ্ৰীবীৰেন ফুকন প্ৰমুখ্যে ব্যক্তিৰ লগত মোৰ যোগাযোগৰ কথা এতিয়াও পাহৰা নাই।

ত্ৰিশৰ দশকৰ ইংৰাজ শাসিত অসমৰ ৰাজধানী শ্বিলঙক সেইকালত পূবৰ স্কট্‌লেণ্ড বুলি কোৱা হৈছিল। দৈত্যাকাৰ 'লি লেণ্ড' আৰু 'থৰ্নিক্ৰেফট্' যাত্ৰীবাহী বাছে সোঁ সোঁ শব্দেৰে শ্বিলঙৰ মটৰ ষ্টেচনত পৌছাই দিয়ে। প্ৰথম শ্ৰেণীৰ মটৰ-গাড়ীত উঠি শ্বিলং যাত্ৰা চাহাবসকলেহে কৰে। দুই-এজন চহকী অসমীয়া বা অনা অসমীয়াইহে এই বিলাসিতাৰ আনন্দ উপভোগ কৰিব পাৰে।

শ্বিলং সোমালেই সোণালী ৰ'দ আৰু বতাহছাটিয়ে তোমাক আঁকোৱালি ধৰি আগবঢ়াই নিয়ে। জেওৰাত বগাই থকা ৰঙা-বগা লতা গোলাপে, নানা বৰণীয়া ডালিয়া, টিউব লিলি আৰু ৰঙা ৰডড্ৰেনড্ৰন্ ফুলবোৰে তোমাক স্বাগত জনায়। ফৰগেট-মি-নট্ ফুলবোৰে 'মোক নেপাহৰিবা মোক নেপাহৰিবা' বুলি আপোন কৰি তোলে। সেন্দুৰীয়া গালৰ ৰূপহী খাছী ছোৱালীয়ে তোমাক ঘৰতে সুমথিৰা টেঙা যোগায়। পাইন কাঠৰ সুগন্ধি ছলি কাঠিৰ যোৰ জলাই বজাৰখন পোহৰাই থয়। বাৰিষাৰ মেঘৰ আঁৰ-কাপোৰ হঠাতে ফাটি পৰি চহৰখনিক ঘেৰি থোৱা নীল পাহাৰৰ কোনো এটা টিং আলোকিত কৰি তোমাৰ চকুক তৃপ্তি দান কৰে। প্ৰখৰ ৰ'দত দেই-পুৰি যোৱা ঠেলাগাড়ী টনা পশ্চিমীয়া কুলি বা লুঙি পিন্ধা ঘোঁৰা-গাড়ীৰ কচোৱানৰ বদলি দেখা পাবা পেণ্ট-কোট, টুপি পিন্ধা মুখত পাইপ গোজা ঘোঁৰাগাড়ীৰ খাছী কচোৱান। দেওবাৰৰ দোকমোকালিৰ সময়ত গিৰ্জাৰ সুমধুৰ ঘণ্টাৰ ধ্বনিয়ে তোমাৰ তন্দ্ৰা ভাঙিব। পাহাৰৰ গাত লাগি থকা জুইবাহৰ নিচিনা সৰু সৰু ঘৰবোৰ বনৰীয়া লতা গোলাপেৰে অলঙ্কৃত। দুৱাৰ খুলি 'চান্‌ডে বেষ্ট' সাজ-পোছাক পিন্ধি গিৰ্জালৈ যোৱা মানুহক দেখিবলৈ পাবা। আবেলি 'লেক'ৰ পাৰ শুৱনি কৰি তুলিবলৈ অহা খাছী ডেকা-গাভৰুৰ ৰূপে তোমাক মুগ্ধ কৰিব। এওঁলোকৰ দৈনন্দিন জীৱন-যাপনৰ বিচিত্ৰ ৰূপে তোমাক আচৰিত কৰি তুলিব। তুমি ভ্ৰম কৰিবা যে মই চৌষষ্ঠি মাইল পথ মাত্ৰ অতিক্ৰম কৰি আহিলো নে চৌষষ্ঠি হাজাৰ মাইল পথ পিছ পেলাই থৈ এখনি পৰী ৰাজ্যত ভৰি দিলো। শীতৰ দীঘল সন্ধ্যাত খাছী পুৰুষ-তিৰোতাই যোগান দিয়া পাইন কাঠ পুৰি গুলপীয়া 'চেগু ষ্টোনৰ' জুহালৰ ওচৰত যেতিয়া জুই ফুৰাবা তোমাৰ নিশ্চয় মনত পৰিব পাৰে 'কুপাৰ'ৰ কবিতাৰ কলিটি—

'I crown the king of intimate delight
The fireside enjoyment, the home born happiness
And all the comforts, that the lowly roof
Of undisturbed retirement and the
Hours of long uninterrupted evenings know.'

এনেকুৱা এটি বৈচিত্ৰ্যময় পৰিবেশৰ মাজত মই মোৰ শিল্পী জীৱনৰ দিনবোৰ

কটাব লাগিব বুলি ভাবি আনন্দ লাভ কৰিছিলো। কিন্তু মনত পৰে এদিন বাৰিষাৰ উন্মাদ এটা জলপ্ৰপাতৰ কাষত বহি এচটা শিলৰ পৰা আন এচটা শিলত পৰি ধোঁৱা হৈ উৰি যোৱা পানীৰ ৰূপে মোৰ প্ৰাণত আনন্দ আৰু বিষাদ মিশ্ৰিত এটি আবেগৰ উদয় কৰিছিল। ভাবিছিলো প্ৰকৃতিৰ এই বিচিত্ৰৰূপে মোৰ শিল্পী জীৱন পৰিপূৰ্ণ কৰি তুলিব পাৰে— নাইবা এই বাষ্প হৈ উৰি যোৱা পানীৰ দৰেই মোৰ আশা-আকাংক্ষাও উৰি যাব পাৰে। অৱশ্যে শিল্পী জীৱনত বহু বাধা-বিঘিনি থাকিলেও তাৰ মাজেদিয়েই মই গন্তব্য পথত আগবাঢ়িব লাগিব...।

তেতিয়া চেণ্ট এডমাণ্ড্চ্ কলেজত দুই-চাৰিটাহে অসমীয়া বা বঙালী ছাত্ৰ আছিল। এংল' ইণ্ডিয়ান আৰু ভাৰতৰ নানান ঠাইৰ পৰা অহা কেইজনমান ল'ৰা মোৰ সহপাঠী আছিল। তাৰে দুজন তিব্বতীয়, এজন ইহুদী আৰু এজন ত্ৰিপুৰাৰ ৰাজ পৰিয়ালৰ। খাচী ছাত্ৰ কম হ'লেও আমি মিলিজুলি এটা 'কচ্‌মপলিটান্' পৰিবেশত পঢ়া-শুনা কৰিছিলো। ৰেভাৰেণ্ড ব্ৰাদাৰ অলিয়াৰি তেতিয়া কলেজৰ অধ্যক্ষ আছিল। অমায়িক প্ৰকৃতিৰ এই পণ্ডিত ব্যক্তিগৰাকীৰ ব্যৱহাৰে আমাক মুগ্ধ কৰি ৰাখিছিল। ব্ৰাদাৰ গ্ৰেগৰি নামৰ এজন অধ্যাপকে আমাক ইংৰাজী সাহিত্য পঢ়াইছিল। এতিয়া তেওঁ ইহ সংসাৰত নাই যদিও তেওঁৰ সদাহাস্যময় মুখখন আৰু ছাত্ৰক আপোন কৰি ল'ব পৰা স্বভাৱৰ কথা ছাত্ৰসকলে কেতিয়াও পাহৰিব নোৱাৰে। মোৰ সহপাঠীসকল বেছ আঢ্যৱন্ত পৰিয়ালৰ ল'ৰা— দামী পোছাক-পৰিচ্ছদেৰে বিভূষিত। দুই-এজনৰ জেপত একোটা ৰূপৰ চুৰটৰ টেমা। ধোঁৱাপাতৰ নিচাৰ কু-অভ্যাসটোৰ কাৰণে মই সম্পূৰ্ণ দায়ী বুলি নিজকে দোষাৰোপ কৰাটো ঠিক নহ'ব, মোৰ সেই কালৰ সহপাঠীবোৰক দোষ দি নিজকে জাচ্‌টিফাই কৰি আহিছো। এদিন জাৰকালিৰ ৰাতিপুৱা আমি একেলগে চুৰট টানি থকা দেখি ব্ৰাদাৰ গ্ৰেগৰিয়ে বেছ কেইমিনিটমান পাছতহে ক্লাছত সোমায়। তেওঁক দেখি আমি দৌৰি আহি ক্লাছত সোমোৱাত তেওঁ ঠাট্টা কৰি কোৱা কথাষাৰ আজিও মনত আছে— 'You were lost in a cloud of smoke. It's fine that you are visible now.' নিচাৰ বিষয়ত আমাৰ ব্ৰাদাৰো কম নাছিল। বৰ্মা চুৰটৰ ধোঁৱা তেওঁৰ মুখৰ পৰা অহৰহ 'ফানেল'ৰ দৰেই ওলাই থাকে। এড্‌মাণ্ডচত পঢ়া সময়ত মই শিল্পৰ এড্‌ভান্স কৰ্চটো শেষ কৰি 'প'ষ্টাৰ ডিজাইনিং' কৰ্চ ল'বলৈ মন মেলিছিলো। এই পৰিবেশে মোৰ শিল্পচৰ্চাৰ কাৰণে বহুত বিষয়-বস্তু যোগাইছিল। চক, চাৰ্কল, কণ্টি ক্ৰেয়ন আৰু কালি কলমেৰে দৈনন্দিন কৰ্মত ব্যস্ত সাধাৰণ খাচী নৰ-নাৰীৰ ছবি আঁকিছিলো। কেতিয়াবা কেতিয়াবা ওৱাটাৰ কালাৰৰ 'নেপ-চেক'টো লৈ ওলাই গৈ নৈসৰ্গ চিত্ৰও আঁকিছিলো। ৰাতিপুৱাৰ পৰা গধূলিলৈকে পৰ্বত পাহাৰ, নিজৰা, আৰু জলপ্ৰপাতৰ ৰূপ প্ৰকাশ কৰিবলৈ চেষ্টা কৰিছিলো আৰু প্ৰকৃতিৰ বিচিত্ৰ ৰূপ ৰং-তুলিৰে ফুটাই তুলি আনন্দত মতলীয়া হৈছিলো। সময়ে সময়ে এই প্ৰচেষ্টা বিফল হোৱাত হতাশ হৈ ঘৰমুৱা হৈছিলো। প্ৰকৃতিৰ অপৰূপ সৌন্দৰ্যৰ বুকুত মই আছিলো সঙ্গীহীন অকলশৰীয়া এজন শিল্পী, এটা কথা ক'বলৈকো মোৰ ওচৰত কোনো নাছিল।

প্ৰকৃতিৰ ৰূপৰাশিৰ মাজত মই যেন হেৰাই গৈছিলো। কোনো সময়ত প্ৰকৃতিৰ ৰূপ বিশ্লেষণৰ লগতে মই নিজকেই বিশ্লেষণ কৰিছিলো। এইভাৱে নিজকে নিজে বিশ্লেষণ কৰি মই প্ৰকৃতিৰ বুকুত কিনো বিচাৰি হাইৰাণ হৈছো আৰু মই বিচৰা প্ৰকৃতিৰ ঐশ্বৰ্যৰাশিৰ বিষয়ে কিমান সজাগ হৈ উঠিছো তাক জানিবলৈ চেষ্টা কৰিছিলো। দিগন্তৰ মাজৰ পৰা কোনে যেন মোক হাত-বাউলি দি মাতিছিল— আহা আগবাঢ়ি আহা, তোমাৰ গন্তব্যপথৰ শেষ ক'ত ঠাৱৰোৱা সম্ভৱ নহয়। বৰং তুলি লৈ মুগ্ধ হৈ প্ৰকৃতিৰ বুকুত কটোৱা সেই দিনবোৰৰ কথা আজি ভাবিলে এই কথাটো মনলৈ আহে। হায়। তেনেকুৱা এটি দিন যদি এটা পষেক, পষেকটো যদি এটা মাহ, মাহটো যদি এটা বছৰ, বছৰটো যদি এটা যুগ হৈ উঠিলহেঁতেন তেনেহ'লে প্ৰকৃতিৰ আৰু কত ৰূপ, ৰস, সৌন্দৰ্য আহৰণ কৰিব পাৰিলোহেঁতেন। তেতিয়া মই ভালদৰে অনুভৱ কৰিব পাৰিছিলো যে শিল্পীৰ নিষ্ঠা অটুট থাকিলে প্ৰকৃতি দেৱীয়ে তেওঁৰ ৰূপ ৰসৰ ৰহস্যাবৃত ভাণ্ডটো মুকলি কৰি দিবলৈ কাৰ্পণ্য নকৰে। মোৰ শিল্পীপ্ৰাণে প্ৰকৃতি দেৱীৰ ৰহস্যময় যৱনিকা আঁতৰাই অকল ৰূপ ঐশ্বৰ্যই নহয়, তেওঁৰ খোপা শুৱাই থকা বাছকবনীয়া ফুল কলিটোও হয়তো হৰণ কৰি আনিব পাৰিলোহেঁতেন। প্ৰকৃতি দেৱী ঈৰ্ষা পৰায়ণা। মোৰ হৃদয় প্ৰাণ যেন তেওঁৰ কাৰণেইহে—

Like my thoughts the lowly star still shines
Obscured by the light of dawn,
Alas! A helpless soul in the grip of
Her capricious arms, the jealous mistress of mine
Who once promised to return my love '

এইটো মোৰ নিজৰ এটি ইংৰাজী কবিতাৰ কলি। একো সময়ত ব্যৰ্থতাই ঘেৰি ধৰিলে মোৰ প্ৰতি তেওঁৰ অবিচাৰ নাইবা অভিমানত এনেকুৱা দুই-এটি কবিতা লিখি সান্ত্বনা লভিছিলো। সময়ে সময়ে আত্মপ্ৰকাশত ব্যৰ্থ হোৱাৰ কাৰণে দুই-এখন ছবি পাহাৰৰ টিঙৰ পৰা পেলোৱা বতাহত এৰি দি ক'ত বিলীন হয় চাইছিলো। মোৰ আশা, আকাংক্ষা, সৃষ্টিৰ ব্যৰ্থতা জীৱনত শত বা-মাৰলীৰ মাজত পেলাই ক'লৈ নিয়ে চিন্তা কৰিছিলো। মোৰ গন্তব্য পথ একমাত্ৰ সাগৰমুখী বুলি জানো। মনৰ পটত অঁকা সমুদ্ৰৰ উত্তাল তৰঙ্গ ৰাশিয়ে মোক সদায় আহ্বান জনাইছিল, সেই সুৰ মোৰ কাণত বাজিছিল। জীৱন যিমানেই জটিল নহওক, অনাটনে যিমানেই পীড়ন নকৰক, মই স্তিমিত হৈ নপৰি সময়ৰ বেগৰ লগতে আগবাঢ়িবলৈহে চেষ্টা কৰিছিলো।

আমাৰ লাইমোখ্ৰাৰ আপলেণ্ড ৰোডৰ ঘৰটোৰ বহা কুঠৰিটো সৰু হ'লেও অতি ধুনীয়া আছিল। বাহিৰৰ বেৰখন ইমূৰৰ পৰা সিমূৰলৈকে আইনাৰ খিৰিকি। বাকী তিনিখন বেৰ মোৰ ছবিয়ে শুৱাই তুলিছিল। মেণ্টেল পিচৰ ওপৰত পাহাৰে-পৰ্বতে

ঘৰটোতে গোটোৰা বিভিন্ন আকাৰৰ আৰু 'চেকেণ্ড হেনড্' বজাৰৰ পৰা কিনা দুই-এটা চীনা মাটিৰ ফুলদানি আৰু কেইটামান সৰু সৰু মূৰ্তিৰে সজাই থৈছিলো। ঘৰটোত যি কোনো মানুহ এবাৰ সোমালে আকৰ্ষিত নহৈ নেথাকে। মোৰ এজন সহপাঠী এবাৰ কলিকতাৰ পৰা আহি মোক মাত এষাৰ দি যাওঁ বুলি দুৱাৰ-ডলি পায়েই কোনোবা চাহাব চুৰুৰ ঘৰ বুলি উভতি যায় আৰু পাছদিনাখন এইটো আমাৰেই ঘৰ বুলি থিৰাং কৰি আকৌ আহি ওলাই তেওঁৰ স্বাভাৱিক কৌতুকপূৰ্ণ ভাষাৰে 'এড্মায়াৰ' কৰি কোৱা কথাবোৰ মনত পৰিলে আজিও ৰস উপভোগ কৰো। 'অসম ভেলি'ৰ শিক্ষা বিভাগৰ ইন্সপেক্টৰ শৰৎচন্দ্ৰ গোস্বামী ডাঙৰীয়া এদিন সোমাই মোৰ কাৰ্যকলাপ দেখি মুগ্ধ হৈ শিক্ষা বিভাগৰ ডাইৰেক্টৰ জি. এ. স্মলৰ লগত চিনাকি কৰি দিবৰ কাৰণে লগতে লৈ গৈছিল। মই লৈ যোৱা ছবিৰ পৰ্টফলিঅ'টো তেওঁ চাই উমটিংগড়ত সজা বয়-স্কাউটৰ কেম্পটো অলঙ্কৃত কৰিবৰ কাৰণে মোক অনুৰোধ কৰিছিল। মোৰ চিত্ৰকৰ্মৰ বিষয়ে জন হাচেলে কৰা সমালোচনা কেইখনমানৰ ওপৰত তেওঁ চকু ফুৰাই 'Teaching through papers— an interesting method' বুলি কৈ মোক অভিনন্দন জনাইছিল। ইয়াৰ বাহিৰেও তেওঁ মোক এটা চৰকাৰী বৃত্তি দি বোম্বাইৰ চাৰ জে. জে. আৰ্ট স্কুললৈ পঠিয়াব খুজিছিল। বোম্বাইৰ আৰ্ট স্কুলৰ 'প্ৰছপেক্টাছ'খন চাই মোক মাহে ষাঠি টকাৰ এটা বৃত্তি দিবলৈ চেষ্টা কৰিছিল। তেতিয়া অসমৰ শিক্ষা বিভাগৰ মন্ত্ৰী পদত আছিল ৰোহিণীকুমাৰ চৌধুৰী।

চৌধুৰী ডাঙৰীয়াই লিখিলে যে কলিকতালৈ যোৱা স্নাতকোত্তৰ ছাত্ৰক মাত্ৰ পঁচিশ টকাৰ বৃত্তি দিয়া হয় যেতিয়া শিল্প বিদ্যালয়ত পঢ়িবলৈ ষাঠি টকা দিয়াটো কোনো কাৰণেই উচিত নহ'ব। অৱশেষত মাহে পঁচিশ টকাৰ এটা বৃত্তি মঞ্জুৰ কৰিলে, তাকো মাত্ৰ আঠ মাহৰ কাৰণেহে। সেইসময়ত জে. জে. স্কুলৰ মাচুল আছিল মাহে পঁচিশ টকা। কিন্তু বোম্বাইৰ বাহিৰৰ পৰা ছাত্ৰই পঞ্চাশ টকা দিব লাগে। পঞ্চাশ টকা মাচুল দি লগতে বোম্বাইত থকা-খোৱা আৰু ছবি আঁকাৰ আহিলাপাতি কিনা এই টকাৰে সম্ভৱ নহয় দেখি মই এই বৃত্তি ল'বলৈ অমান্তি প্ৰকাশ কৰিবলৈ বাধ্য হ'লো।

শিক্ষা বিভাগৰ ডাইৰেক্টৰ জি. এ. স্মলৰ লগত দেখা হোৱাত তেওঁ খুব দুঃখিত হৈ মোক ক'লে— 'I have tried my best to help you but I couldn't convince the government about the minimum amount an art student needs.' শৰৎচন্দ্ৰ গোস্বামীদেৱেও বোম্বাই চহৰত এজন শিল্প শিক্ষাৰ্থীয়ে এইকেইটা টকাৰে চলা একেবাৰেই অসম্ভৱ কথা বুলি ক'লে। তেওঁলোক দুয়োগৰাকীৰ চেষ্টা বিফল হ'ল। মনত পৰিছে এবাৰ গোস্বামীদেৱে মোৰ হতুৱাই অসম শিক্ষা বিভাগে প্ৰকাশ কৰিবলৈ লোৱা 'ভীম চৰিত' পুথিখনৰ কাৰণে বেছ কেইখনমান ছবি আঁকাই লৈছিল। এই পুথিখন অলঙ্কৃত কৰি যিকেইটা টকা পাইছিলো তাৰে ৰং-তুলি আদি কিনি কিছুদিনৰ কাৰণে নিশ্চিন্ত হৈছিলো।

সেই কালছোৱাত অসমত কামৰূপী নৃত্য সংঘ বুলি এটা নৃত্য-গীত সংস্থাৰ

প্ৰতিষ্ঠা হয়। তেতিয়ালৈকে অসমৰ প্ৰাচীন নৃত্য-গীত প্ৰচাৰ লাভ হোৱা নাছিল। সত্ৰীয়া নৃত্য-গীত আদিও সত্ৰৰ চাৰিবেৰৰ মাজতে আবদ্ধ হৈ ৰৈছিল। আমাৰ এই সুকীয়া নৃত্য-গীত দেশত আৰু দেশৰ বাহিৰত দেখুৱাবলৈ এইটোৱেই হ'ল প্ৰথম পৰিকল্পনা। বিষ্ণু ৰাভা ডাঙৰীয়া এই শিল্পী সংস্থাৰ অন্যতম সভ্য আছিল।

অসমৰ কেইবাখন চহৰত আৰু কলিকতাতো এবাৰ এই নৃত্য-গীত প্ৰদৰ্শিত হয়। এনে এখন নৃত্য-গীতৰ অনুষ্ঠান কৰিবলৈ হ'লে সুপৰিকল্পিত প্ৰচাৰ কাৰ্যৰ প্ৰয়োজন। দুখৰ বিষয় হ'ল যে এই কথাটো তেওঁলোকে উপলব্ধি কৰিব নোৱৰা কাৰণেই অনুষ্ঠান সফল হোৱা সত্বেও আৰ্থিক সাফল্য লাভ কৰা সম্ভৱ নহ'ল। কিন্তু স্মল চাহাবৰ সৌজন্যত শ্বিলং ক্লাবত হোৱা অনুষ্ঠান সফল হৈছিল।

মিঃ স্মলে এই সৰু চহৰখনিতো নৃত্য অনুষ্ঠান কৰিবলৈ হ'লে প্ৰচাৰ কাৰ্যৰ দৰকাৰ আছে বুলিয়েই এই বিষয়ে এখন 'প'ষ্টাৰ' আঁকি দিবলৈ মোক অনুৰোধ কৰিছিল আৰু মই এখন প'ষ্টাৰ আঁকি দিয়াৰ কথা মনত আছে। এইখনেই অসমত নৃত্য অনুষ্ঠানৰ বিষয়ে ছপা কৰা প্ৰথম 'প'ষ্টাৰ'। কোৱা বাহুল্য 'প'ষ্টাৰ'খনে বহুত দৰ্শকক নৃত্য অনুষ্ঠানলৈ আকৰ্ষণ কৰি আনিছিল। শ্বিলং ক্লাব দৰ্শকেৰে ঠাহ খাই পৰাত ৰাভা ডাঙৰীয়াই মোক কৈছিল— এতিয়া ভাবিছো, এনেকুৱা কিছুমান প'ষ্টাৰ যদি সেইসময়ত কলিকতালৈ লৈ যাব পাৰিলোহেঁতেন, আমাৰ অনুষ্ঠান খুব সফল হ'লহেঁতেন। কলিকতাৰ বহুত মানুহেই আমাৰ নৃত্য অনুষ্ঠানৰ খবৰ পোৱা নাছিল কাৰণে চাবলৈ আহিব নোৱাৰিলে। ভালেমান নৃত্য-গীত আদিৰ ৰসিকে হঠাৎ ক'ৰবাৰ পৰা খবৰটো পাইহে আহি ওলাইছিল আৰু আমাক অভিনন্দনো জনাইছিল।

এই সময়ত মই 'প'ষ্টাৰ' ডিজাইন শিকিবৰ কাৰণে এটা বিশেষ 'ক'ৰ্চ' লৈছিলো। এই Commercial Art অৰ্থাৎ বাণিজ্য শিল্পই মানুহক কি ভাবেনো যিকোনো বস্তুৰ বা থিয়েটাৰ চিনেমা আদিৰ খবৰ পৌছাই দিয়ে আৰু এই বিষয়ত সিদ্ধহস্ত শিল্পীসকলে কি কলা-কৌশল প্ৰয়োগ কৰে এইবোৰ কথা জানিবলৈ মই যথেষ্ট সুবিধা পাইছিলো। খবৰ-কাগজ বা আলোচনীসমূহত কি ধৰণৰ মৌলিক 'আইডিয়া'ৰ প্ৰয়োজন এই সকলোবোৰ এই ক'ৰ্চটোৰ মাধ্যমেৰে মই জানিব পাৰিছিলো। দ্বিতীয় মহাযুদ্ধ আৰম্ভ হোৱাৰ পাছতহে অসমৰ মানুহে 'কমাৰ্চিয়েল আৰ্ট' বুলি এটা শিল্পকলা আছে বুলি জানিব পাৰিছিল।

সেইসময়ত ৰাভা ডাঙৰীয়াৰ লগত মোৰ এটা আন্তৰিক যোগাযোগ হয়। প্ৰথম দিনাখন তেওঁ মোৰ 'লাইমোখ্ৰাৰ' ষ্টুডিঅ' কাম ছিটিং ৰুমটোত সোমাই ছবিবোৰ চাই অলপ আচৰিত হৈ মোক কৈছিল— 'তোমাৰ নিচিনাকৈ শিল্প সাধনাত লাগি থাকি ইমানখিনি আগবাঢ়ি যোৱা অসমীয়া ডেকা ল'ৰা মোৰ চকুত এতিয়ালৈকে পৰা নাই।' ৰাভাই সেইবাৰ শ্বিলঙত বেছ কেইমাহমান কাল কটাইছিল আৰু মোৰ লগত কত যে আলোচনা কৰিছিল সেই কথাবোৰ আজিও একেবাৰে পাহৰা নাই। মোৰ যদি দিনপঞ্জী লিখাৰ অভ্যাসটো থাকিলহেঁতেন বিষ্ণুপ্ৰসাদ ৰাভা আৰু জ্যোতিপ্ৰসাদ আগৰৱালা

ডাঙৰীয়াৰ লগত নাট্যাভিনয়, চলচ্চিত্ৰ, নৃত্যগীত আদিৰ বিষয়ে নানা আলোচনাৰ এটি বহু বিৱৰণ দি সেই যুগৰ এখন নিখুঁত চিত্ৰ দাঙি ধৰিব পাৰিলোহেঁতেন।

এটা খদ্দৰৰ দীঘল পাঞ্জাবীৰ ওপৰত এৰী চাদৰ মেৰিয়াই লৈ পাহাৰৰ সেন্দুৰীয়া ধূলিয়ে আঁঠুৰ তললৈকে বোলাই দিয়া চুৰিয়া, ভৰিত এযোৰ কাবুলি চেণ্ডেল আৰু কান্ধত এটা জোলোঙা লৈ ৰাভা প্ৰায়েই মোক বিচাৰি উপস্থিত হৈছিল। সেই জোলোঙাটোত নাছিল কি? ৰং, কাগজ, কলম, অসমাপ্ত ছবি আৰু এটা পকাবন্ধা বহীৰে জোলোঙাটো পৰিপূৰ্ণ আছিল। গধুৰ বহীটোৰ পাত এটাৰ পিছত এটা লুটিয়াই যাবলৈ ধৰিলে অসমৰ মন্দিৰৰ গাত খোদাই কৰা মূৰ্তি নাইবা নৃত্যভঙ্গী আৰু মুদ্ৰাৰ স্কেচ্‌ছ্‌, লগতে আকৌ দুই-চাৰিটা সংস্কৃত শ্লোকৰ স্তৱক বা কোনো বস্তুৰ বিৱৰণ পোৱা যায়। তেওঁৰ এই সমলখিনি তন্নতন্নকৈ চাই বেছ আনন্দ উপভোগ কৰিছিলো। দৰাচলতে ক'বলৈ হ'লে এইবোৰ আছিল এগৰাকী লেখক বা শিল্পীৰ অভিজ্ঞতাৰ সম্পদ আৰু ভৱিষ্যতত এখন বহুমূলীয়া গ্ৰন্থৰ আঁচনি। তেওঁ বহীত তুলি থোৱা সংস্কৃত শ্লোকৰ স্তৱকবোৰ দেউতাৰ পৰা ব্যাখ্যা কৰাই লৈছিল। ৰাভাই মোক এদিন কৈছিল— 'এই নোট বুকখনৰ কথাখিনি পৰিপাটিকৈ লিখি উলিয়াব পাৰিলে দেশৰ সেৱা হ'ব, কিন্তু মই যে একেৰাহে এটা কামতে লাগি থাকিব নোৱাৰো গতিকেই পৰি আছে। শ্বিলং মোৰ খুব ভাল লাগে তাতে এইবাৰ তোমাক পাই ইযাতে বহি বস্তুখিনি কাম কৰিলো। চাওঁতে চাওঁতে শ্বিলঙত বেছ কেইমাহমান উকলি গ'ল। এটা প্ৰবন্ধও লিখি উলিযালো।' মাজতে বেছ কিছুদিন তেওঁ মোক বিচাৰি নহা কাৰণে কিনো হ'ল বুলি মটৰ ষ্টেচনৰ তলত তেওঁৰ সৰু ঘৰটোত এটা ভুমুকি মাৰিলো। ৰাভাক দেখা নাপালো। এজনী খাছী তিৰোতাই মোক ক'লে— 'ৰাভাবাবু কলকাত্তামে চলা গিযা।' মোক একোকে নজনাই হঠাৎ এনেকৈ শ্বিলং এৰি যোৱা কথাটো ভাবি বেয়া লাগিছিল। ঘৰলৈ উভতি আহি দেখিলো তেওঁৰ জোলোঙাটো য'ত থৈছিল সেইদৰেই তাতে ওলমি আছে। তেতিয়ালৈকে মই তেওঁৰ এই মুচাফিৰৰ নিচিনা স্বভাৱটোৰ লগত পৰিচিত হোৱা নাছিলো কাৰণে বেছ আশ্চৰ্য হৈছিলো। এনেধৰণে তেওঁ বিদায লোৱা দেখি অকল ময়েই নহয যিকোনো মানুহেই আচৰিত হোৱা স্বাভাৱিক। তেওঁৰ লগত মাজে-সময়ে মোৰ তালৈ অহা বঙালী ডেকাজনে প্ৰায আঠ-ন মাহমানৰ মূৰত এদিন মোক দেখা কৰি উদয শঙ্কৰৰ 'ইম্প্ৰেচৰিঅ হৰেন ঘোষে সম্পাদনা কৰা ফ'ৰ আৰ্টচ'ৰ এটা কপি ৰাভা ডাঙৰীযাই মোক উপহাৰ দিছে বুলি ক'লে আৰু তেওঁৰ জোলোঙাটো বিচাৰিছে বুলি মোক জনালে। জোলোঙাটো তেওঁৰ হাতত দিযাৰ পাছত এই কথাটোৱেই ভাবিছিলো— তেওঁৰ অভিজ্ঞতা সঞ্চিত এই বহীকেইখন কিতাপৰ আকাৰত আমি দেখিবলৈ পামনে নাপাওঁ নাজানো। বহুদিনৰ পাছত আকৌ তেওঁৰ লগত দেখা হোৱাত সেই জোলোঙাটোৰ কথা সোধাত 'নিশ্চয ক'ৰবাত আছে' বুলি নিৰ্বিকাৰভাৱে ক'লে। এই চাৰিত্ৰিক উদাসীনতা তেওঁৰ জীৱনৰ বহুক্ষেত্ৰত দেখা পাইছিলো যদিও অসমৰ ল'ৰা-ছোৱালীক কলা চৰ্চাত উৎসাহিত কৰাত তেওঁৰ নিষ্ঠাৰ

কথা ভাবিলে আজিও ভাল লাগে। তেওঁৰ সৰলতা ভৰা মন, মধুৰ হাঁহি আৰু মৌলিক চিন্তাধাৰা এই সকলোবোৰ মিলি এক অসাধাৰণ ব্যক্তিত্বৰ পৰিচয় দিয়ে। আনক অনুপ্ৰাণিত কৰিব পৰাটো তেওঁৰ এটা ডাঙৰ গুণ আছিল। তেওঁৰ জীৱদ্দশাত যিসকলক অনুপ্ৰাণিত কৰিছিল তেওঁলোকৰ ভিতৰত বহুতেই আজি প্ৰতিষ্ঠিত। বৰ্তমান সময়ত গীতিকাৰ আৰু সঙ্গীত শিল্পী শ্ৰীভূপেন হাজৰিকাই বিশেষ সুনাম অৰ্জন কৰিছে।

শ্বিলঙত মোৰ ধাৱমান শিল্পী জীৱনৰ আৰু দুটা বছৰ অৰ্থৰ অনাটনত উকলি গ'ল। সেইসময়ত ইটো সিটো সৰু-সুৰা কাম কৰি দুই-চাৰি টকা ৰূপ উপাৰ্জন কৰিলেও, সেই টকা-পইচা উদ্ধাৰ কৰাটো ছবি অঁকাতকৈয়ো বেছি খাটনিৰ কাম বুলি ক'ব পাৰি। এজন ব্যৱসায়ী মানুহৰ ভালেমান কাম কৰি পাবলগীয়া টকাৰ আধাখিনিহে উদ্ধাৰ কৰো। আগতেই উনুকিয়াই আহিছো যে এগৰাকী লেখকে এখন পাঠ্য পুথিৰ সম্পূৰ্ণ ইলাষ্ট্ৰেচনৰ কাৰণে মোৰ প্ৰাপ্য টকাৰ আধাখিনিহে দি মই এজন ঘোৰ ব্যৱসায়ী হৈ উঠিছো বুলি চিঠি লিখি মোৰ শিল্পী প্ৰাণত আঘাত দিছিল। কিতাপৰ ছবি আঁকি দিলে সেই যুগত একমাত্ৰ হৰিপ্ৰসাদ বৰুৱাইহে যথাযোগ্যভাৱে টকা দি শিল্পীক উৎসাহিত কৰিছিল। বাঁহীৰ সম্পাদক মাধৱ বেজবৰুৱাই ছবি আঁকি দিয়াৰ মাননিখিনি সাগ্ৰহেৰে দি শিল্পীক সহানুভূতি দেখুৱাইছিল। শিল্পীৰ অভাৱৰ বিষয়ে তেওঁ সম্পূৰ্ণভাৱে সজাগ আছিল। তেতিয়া মই এটা প্ৰতিকূল অৱস্থাৰ মাজত পৰো। মোৰ শিল্পী জীৱনৰ দিনবোৰ বৃথা কামত এটাৰ পাছত এটাকৈ উৰি যাবলৈ ধৰো। এই সময়ত ফেচিষ্টসকলে ইউৰোপত ৰণভেৰি বজালে। দ্বিতীয় মহাযুদ্ধৰ অস্বাভাৱিক পৰিস্থিতি সুদূৰ অসমৰ বুকুতো দেখা গ'ল। ছবি আঁকি দুবেলা দুমুঠি যোগাৰ কৰাৰ ভিকাচন ভাগিল। অসমৰ ৰাজধানী এই চহৰখনত শিল্পীৰ কামৰ কোনো মূল্য নাছিল। অসম আৰু শ্ৰীহট্টৰ পৰা ল'ৰাই মেট্ৰিক, ইণ্টাৰমিডিয়েট বা বি. এ.-ৰ চাৰ্টিফিকেট বা ডিপ্লোমা এখন পালেই কেৰাণী কামৰ যোগ্য হৈ পৰি এই কেৰাণীগঞ্জত উপস্থিত হয়। দুদিনৰ পাছতে এটা অফিচত সোমাই কলম পিহি যি দৰমহা পাই তাৰেই স্ত্ৰী-পুত্ৰ কন্যাসহ স্বচ্ছন্দে জীৱন অতিবাহিত কৰে। কোনো কোনো ডেকাই আকৌ ঘোঁৰা দৌৰৰ টিকট কাটি এৰাতিৰ ভিতৰতে ৰজা হোৱাৰ সপোন দেখি সৰ্বস্বান্ত হয়। দুই-চাৰিজনে অফিচৰ নিত্য কৰ্তব্য পালন কৰি গধূলি হ'লেই 'কাকিয়েত'ৰ পিয়লাত চুমা দি তাচৰ আড্ডা বহুৱায়, আনুষঙ্গিক বিলাসিতাৰ প্ৰতি আকৰ্ষিত হোৱাও দেখা যায়। ছবি আঁকি মাহৰ খৰচ যোগাৰ নহয় আৰু হাত সাৱটি বহি থাকিলে নহ'ব বুলি পেণ্ট কোটত ভালদৰে বুৰুজ মাৰি, ৰিপ ভান উইঙ্কলৰ নিচিনা জোতাযোৰত ৰং সানি চকচকীয়া কৰি এদিন চাৰে নটা বজাত কেৰাণীদলৰ পেৰেডত যোগ দি চেক্ৰেটেৰিয়েট পাহাৰলৈ খোজ ল'লো। এটাৰ পাছত এটা অফিচত ভুমুকি মাৰি এটা অস্থায়ী কামত সোমাবলৈ চেষ্টা কৰিলো। প্ৰায় আঢ়ৈটামান বজাত ৰাস্তাৰ কাষৰ খাছী হোৱালীয়ে পতা চাহ খোলাত এচটা সেমেকা ৰুটি আৰু এপিয়লা গৰম চাহেৰে মোৰ মধ্যাহ্ন ভোজন শেষ কৰি আজিৰ এই 'পাচিং শ্ব'টো ভালদৰে কামত লাগিবনে নালাগে বুলি এটা পাচিং শ্ব চুৰট কিনি লৈ অতি লাহে

লাহে টানি ধোঁৱাবোৰ পাইনৰ বতাহত উৰাই দিলো। এই বেলাৰ 'খ' ইমানতে শেষ হৈ গ'ল। মাত্ৰ আৰু দুটা অফিচহে এতিয়া বাকী ৰৈছে— এটা পুলিচ কমিছনাৰৰ, আনটো হ'ল ইনস্পেক্টৰ জেনেৰেল অব চিভিল হস্পিটেলচ্ এণ্ড প্ৰিজন। এই দুটা অফিচৰ নাম মোৰ শুনিবলৈ ভাল নলগাত শেষ চেষ্টাৰ কাৰণে পেলাই থৈছিলো; কিন্তু এতিয়া দেখিছো পছন্দ-অপছন্দৰ চিন্তা দূৰৰ কথা— নাই মোমাইতকৈ কণা মোমায়েই ভাল বুলি হাস্পতাল আৰু জেলখানাৰ বৰ চাহাবৰ অফিচৰ দুৱাৰ-ডলিত ভৰি দিবলৈ স্থিৰ কৰিলো। অফিচ ছুটী হ'বলৈ ডেৰঘণ্টামান বাকী, সকলো কেৰাণীয়েই 'আৰজেণ্ট' 'ইমিডিয়েট' আৰু 'প্ৰায়'ৰিটি'ৰ কাগজ লগোৱা স্তূপাকাৰ ফাইলৰ মাজত মূৰ গুজি কলম চলাইছে। এটা কুঠৰিৰ পৰা আনটো কুঠৰিলৈ লাহে লাহে টহলিবলৈ ধৰিলো। কোনো এখন চিনাকি মুখৰ সন্ধান নাপাই হতাশ হৈ ওলাই আহিবলৈ ধৰোতেই 'মিশ্ৰ ক'ৰ পৰানো ওলালেহি' বুলি কোনোবাই মতা যেন শুনিলো।

এওঁ এজন মোৰ সহপাঠী বন্ধু। মোক আস্তব্যস্তভাৱে বহুৱাই মোৰ এই অফিচ পৰিদৰ্শনৰ কাৰণটোনো কি বুলি সুধিলে। তোমাৰ ইয়াত কোনো কাম খালি আছে নেকি বুলি মই উত্তৰ দিলো। কাৰ কাৰণে হাবাথুৰি খাই চাকৰি বিচাৰিছা? প্ৰাৰ্থী স্বয়ং ময়েই বুলি ঘপৰাই ক'লো। 'এঃ ইয়াৰ্কি মাৰিছানো কেলেই— থোৱা থোৱা, শিল্পী মানুহ হৈ আমাৰ দৰে কলম পিহিবলৈ আহিবানে? ঠাট্টা কৰা নাই, যিকোনো এটা চাকৰি মোৰ একান্ত প্ৰয়োজন বুলি এইখিনি পালোহি, সম্ভাৱনা যদি আছে কোৱা নহ'লে আৰু নবহো। মোৰ মুখৰ গম্ভীৰ কথাষাৰ শুনি দোৱাত কলমৰ 'ট্ৰে'খনত নুমাই সেমেকি পৰি থকা নেভিকাট মিকচাৰৰ টুকুৰাটো জ্বলাই জেপৰ পৰা এটা সৰু ধপাতৰ টেমা আৰু জিগ্ জাগ্ পেপাৰ মোলৈ আগবঢ়াই দি ক'লে 'এটা ত্ৰিশ টকীয়া ৰুটিন-ক্লাৰ্কৰ প'ষ্ট আজি খালি হৈছে। মই তোমাৰ কথাত কিন্তু একেবাৰেই বিশ্বাস কৰিব পৰা নাই। যদি বিশ্বাস কৰিব লাগে, তেনেহ'লে এতিয়াই দৰখাস্তখন লিখা।' এইবুলি তেওঁ ড্ৰয়াৰৰ পৰা গভৰ্ণমেণ্ট অব ইণ্ডিয়াৰ ওৱাটাৰ মাৰ্ক নথকা এখন কাগজ টানি মোৰ আগত পেলাই দি ক'লে— 'সোনকালে লিখি পেলোৱা, চাহাব এতিয়াই ওলাই যাব। তাৰ আগেয়েই তোমাৰ দৰখাস্তখন তেওঁৰ হাতত দিব লাগিব' বুলি এটা মিচিকিয়া হাঁহি মাৰিলে। মই জেপৰ পৰা কলমটো টানি লৈ দৰখাস্তখন লিখি তেওঁক এবাৰ চাবলৈ দিলো। মোৰ চিৰিয়াচ ভাব-ভঙ্গী দেখি বন্ধুজনে এই দৰখাস্তখন 'তুমি নিজহাতে দি অহাটোৱেই ভাল হব' বুলি কৈ বৰ চাহাবৰ কুঠৰিটো দেখুৱাই দিলে। চাপৰাচিৰ হাতত নামটো দিয়াৰ লগে লগেই মোক মাতি নি বৃটিছ যুগৰ চিৰাচৰিত ৰীতি পালন কৰি 'ওৱেল, হোৱাট কেন আই ডু ফৰ ইউ' বুলি বহিবলৈ দিলে। মই ততাতৈয়াকৈ দৰখাস্তখন উলিয়াই দিয়াত এবাৰ চকু ফুৰাই মাৰ্জিনত চহী কৰি মোক পাছদিনা খবৰ ল'বলৈ ক'লে। এইবাৰ বন্ধুজনক মাত লগাই ঘৰলৈ বাট ল'লো। পাছদিনা দহটাৰ পৰা চাৰে বাৰটালৈ অফিচত খাপ দি বহি চাকৰিটো পালো; কিন্তু বাৰটাৰ পাছত কামত যোগ দিয়া কাৰণে দৰমহাৰ অলপ পইচা কটা গ'ল। বন্ধুজনে কৰ্তব্যৰ ত্ৰুটি নকৰি মোক হাজিৰা বহীত কেনেকৈ

সময় দি চহী কৰিব লাগে, নীলা বৰণীয়া কাগজখন নোট ছিট, আৰজেণ্ট ইমিডিয়েট ফাইলৰ ৰঙা-নীলা কাগজৰ টুকুৰাবোৰ আৰু ফাইলৰ ৰঙা ফিতা ডালৰ চোঁচনি গাঁঠিটো টিলাকৈ মৰা, লগ বুকটোনো কি বস্তু, অফিচলৈ অহা আৰু পঠিওৱা চিঠি নোট কৰোঁতে ক'লা আৰু ৰঙা চিয়াঁহীৰ কলমৰ ব্যৱহাৰ ইত্যাদি ইত্যাদি নানা ধৰণৰ 'ডুজ্ এণ্ড ড'ণ্ট'চ'ৰ কথা কেইমিনিটমানৰ ভিতৰতে শিকাই দিলে। এই চমু পাঠটো লৈ এটা কথাকেহে ভাবিছিলো— বেছটো, এক ডজন ৰং আৰু নানা চাইজৰ তুলি চভালি কাম কৰা শিল্পীৰ কাৰণে মাত্ৰ ক'লা আৰু ৰঙা চিয়াঁহীৰে বহীৰ পাত ভৰাই মাহে ত্ৰিশ টকা উপাৰ্জন কৰিব পৰাটো সৌভাগ্য বুলি ধৰি ল'লো। এনেতে এজন মাজবয়সীয়া বৰবাবু আহি মোৰ আগত উপস্থিত হ'ল। তেওঁৰ গাত এটা 'কেপ্টকলাৰ'ৰ ক'লা গৰম কোট আৰু চুৰিয়া, মূৰৰ চুলি মৰাপটীয়া, নাকৰ মূৰত এযোৰ চছমা। তেওঁ স্বাগত জনাই এডাল জখলা বাই 'এটিক' ঘৰটোলৈ মোক লৈ গ'ল। 'এটিক' ঘৰটোনো কি এই বিষয়ে মোৰ পৰিচয় হয় বিদেশী চোৰাংচোৱা কাহিনীৰ আৰু বিদেশৰ দুখীয়া শিল্পী-লিখকসকলে 'এটিক'ত কটোৱা দিনবোৰৰ বৰ্ণনা পঢ়ি। এই 'এটিক' শব্দটো আজি বাস্তৱত পৰিণতি লাভ কৰিলে। এনেকুৱা এটা হাস্পতাল আৰু কাৰাগাৰৰ কামত লিপ্ত অফিচৰ 'এটিক'ত দিনে ঘণ্টাচেৰেক সোমাই থকাটো এজন শিল্পীৰ কাৰণে এটা কাৰাগাৰৰ বাহিৰে একো নহয় বুলি জানি মোৰ মনত এটা সানমিহলি ভাবাবেগৰ উদয় হয় আৰু নিজৰ প্ৰতি নিজেৰেই দয়া উপজিবলৈ ধৰে। নৰ্চচা পাইন কাঠৰ মোটোহা থাকবোৰ ধূলিৰে ধূসৰিত হৈ ওঠৰ শ ছাব্বিশ শতকৰ পৰা ইংৰাজ শাসনৰ দায়িত্ব বহন কৰি এজন শিল্পীৰ হাতৰ পৰশৰ কাৰণে ব্যাকুল হৈ আছে যেন দেখিছো। এফালে কেইটামান আলমিৰাত ষ্টেচনাৰী বস্তুবোৰ মোক এটা এটাকৈ দেখুৱাই অৱশেষত এটা দীঘল খাম দেখুৱাই বিদায় ল'লে। এই খামটোৱে মোক বিশেষভাৱে আকৰ্ষণ কৰিছিল কাৰণেই তাৰ এটা বিশদ ব্যাখ্যা নিষ্প্ৰয়োজন বোলা নাযায়। বাদামী কাগজৰ এই খামটোৰ আধাখিনি এটা চকুৰ হুল হেন সেউজীয়া ৰঙৰ, তাৰ বুকুত প্ৰায় ডেৰ ইঞ্চিমান বহল এটা প্ৰকট তেজৰঙৰ লাইন। মই খামটোৰ চেহেৰাটো দেখি প্ৰথমতে একো নুবুজি তন্ন তন্নকৈ নিৰীক্ষণ কৰিবলৈ বাধ্য হ'লো। কমাৰ্চিয়েল আৰ্টৰ ছাত্ৰ হিচাপে ফাইটিং ফ্ৰান্সৰ প্ৰতীক, যিটোৰ পৰা এডাল ৰেখা আঁতৰাই দি ৰেড্‌ক্ৰছৰ প্ৰতীকটো সৃষ্টি কৰা হয় বুলি জানো, 'ইম্পিৰিয়েল এয়াৰ ওৱেইজ'ৰ প্ৰতীক চৰাইৰ ডেউকা আৰু অক্টোবৰ বিপ্লৱৰ সময়ত ৰাছিয়াত ব্যৱহাৰ কৰা ৰঙা নিচানৰ কাঁচি-হাতুৰিৰ প্ৰতীককো এইটোৱে হাৰ মনাব যেন লাগিল। অৱশেষত এই প্ৰতীকৰ অৰ্থটো কি বুজি পালো। এইটো এটা ফাঁচি-কাঠত তোলাৰ আদেশ পঠিওৱাৰ কাৰণে ব্যৱহাৰ কৰা খাম— মৃত্যু আদেশ বা Death Sentence -ৰ উপযোগী এটা উদ্ভাৱনা। মই খামটো লৈ গৈ বন্ধুজনক দেখুৱাই ক'লো— এইটো এটা নিশ্চয় ভাটৌ চৰাই, এইখিনি হ'ল তাৰ ডিঙিটো আৰবি থকা ৰঙা পাখি। এনে এটা অদ্ভুত কথা মোৰ মুখৰপৰা শুনি বন্ধু অবাক হৈ মোলৈ চাই ৰ'ল। এনেকৈয়ে মোৰ চাকৰি জীৱনৰ প্ৰথম দিনটোৰ তিনি ঘণ্টা সময়

উকলি গ'ল। বেৰত থকা বুঢ়া ঘড়িটোৱে পাঁচটাৰ কোব মৰাৰ লগে লগে ময়ো ঘৰমুৰা কেৰাণীৰ প্ৰচেষ্টনটোত সোমাই পৰিলো।

পিছদিনা ৰাতিপুৱা খিলঙৰ কেৰাণীমাৰা চাৰে নটাৰ ৰৰমুণজাকত তিতি-বুৰি অফিচ পাই সৰু চাহাবৰ আগত থিয় দিলো। তেওঁ বাৰটামান ফাইলৰ নাম টুকি এখন ফৰ্ম হাতত দি তাৰিখ চাই চাই এই ফাইলবোৰ ৰেকৰ্ড এটিকৰ পৰা উলিয়াব লাগিব বুলি আদেশ দিলে। মই যেতিয়া ফাইল বিচাৰিবলৈ আৰম্ভ কৰো পিছৰ পৰা কোনোবাই 'গুড্ মৰ্ণিং' বুলি কোৱা যেন শুনি উচাপ খাই চাই এজন বুঢ়া এংলো-ইণ্ডিয়ান চাহাবক দেখা পালো। বুঢ়াৰ মূৰৰ পৰা ভৰিলৈকে চাই দেখিলো যে পেণ্ট-কোট, টাই আৰু ফেল্ট টুপি সহ টিপটপ্ হ'লেও তাৰ ৰং শেঁতা হৈ গৈছে আৰু এটা দুটা টাপলিও চকুত পৰিল। এই 'ওৱেদাৰ বিটন' সাজ-পোছাকেৰে তেওঁ এই মান্ধাতাৰ আমোলৰ ধূলিয়ে ঢাকি থোৱা বাদামী ফাইল কাভাৰবোৰৰ লগত এক হৈ গৈছে যেন লাগিল। হাতত থকা জোলোঙাটো সযত্নে এচুকত থৈ— 'Hello— Bright young man when did you join ?'— বুলি কৰমৰ্দন কৰিলে। বেত ছিগি গৈ মাজত গাঁত হোৱা এখন চকীত বহি পৰি Oh ! I am thirsty বুলি জোলোঙাৰ পৰা বটল এটা উলিয়াই গিলাচত ৰঙচুৱা পানী ঢালি লৈ এঢোক পি খাম্বী-ধপাতৰ পাইপটোত টান দিবলৈ ধৰিলে। তেওঁৰ এই 'পানীয়-জল'ৰ গোন্ধ ভেকেচকৈ মোৰ নাকত সোমোৱাত এইটো এটা 'ভাৰ্জিন' খাম্বী 'কাকিয়েত'ৰ গোন্ধ বুলি বুজি পাবলৈ বাকী নাথাকিল। মই লাহে-ধীৰে কামত হাত দিলো। তেওঁ চকীখনতেই বহি এটা 'আফটাৰ লাঞ্চ নেপ' দি উঠি মোক এটা যথোপযোগী উপদেশ দান কৰিলে— 'It's a hell man— go slow—otherwise you will have no end of trouble I have been here for decades— a thankless job' এইবুলি তেওঁ আকৌ টোপনিয়াবলৈ ধৰিলে। মই অহোপুৰুষাৰ্থ কৰি দুটা মাথোন ফাইল উদ্ধাৰ কৰি ধূলি গুচাবলৈ হাত-চাপৰি কেইটামান মাৰোতেই তেওঁৰ চিলমিলীয়া টোপনি ভাগি গ'ল আৰু চকী এৰি মোৰ আগত থিয় দিলে। 'Ah a couple of files enough for the day— I also do the same' বুলি থাকবোৰৰ মাজত অন্তৰ্ধান হৈ গ'ল। মই এইবাৰ তললৈ নামি আহি চাপৰাচীয়ে সিজোৱা এপিয়লা চাহ আৰু মাখনৰ গোন্ধ লগা দুচটা ৰুটি খাই চুৰুটটো হুপিবলৈ আৰম্ভ কৰোঁতেই ক'ৰবাৰ পৰা এটা চাপৰাচী আহি— 'দাশবাবু আপকো বুলাতা হায়' বুলি ক'লে। এতিয়ালৈকে মোৰ 'বচ' মাত্ৰ দুজনহে বুলি ভাবিছিলো। তৃতীয় চাহাবজননো কোন বুলি আগবাঢ়িলো আৰু তেওঁৰ আগত থিয় দিলো। নতুনকৈ আবিৰ্ভাৱ হোৱা চাহাবজনে মোক বহিবলৈ কৈ পোন্ধৰটামান ফাইল মোৰ আগত থৈ 'ড্ৰাফট্'বোৰ এখনৰ পাছত এখন পঢ়ি যাবলৈ ক'লে। টাইপ কৰা চিঠিবোৰ তুলনা কৰি চাই শুদ্ধ কৰাৰ সময়ত মই সহায় কৰিব লাগিব আৰু এইটো মোৰ দ্বিতীয় কৰণীয় কৰ্তব্য বুলি বুজি পালো।

প্ৰায় তিনিমাহমান কাল ওপৰতলা আৰু তলৰতলা কৰি কটোৱাৰ পাছত এই কাম মোৰ কাৰণে অতি সহজ হৈ উঠিছিল। শিল্প শিক্ষাৰ পৰা মই এটা অভিজ্ঞতা সঞ্চয়



লিখকৰ পিতৃদেব পণ্ডিত গৌৰীদত্ত মিশ্ৰ



লিখকৰ মাতৃদেৱী গিৰিজা সুন্দৰী দেৱী

কৰিছিলো। Experience makes an unsympathetic ground sympathetic to your skill. এই কথাষাৰ এখন স্কেচ্‌বুকৰ পাতত মই এদিন লিখি থৈছিলো। মই নিজে আৱিষ্কাৰ কৰা এই মহৎ বাণীটোৱে এইবাৰ মোকেই অনুপ্ৰাণিত কৰিছে দেখি বেছ আনন্দ লভিছিলো। কপালৰ ঘাম মাটিত পেলাই ছবি আঁকি পাঁচ-দহটা টকা আদায় কৰিবৰ কাৰণে জোতাৰ 'হাফ চ'ল' উৰি যায়। এতিয়া মাহটো উকলি গ'লেই লেখি লেখি ত্ৰিশ টকা ৰূপ হাতলৈ আহিব, কিহৰ চিন্তা? কিন্তু বিধাতা মোৰ চিন্তাহীন জীৱন-যাপনত ক্ৰুদ্ধ হৈ উঠিল। মোৰ বিদ্যা-বুদ্ধি অলপ-অচৰপ ভাঙি খোৱা উচিত। কটিন ক্লাৰ্ক শব্দটো মোৰ কাৰণে আপচু যেন লাগে বুলি ল'ৰাৰ ডিভিজনৰ ষ্টাফলৈ তুলি দি বিপদত পেলালে। দৰমহা অৱশ্যে একেজাঁপে পন্ধপন্ন টকা হৈ পৰিল। পাছদিনাখন মোৰ ডিউটি সম্পূৰ্ণ বদলি হৈ গ'ল। 'এটিক' ত্যাগ কৰি এখন নিজৰ মেজ চকী পালো। মেজ-চকীত বহি লৈ বৰ চাহাবে নোটচিটত দিয়া আদেশমতে অসমৰ চিভিল হাস্পতালৰ ডাক্তৰসকলৰ বা জেইলাৰ আৰু ওৱাৰ্ডাৰসকলৰ কাম-কাজৰ সুবিধা-অসুবিধা আৰু দুখ-কষ্টৰ পৰা পৰিত্ৰাণকাৰীৰূপে চিঠি ড্ৰাফ্‌ট কৰিবলৈ আৰম্ভ কৰিলো। সৰু চাহাবে মই লিখা ড্ৰাফট্‌বোৰ চাই এটা মিচিকীয়া হাঁহি মৰা যেন দেখি মোৰ ইংৰাজী ভুল হৈছে নেকি বুলি ঘপৰাই সুধিলো। মোৰ কথাষাৰৰ উত্তৰ হিচাপে তেওঁ ক'লে— 'ইংৰাজীটো বালই লিকছেন কিন্তু গবৰ্ণমেণ্টৰ চাকৰি ৰাখাতে অইলে ফৰ্মটা বুজিয়া লইতে অইব' বুলি ৰঙা চিয়াঁহীৰে কাটি-কুটি ঠিক-ঠাক কৰি দিলে। অফিচৰ ফৰ্মৰ সাঁচত মোৰ চিঠিবোৰ ঢালিবলৈ বেছি দিন নালাগিছল। চাওঁতে চাওঁতে সৰু চাহাব মোৰ ড্ৰাফট কাৰ্যত বেছ সন্তুষ্ট হৈ পৰিল। মোক কিন্তু ভূতে কিলালে। চেণ্ট এড্‌মাণ্ডচ্‌ কলেজৰ লাইব্ৰেৰিয়ানৰ কামটো খালি হোৱা দেখি মই প্ৰিন্সিপালক এই কামটো মোক দিবৰ কাৰণে অনুৰোধ জনালো। কলেজৰ পুৰণি ছাত্ৰ হিচাপে তেওঁ মোক কামটো দিবলৈ ৰাজি হ'ল কিন্তু লাইব্ৰেৰিয়ানৰ প্ৰয়োজনীয় 'ডিৱি চিচ্‌টেম'টো আগৰ লাইব্ৰেৰিয়ানজনৰ পৰা শিকি ল'বলৈ ক'লে। কিতাপ classify কৰা পদ্ধতিৰ কেইখনমান কিতাপ লাইব্ৰেৰীৰ পৰা আনি পঢ়া-শুনা আৰম্ভ কৰিলো আৰু কেইদিনমানৰ ভিতৰতে কিতাপ 'ক্লাছিফাই' কৰা পদ্ধতিটো কিছুদূৰ আয়ত্ত কৰি পেলালো। ইতিমধ্যে মই অফিচৰ সৰু চাহাবৰ হাতত মোৰ চাকৰি ইস্তফাৰ চিঠিখন দিলো। মোৰ এই কাণ্ড দেখি তেওঁ অবাক। 'কি মশাই আপনাৰ কি মাথা খাৰাপ অইছে।' তিনি মাহৰ ভিতৰত ল'ৰাৰ ডিভিজন এচিষ্টেণ্ট হ'লো এই বছৰৰ ভিতৰতে স্থায়ী হৈ আপাৰ ডিভিজনো পোৱাৰ সম্ভাৱনা আছে। তাৰ উপৰি চৰকাৰী চাকৰি প্ৰভিডেণ্ট ফাণ্ড আৰু বুঢ়া বয়সত পেন্সন খাব পাৰিম। 'আপোনাৰ বৰ্তমান দৰমহা হ'ল ছয়ষষ্ঠি টকা, তেনেহলে ভৱিষ্যতত কোনো উন্নতিৰ আশা নথকা অস্থায়ী পঞ্চাশটকীয়া লাইব্ৰেৰিয়ানৰ চাকৰি, পাগলামিৰ বাহিৰে কি হ'ব পাৰে?' এইবুলি তেওঁ মোৰ দৰখাস্তখন ফালি পেলাবলৈ ক'লে। লাহে লাহে আন আন সহকৰ্মী সকলো আহি এনে এটা কাম এৰি দিয়া অনুচিত বুলি জ্ঞান দানো কৰিলে। ইমান বুজা-পঢ়োৱাৰ পাছতো

মোক অচল-অটল দেখি তেওঁ কাম ইস্তফাৰ চিঠিখন ৰাখিলে। কলম পিহাৰ পৰা অব্যাহতি পালো বুলি সহকর্মীসকলক বিদায় জনাই এদিন কলেজ অভিমুখে যাত্রা কৰিলো। শিল্পী হিচাপেও কলম পিহিব নলগা নহয় যদিও, শিল্পীৰ কলমৰ মুখত নানা কলা-কৌশল থাকে যিবোৰৰ দ্বাৰা নতুন ৰূপ ফুটাই তুলিব পাৰি। এই কথাটো ভাবি ভাবি কলেজৰ দুৱাৰমুখত ভৰি দিলো। অনুভৱ কৰিলো যে মই এইবাৰ ছাত্র হিচাপে জ্ঞানার্জন কৰিবলৈ অহা নাই, পেটৰ ভাত-মুঠিৰ সংস্থান আৰু ছবি আঁকিবলৈ অৱসৰ সময় বিচাৰিহে আহিছো। চাৰিওফালে খোলা পথাৰৰ মাজত গঢ়ি তোলা এই কলেজঘৰটো এৰি অহা অফিচটোৰ তুলনাত স্বর্গধাম বুলিব পাৰি। এনেকুৱা এটা 'পার্ট-টাইম জব' মোৰ ছবি অঁকাৰ কাৰণে প্রয়োজন। জাৰকালি কলেজ প্রায় তিনিমাহ বন্ধ থাকে। শাৰী শাৰী আলমিৰা, নানা বিষয়ৰ কিতাপ আৰু আলোচনীবোৰে শোভিত দেখি খুব আনন্দ লাভ কৰিলো। আপাৰ ডিভিজনৰ কেৰাণী কাম মোৰ কাৰণে নহয়; পঞ্চাশ টকাৰেই মোৰ সংসাৰ চলিব। সুদূৰ ভৱিষ্যতত আর্থিক স্বচ্ছলতাৰ সপোন দেখি ছবি আঁকিবলৈ এৰি আন দহজন বিষয়ী মানুহৰ দৰে চৰকাৰী অফিচত দিন কটোৱা অসম্ভৱ। যৌৱনৰ গুপ্তি খৰস্রোতা পাহাৰী নিজৰা— ভৱিষ্যতৰ চিন্তা কৰিবৰ কাৰণে মোৰ কি অৱকাশ আছে?

এই নিজৰা প্ৰৱাহিত হৈ পথ বিচাৰি নাপালে কোনো এটা টিলাৰ পৰা হঠাৎ বাগৰি পৰি এটা জলপ্ৰপাতত পৰিণত হ'ব। এচটা শিলৰ পৰা আন এচটা শিলত পৰি তাৰ বাষ্পই চাৰিওদিশ ধুঁৱলি-কুঁৱলি কৰিব। আকৌ কোনো ঠাইত হয়তো পৰিব আৰু এখন নৈৰ ৰূপ ধাৰণ কৰি গাওঁ-ভূঁইৰ বুকুৰেদি বৈ যাব। মোৰ জীৱন নৈখনো এনেদৰে সুদূৰ সাগৰ সংগমলৈ বৈ যাব, তাৰ কাৰণে মই যেন আজি প্ৰস্তুত হৈ ৰৈছো। ৰেখা আৰু ৰং মোৰ চিৰলগৰীয়া তাৰ বাহিৰে একোতেই মোৰ তৃপ্তি লাভ নহ'ব।

দহটাৰ সময়ত কিতাপ বিচাৰি অহা ছাত্র আৰু অধ্যাপকৰ ভিৰ শেষ হ'লে নতুন কিতাপ 'ক্লাছিফাই' কৰা এটা আনন্দদায়ক অভিজ্ঞতা হৈ উঠিছিল। কোনো এখন কিতাপৰ শিৰোনাম দেখিলেই তাৰ স্বস্থান নির্ণয় কৰিব পাৰি। আনখনৰ হয়তো পাতনিখন লুটিয়াই চাই সেই বিষয়-বস্তুটো কি বুজিব পাৰি। আকৌ কোনো এখনৰ কেইটামান অধ্যায়ত চকু ফুৰালেই বিষয়টো অনুমান কৰা যায়। কেতিয়াবা কেতিয়াবাহে কামটো জটিল হৈ উঠে আৰু গোটেই গ্ৰন্থখন পঢ়িহে স্বস্থানত ৰখা সম্ভৱ হয়। কিতাপৰ বিষয়-বস্তুৰ কি শেষ আছে? সাহিত্য, ভূগোল, জুলজীৰ পৰা আৰম্ভ কৰি বিজ্ঞান, ধ্বনিতত্ত্ব আদি কিতাপৰ এটা বহমূলীয়া ভঁৰাল। এই গ্ৰন্থাগাৰত সোমাই মনীষীসকলৰ চিন্তাধাৰাৰ লগত মোৰ যৎসামান্য পৰিচয় হোৱা স্বাভাৱিক। এই দিনবোৰৰ অভিজ্ঞতা মোৰ স্মৃতিপটৰ পৰা এতিয়াও মচ খাই যোৱা নাই। মই অফিচত কেৰাণী কাম কৰা সময়ত এগৰাকী বিদেশী মানুহৰ লগত পৰিচয় হয়। তেওঁ বিচৰামতে মই দুই-এখন ছবি আঁকি দিয়াত মোৰ লগত যোগাযোগ বাঢ়ি উঠে। এদিন এটা বিশেষ কামৰ কাৰণে তেওঁ মোক বিচাৰি অফিচ পাইছিল। অফিচৰ যেহি ভাগ

কৰ্মচাৰীয়ে মই যে ছবি আঁকো সেই কথাটো নাজানিছিল আৰু মোৰ নিচিনা এজন কেৰাণীক বিচাৰি চাহাবজন এটিকলৈ গৈ মোৰ লগত বহুত সময় কথা-বতৰা কোৱা দেখি তেওঁ ওলাই যোৱাৰ পাছত দুই-এজন সমকৰ্মীয়ে ঠাট্টা কৰি কোৱা কথাষাৰ কাণত পৰিছিল— 'এতিয়ালৈকে তেওঁক কঠিন ক্লাৰ্ক বুলিহে ভাবিছিলো, কিন্তু এতিয়া দেখিছো আৰ্টিষ্ট ডাঙৰেই।' চাহাবজনে এটা 'এটিক'ত ধূলি জোঁকাৰি জোঁকাৰি সাতাৰয় চনৰ ফাইল উদ্ধাৰত মোক ব্যস্ত হৈ থকা দেখি আচৰিত হয় আৰু এজন শিল্পীৰ পৰিণতি দেখি দুখ পাই কৌতুকৰ সুৰেৰে মোক কৈছিল— 'A genius misplaced.' তেওঁৰ এই কথাষাৰ শুনি ময়ো তেওঁক কৈছিলো— The line of demarcation in between a genius and a mad man is very fine, so you can place me in the category of a mad man. এইবাৰ তেওঁ মোক দেখা কৰিবলৈ অহাৰ কাৰণটোনো কি সেই কথাটো জনালে। অসম চৰকাৰৰ আগুৰ চেক্ৰেটেৰী মিঃ টি. টি. এচ. হেইলিয়ে যিমান সোনকালে সম্ভৱ এবাৰ দেখা কৰিব খুজিছে। পাছদিনাখন ৰাতিপুৱা মই তেওঁক দেখা কৰাত তেওঁ মোক ক'লে— 'আমি ইয়াত এটা Publicity Department খুলিব খুজিছো সেইবিষয়ে আপোনাৰ লগত আলোচনা কৰি প'ষ্টাৰ, প্লেকাৰ্ড, পাম্ফলেট ইত্যাদি আঁকি ছপাই উলিয়াব খুজিছো।' এইবুলি তেওঁ মোক কিছু কাগজ-পত্ৰ দি এটা পৰিকল্পনা কৰিবলৈ ক'লে। ময়ো খুব উৎসাহেৰেই বেছ কিছু কাম হাতত ল'লো।

সেইসময়ত দ্বিতীয় মহাযুদ্ধৰ দীঘল ছাঁ লাহে লাহে আমাৰ অসমতো আহি পৰিছিল। মিঃ হেইলিয়ে চেক্ৰেটেৰিয়েট অফিচাৰে এটা সৰু কুঠৰিলৈ পাবলিচিটি বিভাগ এটা প্ৰতিষ্ঠা কৰে। সেই যুগত অসমৰ ৰাজধানী শ্বিলং চহৰৰ মানুহে পাবলিচিটি বা প্ৰচাৰ মাধ্যমৰ বিষয়ে একোকেই নাজানিছিল। গভৰ্ণমেণ্টৰ আকৌ প্ৰচাৰ কাৰ্যৰ কি প্ৰয়োজন থাকিব পাৰে বুলি কেইজনমান দায়িত্বপূৰ্ণ বিষয়াই এই বিষয়ে মোক নানান প্ৰশ্নও কৰিছিল। সেইবোৰ বিয়েই নহওক এজন টাইপিষ্ট, কেৰাণী আৰু এজন মোৰ নিচিনা 'ফ্ৰি লাঞ্চ আৰ্টিষ্ট' লগত  লৈ হেইলি এই পথত অগ্ৰসৰ হৈছিল। এই নতুন প্ৰচাৰ কাৰ্যৰ 'পেৰাকাৰ্ণেলিয়া' হ'ল এটা কেৰাচিনৰ টিনৰ চুঙা— এইটোৱেই সেই যুগৰ 'লাউড্ স্পীকাৰ'। ৰাতিপুৱা নটা বজাত আৰু আবেলি অফিচ ছুটী হ'লেই তেওঁ নিজেই এই লাউড স্পীকাৰটো লৈ মহাসমৰ আৰু ফেচিষ্ট শক্তিৰ লগত যোগদান কৰা জাপানী বাহিনীৰ ভাৰতমুখী অভিযানৰ বিষয়ে জনসাধাৰণক জনাইছিল। ইয়াৰ উপৰিও 'ব্লেক মাৰ্কেট্', এ. আৰ. পি. আদিৰ বিষয়ে মানুহক সচেতন কৰি তুলিছিল। এনে এটা অস্বাভাৱিক অৱস্থাত কি কৰা উচিত অনুচিত তাকো ভালদৰে বুজাই দিছিল। এই বিষয়ে প্ৰচাৰ-পত্ৰও তেওঁ নিজেই লিখি ছপাই লৈ বিলাই দিছিল। মোৰ শিল্পী হিচাপে অভিজ্ঞতা আৰু বিশেষকৈ 'কমাৰ্চিয়েল্ আৰ্ট'ৰ বিষয়ে শিকা কথাবোৰ এইবাৰেই প্ৰথম কামত লাগিছিল। নানান প্ৰয়োজনীয় ছবি আৰু 'প'ষ্টাৰ' ময়েই আঁকি দিবলগীয়া হৈছিল।

তেতিয়া অসমত 'লিথোগ্ৰাফিক' কামৰ কোনো ব্যৱস্থা নাছিল। মোৰ প্ৰথম প'ষ্টাৰসমূহ ছপোৱাৰ কাৰণে বহুত অসুবিধা হৈছিল। মিঃ হেইলিয়ে মোৰ লগত এদিন

পৰামৰ্শ কৰি 'অসম চাৰ্ভে' বিভাগৰ ক্ৰিড্ চাহাবৰ লগত পৰিচয় কৰি দিয়াত মিঃ ক্ৰিডে ক'লে যে আমি মেপ ছপা কৰা মানুহ এনেকুৱা ৰঙীন প'ষ্টাৰ ছপোৱা নোৱাৰো আৰু আমাৰ 'ভেনডাইক প্ৰচেছ্' অতি পুৰণি। লিথোগ্ৰাফীৰ বেভেৰিয়ান ষ্টন আছে যদিও মোৰ মানুহে তাক ব্যৱহাৰ কৰিব নাজানে। বহুত তৰ্ক-বিতৰ্কৰ পাছত ক্ৰিড মহাশয়ে মোক এই বিষয়ে গৱেষণা কৰিবলৈ এটা সুযোগ দিলে। প্ৰেছৰ কাৰখানাত সোমাই মোৰ প'ষ্টাৰখনৰ ট্ৰেচিং লৈ আইনাৰ বাকচত সুমাই দি ৰ'দত থৈ জিঙ্ক প্লেটলৈ transfer কৰিলো। তাৰপাছত আৰু দুটা ৰঙৰ ট্ৰেচিং কৰি প্লেটত তুলি বিটাচিঙৰ কাম সম্পন্ন কৰিলো। কাৰখানাৰ হেড্ ড্ৰাফট্চ্মেনৰ পৰা আৰম্ভ কৰি প্ৰিণ্টাৰ্ছলৈকে সকলোৱেই এইবাৰ মোৰ লগত কৰা অসহযোগ আন্দোলন ভাঙি সানন্দে যোগদান কৰিলে। ইয়াৰ মাজতে মই ক'ৰ্চৰ Lithography—Process Explained অধ্যায়টোত চকু ফুৰাই এটা এটাকৈ 'প্ৰুফ' ল'বলৈ সাজু হ'লো। অৱশ্যে মই যে কৃতকাৰ্য হ'ব পাৰিমনে এই বিষয়ে তেওঁলোকৰ মনত সন্দেহ তেতিয়াও আছিল। ইমান উজ্জ্বল ৰং ছপোৱা কেতিয়াও সম্ভৱ নহয় বুলি তেওঁলোকে নিজৰ ভিতৰত আলোচনা কৰিছিল। এইবাৰ মেচিন ঠিক কৰা হ'ল যেতিয়া প্ৰথম ৰংটো মই নিজেই পিহি দিলো। এই নোহোৱা-নোপজা কামটো নিৰীক্ষণ কৰিবৰ কাৰণে নাইবা মজা চাবৰ কাৰণে প্ৰায় দহ-বাৰজন প্ৰেছৰ মানুহে মেচিনটো ঘেৰি পেলালে। প্ৰথম প্ৰুফটো বেৰত পিন কৰি থোৱা অৰিজিনেলৰ ৰঙৰ লগত অলপো হেৰফেৰ নোহোৱা দেখি তেওঁলোকৰ চকু অমৰাগুটি হেন হৈ উঠিল। এনেদৰে দুটা ৰং ছপা হৈ ওলোৱা দেখি তৃতীয় ৰংটো ছপা কৰাত সম্পূৰ্ণ সহযোগিতা লাভ কৰিলো। এইবাৰ প'ষ্টাৰখনৰ তিনিটা ৰং ছপা হ'ল। হেড্ ড্ৰাফট্চ্মেনে প্ৰুফটো লৈ ক্ৰিড্ চাহাবক দেখুওৱাত তেওঁ নিজেই আহি প্ৰেছ ওলালহি আৰু মোক এটা কৰমৰ্দন কৰি অভিনন্দন জনালে। তেওঁৰ কৰ্মচাৰীসকলে মই ব্যৱহাৰ কৰা কৌশল শিকি লৈছেনে বুলি সুধিলে আৰু ভৱিষ্যতত আমি এনেধৰণৰ কাম হাতত ল'ম বুলি ক'লে। সেইদিনা মই তেওঁলোকৰ শ্ৰদ্ধাৰ পাত্ৰই হৈ উঠা নাছিলো, চাৰ্ভে অফিচৰ দ্বাৰ মোৰ কাৰণে মুক্ত হৈ পৰিল। মই এটা প্ৰুফ মিঃ হেইলিক দেখুওৱাৰ লগে লগে তেওঁ মোক অভিনন্দন জনাই চিফ্ চেক্ৰেটেৰীৰ ওচৰ পালোগৈ। শ্বিলং চহৰত এনে এখন প'ষ্টাৰ ছপা হৈ ওলোৱা দেখি চিফ্ চেক্ৰেটেৰীয়েও মোক ধন্যবাদ জনালে। পাছদিনা গধূলি হেইলিয়ে ফাইনেল প্ৰিণ্টৰ কিছু কপি নিজ হাতেৰেই চহৰৰ ঠায়ে ঠায়ে লগাই দিলে। প'ষ্টাৰখনৰ slogan টো আছিল 'Comming the Crushing Blow' মিত্ৰশক্তি একেলগ হৈ 'ফেচিষ্ট'সকলক ধ্বংস কৰাৰ এটা আইডিয়া প্ৰকাশ কৰা হয়। ইয়াৰ পাছত মই ভালেমান প'ষ্টাৰ আঁকি ইয়াতেই ছপাই উলিয়াইছিলো। এইটোৱেই অসমত প্ৰথম প'ষ্টাৰ ডিজাইনিং আৰু প্ৰিণ্টিংকামৰ প্ৰথম সফল প্ৰচেষ্টা আৰু তাৰ ফল স্বৰূপে অৰ্থৰ অনাটনৰ পৰা অলপ ৰেহাই পাইছিলো।

দ্বিতীয় মহাসমৰৰ বিশৃংখল পৰিস্থিতিয়ে গোটেই ইউৰোপ ছাটি পেলাইছিল। ৰক্তপিপাসু ফেচিষ্টবোৰৰ তাণ্ডৱলীলাত ইউৰোপৰ লাখ লাখ নৰ-নাৰী আৰু শিশুৱে প্ৰাণ হেৰুৱাইছিল। মানৱ সভ্যতাৰ গৌৰৱ বহনকাৰী কতনো অমূল্য সম্পদ কিভাৱে ধূলিসাৎ

হৈ গৈছিল তাৰ বিৱৰণ দিয়া কি সম্ভৱ? সেই যুগত বৈজ্ঞানিক শক্তিৰ অপচয় আৰু তাৰ পৰিণতিৰ কলঙ্ক-কাহিনীৰ সাক্ষী হ'ল নাগাচাকি আৰু হিৰ'চিমা। মনত পৰিছে মোৰ নিজৰেই লিখা কবিতাৰ কলিটো—

এটমৰ ৰঙা ধোঁৱা পিঠিত তাৰ দুঃসাহসী সেনা
বজ্ৰাঘাতে স্তব্ধ নাগাচাকি হিৰ'চিমা,
হতাশ উদাস প্ৰাণে উভতিলে তেওঁলোক
জননীৰ শ্যামল বীথিত— ধুবলৈ হাতৰ কালিমা।

পৃথিৱীৰ পূৰ্ব প্ৰান্তৰৰ জাপানীসকল ফেচিষ্ট শক্তিৰ লগত যোগদান কৰাটো উচিত বা অনুচিত যিয়েই হওক হিৰ'চিমা আৰু নাগাচাকিৰ নিৰপৰাধ জনগণক এনেদৰে হত্যা কৰাটো মানৱ সভ্যতাৰ বুৰঞ্জীৰ পাতত কল্পনাতীত কলঙ্ক হৈ ৰৈছে। চাওঁতে চাওঁতে চল্লিশ বছৰৰো অধিক কাল ধৰি কৰা বৈজ্ঞানিক গৱেষণাই পাৰমাণৱিক শক্তি আমাৰ হাতৰ মুঠিলৈ আনি দিছে। এই শক্তিৰ অপব্যৱহাৰৰ কাৰণে পৃথিৱীৰ বহু দেশ আজি মত্ত হৈ উঠিব লাগিছে, তাৰ শেষ পৰিণতিৰ কথা ভাবিবলৈ মানৱ সমাজৰ অৱকাশ আছে নে নাই ক'ব নোৱাৰো।

বেলি মাৰ নোযোৱা ঔপনিৱেশিক বৃটিছ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত ভাৰতভূমি সহজে তেওঁলোকে এৰি নিদিয়াটো অতি স্বাভাৱিক। ফেচিষ্ট শক্তিৰ অগ্ৰসৰ পথ ৰুদ্ধ কৰিবলৈ পৰিকল্পনা কৰা হ'ল আৰু বৃটিছ, এমেৰিকান সৈন্য বাহিনীৰ সোঁত ববলৈ ধৰিলে। শত শত টেঙ্ক, বোম্বাৰ প্লেন, ফাইটিং প্লেন, যুদ্ধাস্ত্ৰবাহী জাহাজ আহি পালেহি। সৈন্য বাহিনীৰ প্ৰয়োজনীয় বস্তু-বাহানি প্ৰস্তুত হ'বলৈ ধৰিলে। দেশত নতুন নতুন কলকাৰখানাও তৈয়াৰ কৰা হ'ল। এনেকুৱা এখন বিৰাট ৰণাঙ্গনৰ পৰিকল্পনাত পাশ্চাত্য দেশৰ অধিবাসী অভ্যস্ত হ'লেও ভাৰতবাসীৰ কাৰণে এটা ভয়ানক অভিজ্ঞতা। এই অভিজ্ঞতাই দেশৰ সমাজ জীৱন একেবাৰে ওলট-পালট কৰি দিলে। সুখ-শান্তিও হেৰাই যাবলৈ ধৰিলে। জনগণৰ মুখত ফুটিল নতুন শব্দৰ নতুন ধ্বনি 'ব্লেক আউট', 'ৰিউমাৰ', 'ব্লেক মাৰ্কেট', 'এ. আৰ. পি.', 'চাইৰেণ', 'শ্বেলটাৰ ট্ৰেন্‌চ্', 'আউট অব বাউণ্ডচ' ইত্যাদি। কত যে নতুন নতুন কামত ডেকাসকলক লগোৱা হ'ল। চাপ্লাই, ৰেচন, টেক্সটাইল, এম. ই. এচ, পাবলিচিটি আৰু মিলিটাৰী লিয়েজ ইত্যাদি বহুত নতুন অফিচ দেখা দিলে। শিক্ষিত ডেকা ল'ৰাৰ মুখত শুনা গ'ল 'কিংছ্ কমিচন্' বা 'ভাইচৰয়জ কমিচন'ৰ বিষয়াৰ পদ কেনেকৈ লাভ কৰা যায়। সাধাৰণ বিষয়াসকলৰ চিন্তা হ'ল বিপৰীত— কাৰ হতুৱাই কেনেকৈ চিভিল বা মিলিটাৰী কেন্‌টিনৰ পৰা চাবোন, তেল, ক্ষুৰ, চুৰট, জুইবাহ আৰু গৃহিণীৰ কাৰণে ক্ৰিম, পাউডাৰ, মাৰকিন্ বা লয়েন কাপোৰ ইত্যাদি যোগাৰ কৰা যায়। এতিয়ালৈকে এটাও জাপানী বোমা আমাৰ দেশৰ মাটিত নুফুটিলেও যুদ্ধৰ নামত বহুতেই পগলা হৈ উঠিল। গৃহলক্ষ্মীসকলৰ চিন্তা হ'ল হায়!

ক'ত এমুঠি চুজি বা ময়দা, ক'ত চেনি বা এবটল কেৰাচিন পোৱা যায়। এচাম ডেকা আৰু আদহীয়া মানুহৰ মুখত মাথোন শুনিবলৈ পোৱা গৈছিল 'ছাপ্লাই পাৰমিট' আৰু 'মিলিটাৰী কণ্ট্ৰেক্ট' বিচাৰি হাবাথুৰি খাই ফুৰাৰ কথা। ক'ত বাঁহ-কাঠ, ক'ত ইটা-চুণ-চুৰুকি, ক'ত শাক-পাচলি বা কুকুৰা চৰাই সস্তাত কিনি মিলিটাৰীক যোগান ধৰি কেনেকৈ টকা কৰা যায়। বাঘৰ আগতেল খোৱা টেণ্ডৰ ঠিকাদাৰে এবটল বিলাতী মদ আৰু মগুহৰ 'বোষ্ট' আৰু লগতে দক্ষিণাও দি ডাঙৰ ডাঙৰ ঠিকা যোগাৰ কৰিবলৈ সমৰ্থ হয়। একো সময়ত এই জাতৰ ঠিকাদাৰে আকৌ ন্যায্য প্ৰাপ্যৰ তিনিভাগৰ এভাগ এৰি দিবলৈ ৰাজি হয় আৰু একেটা শিয়ালৰ পোৱালি বাৰে বাৰে দেখুওৱাৰ গল্পটোৰ দৰেই বাঁহ বোজাই কৰি একেখন গাড়ীকেই বাৰে বাৰে সোমাই আৰু উলিয়াই ভালেমান গাড়ী বাঁহ এই অফিচত ছাপ্লাই কৰা হৈছে বুলি লিখাই আনি বিল দি কেঁচা টকাৰ ব্যৱসায়ত মত্ত হৈ উঠিল। এনেদৰে কেঁচা টকাৰ দ'ল বন্ধা কামটো তীব্ৰ বেগেৰে চলিবলৈ ধৰিলে। চাওঁতে চাওঁতেই আমাৰ এই সৰু অসম ভূমিতো এচাম নতুন ধনী গহৰা গজালি গজি উঠিবলৈ ধৰিলে। চাৰিআলিৰ মূৰত চাহখোলা পাতি দিনৰ শেষত দুই-চাৰি টকা অৰ্জন কৰি সংসাৰ চলোৱা মহীৰাম যদুৰাম কেইমাহমানৰ ভিতৰতে ধনীৰাম হৈ উঠিল। আঁঠুৰ মূৰত পিন্ধা চুৰিয়া এৰি কৰ্ডৰ ট্ৰাউজাৰ আৰু জাৰকিন পিন্ধি গাড়ী দৌৰাই ক'লৈ কিহৰ কাৰণে বাট লৈছে তাৰ ভু লোৱা অসম্ভৱ। কোনোৱে আকৌ লোণ, চেনি আৰু কেৰাচিন তেল হ'ৰ্ডিং কৰি কলা বজাৰত বেচি কুৰি শতিকাৰ নতুন যক্ষ হৈ পৰি অট্টালিকা তোলাৰ সপোন দেখিলে। দুই-এজন হীন মনোবৃত্তিৰ মানুহে ডাঙৰ ডাঙৰ মিলিটাৰী ঠিকা কাম হাতত ল'বৰ কাৰণে বিলাতী মদ আৰু 'ট্ৰেফিক ইন উইমেন' কথাটো বেছ কামত লগালে। কৃত্ৰিম অভাৱ সৃষ্টি কৰি ক'লা বজাৰত বস্তু বেচি কেঁচা টকাৰ পুঁজি বাঢ়িলে। টকা-টকা-টকা আকাশে বতাহে এই এক স্বৰ— টকা ধৰ্ম, টকা স্বৰ্গ, টকাহি পৰমন্তপ।' জীৱনৰ মূল্যবোধ ছায়াছবিৰ ৰূপালী পৰ্দাৰ দৰে মুহূৰ্তে মুহূৰ্তে ৰূপান্তৰিত হ'বলৈ ধৰিলে। সমাজ জীৱনৰ বান্ধ দ্বিতীয় মহাসমৰৰ অস্বাভাৱিক পৰিস্থিতিত একেবাৰে ঢিলা গ'ল। বঙ্গদেশ দুৰ্ভিক্ষ আৰু মহামাৰীৰ কৰাল গ্ৰাসত পৰিল। ক'ত নৰ নাৰী আৰু ল'ৰা-ছোৱালীয়ে কাউৰি-কুকুৰৰ লগত একেলগে ডাষ্টবিনৰ মাজত সোমাই পেটৰ পোৰণি মাৰিবলৈ কি পোৱা যায় বুলি কঢ়া-আঁজোৰা লগালে। 'মা একফোঁটা ফেন দাও' বুলি পদুলি মুখতেই দুৰ্ভগীয়া প্ৰাণীয়ে শেষ উশাহ পেলালে—

'হে মোৰ দুৰ্ভাগা দেশ যাদেৰ কৰেছ অপমান
'অপমান হ'তে হ'বে তাহাদেৰ সবাৰ সমান'

কবিৰ কথা সত্য হৈ ফলিয়ালে।

এই কালছোৱাত কত কি দেখিলো, কত কি শুনিলো। এজন গাঁৱৰ বৰমূৰীয়াই এই কথাষাৰ মোক কৈছিল— উত্তৰাধিকাৰী সূত্ৰে লাভ কৰা মাটি-বাৰীতেই খেতি-বাতি

বন্দি আৰু এখন সৰু দোকান দি সুকলমে সংসাৰ চলাইছিলো। আপুনি মোৰ নিজৰ লʼৰাৰ নিচিনা বুলি কʼবলৈ দ্বিধাবোধ নকৰো। মই ধৰ্মভীৰু মানুহ হৈয়ো এই যুদ্ধৰ কালছোৱাত প্ৰলোভনৰ পৰা নিজকে মুক্ত কৰি ৰাখিব নোৱাৰিলো। লোণ, চেনি আৰু কেৰাচিন কʼলা বজাৰত বেচিবলৈ মন মেলিলো, বেছ কিছু টকাও কৰিলো কিন্তু পাপৰ ধন প্ৰায়শ্চিত্তত যায়। বিধাতা এদিন ক্ৰুদ্ধ হৈ উঠিল, জুই লাগি চব ছাৰখাৰ হʼল। এতিয়া কৰিবলৈনো কি আছে— মই পাপী বহুত পাপ কৰিছিলো তাৰেই এই পৰিণাম। ধৰ্মভীৰু হৈয়ো প্ৰলোভনত পৰি পাপ কাৰ্যত লিপ্ত হোৱা বুঢ়াজনৰ স্বীকাৰোক্তি সেই সময়ত যে চিৰাচৰিত মূল্যবোধ ধূলিসাৎ হৈ গৈছিল। তাৰ এটা লেখত লবলগীয়া দৃষ্টান্ত।

এই পৰিস্থিতিত অসমৰ নিসৰ্গ ৰূপ দ্ৰুতগতিত পৰিবৰ্তিত হʼবলৈ ধৰিলে। হাবি বননিৰ মাজত শই শই মিলিটাৰি কেম্প তৈয়াৰ কৰা হʼল। এণ্টি-এয়াৰক্ৰেফ্‌ট গান, টেঙ্ক, বোম্বাৰ আৰু নানাধৰণৰ অস্ত্ৰ-শস্ত্ৰ বিৰাট বিৰাট ট্ৰাকত বোজাই হৈ অসম পালেহি। দেশী-বিদেশী সৈন্যবাহিনীৰে ঠাহ খাই পৰিল। ই. বি. আৰ. আৰু এ. বি. আৰ. ৰেলগাড়ীবোৰ, জীপ, ট্ৰাক, কুৰিয়াৰ মটৰ চাইকেলৰ অহৰহ যাতায়াতে সীমান্ত পথ কঁপাই তুলিলে। কেম ফ্লজ ব্যৱস্থাৰ কাৰণে চিপাহীবোৰে অʼত-তʼত মহতিয়াই ফুৰিবলৈ ধৰিলে। মই তেতিয়াও কলেজৰ লাইব্ৰেৰীত কাম কৰো আৰু প্ৰচাৰ বিভাগৰ লাগতিয়াল পʼষ্টাৰ, জাননী, পুস্তিকা, চাৰ্ট আৰু শ্লাইড ইত্যাদিৰ পৰিকল্পনাত ব্যস্ত হৈ থাকো। মিঃ হেইলিয়ে মাজে মাজে মোক তেওঁৰ বঙলালৈ মাতি নি এই বিষয়ে বহুত আলোচনা কৰে। হেইলি আছিল সেই যুগৰ এজন বৃটিছ চিভিলিয়ান; বয়স কম আৰু শৰীৰত অফুৰন্ত শক্তি। এনথ্ৰʼপলজীৰ ছাত্ৰ হিচাপে কিছুদিন আফ্ৰিকাত গবেষণা কৰে আৰু এই বিষয়ে তেওঁৰ দুই-এখন ভাল গ্ৰন্থও প্ৰকাশিত হৈছে। সেইযুগৰ মোৰ লগত পৰিচিত অন্যান্য চিভিলিয়ানসকলৰ দৰে সহকৰ্মী সকলৰ লগত মিলামিচা নকৰি থকাটো তেওঁ ভাল নাপাইছিল। আমাৰ লগত মিলিজুলি কাম কৰাটোৱেই তেওঁ ভাল পাইছিল। তেওঁ নিজে নিষ্ঠাসহ কাম কৰে কাৰণেই হয়তো এদিন তেওঁৰ এজন সহকৰ্মীক এনেদৰে কৈছিল— If you don't have any love for your work it will be nothing but drudgery. এসময়ত পৰাধীন দেশৰ মানুহ আছিলো বুলি আৰু এটা কথা মনত পৰিছে— এজন উচ্চপদস্থ ইংৰাজ বিষয়াই তেওঁৰ এটা বিশেষ কামৰ কাৰণে মোক মাতি পঠিয়াইছিল কিন্তু আন এটা খুব জৰুৰী কামত তেওঁ ওলাই যাবলগীয়া হোৱাত নিৰ্ধাৰিত সময়ত গৈয়ো তেওঁক লগ ধৰিব নোৱাৰিলো। পাছদিনাখন তেওঁ অত্যন্ত এপলʼজেটিক হৈ মোলৈ এখন চিঠি দিয়ে। চিঠিখন পাই ভাল লাগি তেওঁৰ ইচ্ছা অনুসৰি তেওঁক দেখা কৰিবলৈ গʼলো। সেই কালছোৱাত অকল চাহাবসকলেই নহয়, আমাৰ মানুহেও কথা দি কথা ৰাখিব নোৱাৰিলে ক্ষমা নিবিচৰাটো বিনয় গুণৰ অভাব বুলি ভাবিছিল। ইংৰাজ বিষয়াজনৰ ব্যৱহাৰত মই মুগ্ধ হৈ তেওঁক এটা কথা সুধিবলৈ দ্বিধাবোধ নকৰি কʼলো— আপোনাৰ এই কামটো অতি জৰুৰী যেতিয়া সময় নষ্ট নকৰি মোৰ ঘৰলৈকে আহিলে

ভাল হ'লহেঁতেন। মোৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা থকা কাৰণেই হয়তো মোৰ এই প্ৰশ্নৰ উত্তৰ সহজভাৱেই দিছিল— 'মই নিজেই আপোনাৰ তালৈ যোৱা উচিত আছিল, কিন্তু আমাৰ নিৰ্চিনা উচ্চ পদস্থ বিষয়াসকলে কিছুমান বিশেষ ৰীতি-নীতি মানি চলিব লাগে। তাৰ মানে এনে নহয় যে মই আপোনাৰ তালৈ যোৱা অনুচিত। আচল কথাটো হ'ল আমাৰ নিৰ্চিনা দায়িত্ব বহনকাৰী বিষয়াসকলে শাসক আৰু শাসিতৰ মাজত এটা ব্যৱধান ৰক্ষা কৰাটো নিবিচাৰিলেও আমাৰ চলন-ফিৰণ আৰু ব্যৱহাৰত নিশ্চয় সেইটো প্ৰকাশ পায়। কথাটো অৱশ্যে খুব ডেলিকেট...। মিঃ হেইলিৰ মুখত কেতিয়াও এনেধৰণৰ কথা শুনা নাছিলো কিয়নো তেওঁ একেবাৰেই ফৰমেলিটিৰ ধাৰ নধৰিছিল। কোনো সময়ত জৰুৰী কাম থাকিলে নিজেই ঘৰ পায়হি। আৰু দৰকাৰ হ'লে ঘৰতো পৌঁছাই দিয়ে। এনেধৰণৰ ব্যৱহাৰ তেওঁৰ এটা লক্ষণীয় গুণ বুলিব পাৰি।

এদিনাখন ৰাতিপুৱা লাইব্ৰেৰীৰ মেজৰ ওপৰত এখন মিলিটাৰী 'চিল-মোহৰ' মৰা চিঠি পাই আচৰিত হ'লো। চিঠিখন এজন কৰ্ণেলৰ, পাবলিক লিয়েজ ছেকচনৰ বিষয়াগৰাকীয়ে মোৰ লগত বোলে এটা জৰুৰী কামৰ বিষয়ে আলোচনা কৰিব খুজিছে। এই যুদ্ধৰ বজাৰত মই এজন ফ্ৰি-লান্স আৰ্টিষ্টহে। মিলিটাৰীৰ লগত কোনো সম্পৰ্ক নাই, তথাপি অলপ ভয় খাইছিলো কিয়নো মাজতে এদিন বাহিৰত স্কেচ্ছ্ কৰি থাকোতে দুজন মিলিটাৰী অফিচাৰৰ কবলত পৰো। তেওঁলোক ছবি আঁকা সময়ত দৰ্শক হিচাপে থিয় দি আছিল, আৰু ছবিখন শেষ নোহোৱালৈকে এটা কথাও নকৈ তেওঁলোকৰ মাৰ্জিত ৰুচিৰ পৰিচয় দিছিল। ছবি আঁকা শেষ কৰি মই চিগাৰেট এটা মুখত দিবলৈ নৌ পাওতেই— 'ইয়াত বহি মোৰ ছবি আঁকাৰ উদ্দেশ্য কি' বুলি এই বিষয়ে এটাৰ পাছত এটা প্ৰশ্ন কৰিবলৈ আৰম্ভ কৰিলে। প্ৰশ্নবোৰ মোৰ কাৰণে সুবিধাজনক নাছিল। 'এই চহৰত কত ধুনীয়া ধুনীয়া ঠাই থকা সত্ত্বেও আপোনাক এই ঠাইডোখৰে কিয়বা আকৰ্ষণ কৰিলে আৰু আপুনি নিশ্চয় জানে যে এই ঠাই মিলিটাৰী কেণ্টনমেণ্টৰ অন্তৰ্ভুক্ত। গোঁফত তাও দিয়া, হাতত বেত লোৱা এই বিষয়া দুজনৰ প্ৰশ্নৰ উত্তৰ হিচাপে শিল্পবিষয়ক কথা বুজাবলৈ যোৱা নিষ্প্ৰয়োজন বুলি ভাবি নেপ্চেক্টো সামৰি লৈ বিদায় ল'লো আৰু এই যাত্ৰাত ৰক্ষা পৰিলো বুলি স্বস্তিৰ নিশাহ পেলালো। নামি আহি বৰ বজাৰৰ ওচৰৰ এখন দোকানত এপিয়লা চাহ আগত লওঁতে পাৰ্ল বাকে লিখা এটি গল্পৰ কথা মনত পৰিল। এদিন এজন বিদেশী শিল্পীয়ে কোনো এখন গাঁৱৰ ছবি আঁকিবলৈ যায়। সেই গাঁৱৰেই এজনী ৰূপহী ছোৱালীৰ প্ৰেমত পৰি তাইক বিয়া কৰায়। বিয়াৰ নৈশ ভোজনত গাঁৱৰ সকলোৱেই আহি ওলালহি কিন্তু তেওঁক শুভেচ্ছা জনাই কৰমৰ্দন কৰা সময়ত তেওঁলোকৰ মুখত আনন্দ আৰু বিষাদ মিশ্ৰিত এটি ৰূপ ফুটি উঠিছিল। তাৰ কাৰণটো হ'ল যে ডেকাজন ভালেই কিন্তু অলপ অদ্ভুত প্ৰকৃতিৰ। তেওঁলোকৰ গাঁওখনিত বহুত সুন্দৰ সুন্দৰ পথ-ঘাট, গছ-গছনি থকা সত্ত্বেও তেওঁনো কিয় বোকা-পানীৰে ভৰা আৰু পৰিত্যক্ত ঠাইবোৰৰ ছবি আঁকি সময় কটায়। আজি সাত সাগৰৰ আন এটা পাৰৰ আৰু প্ৰায় পাঁচ হাজাৰ ফুট ওখত অৱস্থিত এই সৰু চহৰখনিৰ

প্ৰচুৰকৈ বহি ছবি আঁকিবলৈ ধৰোতে মোৰো সেই একে অৱস্থা। অতি পুৰণি এখন বজাৰৰ ঢোকা দি ৰখা, অ'ত-ত'ত জকাৰ হাড়ৰ দৰে ওলাই থকা কাঠি-মাৰলীৰে ঘৰবোৰৰ ছবিখনে মিলিটাৰী দুজনক বিভ্ৰান্ত কৰি তুলিছিল। তাজমহলৰ নিচিনা এটা নিখুঁত স্থাপত্যৰ সৌন্দৰ্যই আমাৰ প্ৰাণত যেনেকৈ আনন্দ দান কৰে তেনেকৈয়ে এটা ঢোকা দিয়া জৰাজীৰ্ণ খেৰৰ পঁজাঘৰেও শিল্পীৰ চকুত আন এটি সৌন্দৰ্যৰ ৰূপ ফুটাই তোলে। এই কথাটো উপলব্ধি কৰিবলৈ হ'লে অনুভূতিৰ প্ৰয়োজন। এই কথাটো সেই ভোটা মগজুৰ মিলিটাৰী বিষয়া দুজনক বুজোৱা মোৰ পক্ষে দুৰূহ হৈ পৰিছিল। আজিৰ এই অভিযানৰ অভিজ্ঞতাৰ পাছত আকৌ এঠাইত গৈ নতুনকৈ ছবিত হাত দিয়া বিফল প্ৰচেষ্টা হ'ব বুলি ঘৰমুৱা হ'লো।

মিলিটাৰী বিভাগৰ পৰা অহা চিঠিখনত কৰা অনুৰোধ ৰক্ষা কৰিবলৈ এইবাৰ 'এলমামুৰ' টিলালৈ যাত্ৰা কৰিলো। চিঠিখন দেখুওৱাত এজন কেপ্টেনে মোক ভিতৰলৈ মাতি নিলে। কৰ্ণেল ওলাই আহি কৰমৰ্দন কৰি মোক ক'লে যে তেওঁলোকৰ এজন smart young artist-ৰ প্ৰয়োজন। 'আপোনাক দেখি খুব ভাল লাগিছে। আপোনাৰ আঁকা কোনো ছবি লগত আছে নেকি?' মই প'ৰ্টফলিঅ'টো খুলি দুই-তিনিখন মোৰ কামৰ চানেকি দেখুৱা মাত্ৰকেই হাঁহি মাৰি ক'লে— 'খুব সুন্দৰ কাম। ইতিমধ্যে কলিকতাৰ পৰা আৰু দুজন শিল্পীৰ কামৰ চানেকি আমি পাইছো যদিও আপোনাৰ কাম দেখি আমি সন্তুষ্ট হৈছো যেতিযা কামটো আপোনাকেই দিয়া ভাল হ'ব। আশাকৰো আপোনাৰ কোনো আপত্তি নাই।' এই বুলি কেইখনমান কাগজ মোৰ হাতত দি এখন স্কেচ্ কৰি দেখুবাবলৈ ক'লে। সেইকালত মোৰ হাতৰ গতিশক্তি তীব্ৰ আছিল কাৰণে কেইমিনিটমানৰ ভিতৰতেই এখন স্কেচ্ কৰি উলিয়ালো। স্কেচখন চাই excellent, very powerful hand বুলি মোৰ সম্পৰ্কে এজন মেজৰ আৰু কেপ্টেনৰ লগত পৰামৰ্শ কৰি মোক আন এটা কুঠৰিলৈ মাতি নি এটা গোপন 'চেলাৰ'ৰ পৰা কিছুমান লিফলেট্ উলিয়াই আনি চাবলৈ দিলে— পূৰ্ব-সীমান্তত জাপানী সৈন্যবাহিনীয়ে প্লেনৰ পৰা এইবোৰ বিলাই দিছিল। নানা বৰণীয়া এই প্ৰচাৰপত্ৰৰ কথাবোৰ ইংৰাজী, বাংলা আৰু হিন্দী ভাষাত লিখা। মূল উদ্দেশ্য হ'ল ভাৰতবাসীক ইংৰাজ শাসকৰ কৰাল গ্ৰাসৰ পৰা মুক্তি লাভ কৰিবলৈ সহায় কৰা। কাৰ্টুনবোৰ বেছ আকৰ্ষণীয় আৰু সৰল সহজ। বহুযুগৰ পাছত বোম্বাইত অনুষ্ঠিত মোৰ প্ৰদৰ্শনীৰ সময়ত ইণ্ডিয়ান এক্সপ্ৰেছৰ সম্পাদকে সাক্ষাৎকাৰত এই জাপানী প্ৰচাৰ-পত্ৰবোৰৰ বিষয়ে আৰু সেইবোৰ এতিয়া ক'ত আছে জানিবৰ কাৰণে আগ্ৰহান্বিত হৈ উঠিছিল। এই চাকৰিত' সোমাবলৈ মোৰ ভাল লগা নাছিল। এটা পাৰ্ট-টাইম কাম অৰ্থাৎ লাইব্ৰেৰীত বহি বিশ্ববৰেণ্য মনীষীসকলৰ গ্ৰন্থৰাজিৰ মাজত নিজকে ডুবাই দি আৰু বাকী সময়খিনি শিল্প-চৰ্চাত কটোৱাটো ভালনে প্ৰগাগেণ্ডাৰ কাৰণে নতুন নতুন আইডিয়াৰ ছবি আঁকি জীৱনৰ বহুমূলীয়া সময় অপব্যয় কৰাটো উচিত, এনে এটা দ্বন্দ্বই দেখা দিলে। তাতে আকৌ অসম প্ৰচাৰ বিভাগ গঢ়ি তোলা কামত সহায় কৰি জীৱিকা নিৰ্বাহ কৰিবৰ কাৰণে কিছু টকা উপাৰ্জন কৰা

যায়। মোৰ চিন্তাত পৰিলো। মিলিটাৰী বিভাগৰ কামটো নিয়া উচিত হ'বনে নহয় চিন্তা কৰি থাকোতেই কৰ্ণেলে মোক লাইব্ৰেৰীয়ান কামৰ পৰা সোনকালে অব্যাহতি দিবৰ কাৰণে এখন চিঠি দিয়ে। প্ৰিন্সিপালেও মিলিটাৰীৰ অনুৰোধ ৰক্ষা কৰি মোক কামটো ল'বলৈ উৎসাহিত কৰে।

তিনিটা ভাষাত প্ৰকাশ কৰিবলৈ ঠিক কৰা 'আমাৰ অসম' সাদিনীয়া পত্ৰিকাৰ সম্পাদক মণ্ডলীৰ অফিচত মই যোগদান কৰিলো। পত্ৰিকাখন লিথ'প্ৰেছত কলিকতাত ছপা কৰাৰ ব্যৱস্থা হ'ল। প্ৰেছটোৰ নাম আছিল Calcutta Chromotype. 'Our Assam', 'আমাৰ অসম' আৰু 'আমাদেৰ অসম' বুলি তিনিটা ভাষাত পত্ৰিকাৰ কাম আৰম্ভ কৰা হ'ল। সম্পাদনাৰ কাম কেপ্টেন বাৎসায়নক দিয়া হ'ল। এওঁৱেই পৰৱৰ্তী কালত জ্ঞানপীঠৰ পুৰস্কাৰ লাভ কৰা সচ্চিদানন্দ হীৰানন্দ বাৎসায়ন। আধুনিক হিন্দী কবিতাৰ প্ৰয়োগবাদী ধাৰাৰ অন্যতম প্ৰবৰ্তক আৰু 'অজ্ঞেয়' ছদ্মনামেৰে পৰিচিত। তেওঁৰ পুৰস্কৃত গ্ৰন্থখনিৰ নাম— 'কিতনী নাৱো মে কিতনী বাৰ'। তেওঁ এসময়ত 'ক্ৰান্তি' দলৰ লগত যোগদান কৰিছিল আৰু নিৰ্যাতনো ভোগ কৰিছিল। আগ্ৰাৰ সৈনিক পত্ৰিকা, 'বিজুলী' আৰু কলিকতাৰ পৰা প্ৰকাশিত 'বিশাল ভাৰত'ৰ সম্পাদকো আছিল। তেওঁৰ প্ৰয়োগবাদী কবিতাৰ সঙ্কলন 'তাৰ সপ্তক' খনে তেওঁক হিন্দী সাহিত্য জগতত প্ৰতিষ্ঠিত কৰে। 'আমাৰ অসম' পত্ৰিকাত লিখাৰ কামৰ কাৰণে মোৰ সহপাঠী শ্ৰীমহেশচন্দ্ৰ দেৱগোস্বামীক আৰু কিছুদিনমানৰ পাছত শ্ৰীমুনীন বৰকটকীক নিযুক্ত কৰে। বাংলাৰ কাৰণে আৰু এজনক কাম দিয়া হয়। পাবলিক লিয়েজ বিভাগে এটা Song Publicity গ্ৰুপ কৰি নৃত্য-গীতৰ ভিতৰেদি তেওঁলোকৰ প্ৰচাৰ কাৰ্য ভালদৰেই চলাবলৈ ধৰে। লাহে লাহে মোৰ ওপৰত কামৰ হেঁচা বাঢ়ি আহিবলৈ ধৰাত এজন শিল্পীক মোক সহায় কৰিবৰ কাৰণে অনা হ'ল কিন্তু পত্ৰিকাৰ কাৰণে নতুন idea চিন্তা কৰি উলিওৱা সহজ কাম নহয় গতিকে একো লাভ নহ'ল। সপ্তাহত আঠখন ৰঙীন কাভাৰ আৰু অসংখ্য ইলাষ্ট্ৰেচন কৰা মোৰ কাৰণে অসম্ভৱ হৈ উঠিল। এই কথা বাৎসায়নে বুজিলেও এদিন এশ পঁচিশ টকাৰ বন্দুকধাৰী সেনা হৈ অহা কৰ্ণেল চাহাবৰ মগজুত একেবাৰেই নোসোমাল। ৰাতিপুৱাৰ পৰা গধূলিলৈকে তেওঁ মদৰ নিচাত বিভোৰ হৈ থাকে যেতিয়া কৈ কোনো লাভ নহ'ল। কোনো শিল্পীৰ মূৰৰ ভিতৰেদি বিজুলী-চমকৰ দৰে মৌলিক idea-বোৰ দেখা নিদিয়ে। কেতিয়াবা মগজু শুকান নাৰিকল যেন হৈ থাকে। ইটো সিটো চিন্তা কৰি কৰি অৱশেষত এটা নতুন idea-ৰ জিলিঙনি দেখা দিয়ে। সৃষ্টিশীল কাম কোনো কোনো সময়ত ততাতৈয়াকৈ কৰা যে অসম্ভৱ ভোটা মগজুৰ কৰ্ণেলে উপলব্ধি কৰিব নোৱৰা গতিকে মোৰ লগত মনোমালিন্য দেখা দিলে। এদিনাখন আবেলি নিচাই তেওঁৰ মূৰত বেছ কিছু ফাৰেণহিট তৈয়াৰ কৰে আৰু চুৰটৰ ধোঁৱাত ধুঁৱলি-কুঁৱলি কৰি মোৰ লগত তৰ্ক আৰম্ভ কৰিলে। মই এতিয়া মিলিটাৰী বিভাগত কাম কৰো যেতিয়া পাঁচটাৰ পাছতো কাম কৰা প্ৰয়োজন। নিষ্ঠাসহ কাম কৰি পত্ৰিকাখন জনপ্ৰিয় কৰি তোলাৰ পাছতো তেওঁৰ এনে ব্যৱহাৰ সহ্য কৰিব

নোৱাৰি মই এই মুহূৰ্ততেই চাকৰি ইস্তফা দিলো বুলি ক'লো। অৱশ্যে তেতিয়া মই অহা মাহৰ কাম শেষ কৰি তাৰ পাছৰ মাহৰ কামত হাত দিছো, শেষ হ'লেই মই আৰু নাথাকো। মোৰ মুখৰ পৰা এনে কথা শুনি ওচৰতে বহি থকা মেজৰ আৰু কেপ্টেন দুজনেই খুব অবাক হৈ মোৰ পিনে চাই ৰ'ল। মই গুড ইভিনিং বুলি ওলাই আহিলো।

পাছদিনা ৰাতিপুৱা অফিচ সোমাই আমাৰ কাগজৰ 'কা'বোৰ্ড' ওলট-পালট কৰি থোৱা দেখি সহকৰ্মী আৰু দুজনেও মোৰ লগতে কাম এৰি দিবলৈ দৰখাস্ত দিলে কিন্তু অৱশেষত চাকৰিৰ মোহ এৰিব নোৱাৰি কাম কৰিবলৈ মান্তি হ'ল। মেজৰ আৰু কেপ্টেন দুয়োজনেই 'Dont take it to heart' বুলি মোক বুজাবলৈ খুব চেষ্টা কৰা সত্ত্বেও মই এই কামত আৰু নাথাকো বুলি বিদায় জনালো। ইতিমধ্যে মই কৰিবলগীয়া কামখিনি শেষ কৰি কেপ্টেনৰ হাতত দি মোৰ প্ৰাপ্য টকাখিনি লৈ কৰ্মক্ষেত্ৰৰ ৰণাঙ্গনখনৰ পৰা মুক্ত হৈ ওলাই আহিছো। এনেতে দূৰত ৰ'দ লৈ বহি থকা কেপ্টেন বাৎসায়নক চকুত পৰিল। তেওঁক এবাৰ মাত দি বিদায় জনাবলৈ ওচৰত থিয় দিয়া মাত্ৰকেই তেওঁ মোক ক'লে — 'Now we have lost an artist who could produce original ideas for our papers. এনেকুৱা এটা চাকৰি এৰি আপুনিনো কি কৰি অৰ্থ উপাৰ্জন কৰিব— আপোনাৰ সৈতে একেলগে কাম ইস্তফা দিয়া আপোনাৰ সহকাৰী শিল্পীজনে ক্ষমা বিচাৰি আপোনাৰ স্থান অধিকাৰ কৰা কাৰণে বেয়া লগা নাইনে?' মই তেতিয়া এনেদৰে তেওঁক ক'লো— মোৰ দুখৰ কথা একো নাই, মই আসন ত্যাগ কৰিলো যেতিয়া সেই ঠাইত ৰাম-শ্যাম-যদু যি কোনোৱেই বহক, মোৰ একো নহয়। আত্মসন্মান ৰক্ষাৰ কাৰণে বহুত ত্যাগ স্বীকাৰ কৰিব লাগে— Prestige is something that takes one's lifetime to acquire.' মোৰ এই উত্তৰ শুনি তেওঁ ক'লে, 'আপুনি ঠিকেই কৈছে, আত্মসন্মান ৰক্ষাৰ কাৰণে জীৱনত বহুত ত্যাগ কৰিবলগীয়া হয়'। ইয়াৰ পাছত তেখেতে আলোচনা কৰা কথাখিনিয়ে মোৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা আৰু সহানুভূতিৰ কথাই সোঁৱৰাই দিছিল।

'কেনিল ওৱাৰ্থ'ৰ মিলিটাৰী অফিচটোৰ পৰা মুক্তি লাভ কৰি স্বস্তিৰ নিশ্বাস পেলালো। ৰাতিপুৱা নটাৰ পৰা গধূলিলৈকে নিষ্ঠাৰে কাম কৰি পত্ৰিকা তিনিখন জনপ্ৰিয় কৰি তুলি সুখ্যাতি অৰ্জন কৰিছিলো কিন্তু কি হ'ব— হঁটা স্বভাৱৰ কৰ্ণেলৰ কাৰণে কাম কৰা নগ'ল। যোৱা দুবছৰৰ ভিতৰতে মই তিনি ঠাইত চাকৰি কৰিলো। আজি মই সম্পূৰ্ণ স্বাধীন। এইবাৰ 'ফ্ৰি-লান্স' শিল্পী হিচাপে কাম কৰি জীৱন কটাম। শিল্প সাধনাৰ কাৰণে বহুত সময় পাম। সেইটোৱেই মোৰ অভিলাষ। এনেধৰণৰ বহুত কথা চিন্তা কৰি কৰি ঘৰ ওলালোহি। বহুত দিন ছবি অঁকা একেবাৰেই হোৱা নাই বুলি ষ্টুডিঅ'টো পৰিষ্কাৰ কৰি নতুন উদ্যমৰে ছবি আঁকিবলৈ ধৰিলো। হঠাতে এদিন মোৰ পুৰণি ফাইলবোৰ জাৰি জোঁকাৰি থাকোতে এখন অসমীয়া পুথিচিত্ৰৰ নিগেটিভত চকু পৰিল। ইটো সিটো চিন্তা কৰি থাকোতে এটা নতুন idea মনলৈ আহিল। কেইখনমান বাছকবনীয়া অসমীয়া পুথিচিত্ৰ কপি কৰি এটা ফলিও প্ৰকাশ কৰা সম্ভৱ কি? এই সময়ত ই. টি. ডি. লেমবাৰ্ট নামৰ এজন ইংৰাজ বিষয়াৰ লগত মোৰ পৰিচয় হয়। তেওঁ

হস্তশিল্পৰ সংগ্ৰাহক আছিল। লেমবাৰ্টে এই কামটো হাতত ল'বলৈ মোক খুব অনুপ্ৰাণিত কৰে। 'হস্তী বিদ্যাৰ্ণৱ' নামৰ সাঁচিপতীয়া পুথিখন তেতিয়া ড° সূৰ্যকুমাৰ ভূঞা ডাঙৰীয়াৰ হাতত আছিল। ভূঞা ডাঙৰীয়াৰ পৰিয়ালৰ লগত মোৰ ল'ৰাকালৰ পৰাই যোগাযোগ আছিল কাৰণে এই কামটোত কোনো বাধা নপৰিল। মাহীদেউ মানে ভূঞা ডাঙৰীয়াৰ পত্নীয়ে চাবিকোছা আনি পুথিখন উলিয়াই দিলে। দুপৰীয়ালৈকে কাম কৰি এখন ছবিৰ ড্ৰইং শেষ কৰি মই ভাত খাই আছি কামত বহা সময়ত ভূঞা আহি মোক ক'লে— 'তুমি আঁকা ছবিখন সুন্দৰ হৈছে কিন্তু তোমাৰ ছবিবোৰ কপি কৰাৰ উদ্দেশ্যটো কি?' মই সকলো কথা তেওঁক বুজাই কোৱাৰ পাছত ছবিবোৰ কপি কৰাত তেওঁৰ কোনো আপত্তি নাই বুলি ক'লে; কিন্তু লেমবাৰ্ট চাহাবক দি অৰিয়েণ্ট লংমেন্সৰ দ্বাৰা প্ৰকাশ কৰাৰ দায়িত্ব দিব নোখোজে। মোৰ কাম শেষ হ'লেই তেওঁলোকেই প্ৰকাশৰ ভাৰ ল'ব। ভালেখিনি কাম শেষ হোৱাত ভূঞা ডাঙৰীয়াই শ্বিলঙত মোক লগ ধৰিলে আৰু লেমবাৰ্টৰ লগত দেখা কৰি 'কিতাপখন আমিয়েই ছপাম' বুলি ক'লে। তেওঁলোকৰ মাজত মতানৈক্য হোৱাৰ ফলত কিতাপখন আৰু ছপা নহ'ল। লেমবাৰ্টে বিলাতৰ পৰা ঘুৰি আহি 'কলিকতা আৰ্ট ছ'চাইটি'ত অসমীয়া পুথিচিত্ৰৰ বিষয়ে এটা বক্তৃতা দিছিল। পুথিচিত্ৰৰ বিষয়ে লিখা মোৰ প্ৰবন্ধটোৰ ওপৰতেই নিৰ্ভৰ কৰি এই বক্তৃতাটো দিয়া হৈছিল। তেওঁলোকৰ ভিতৰত মতভেদ দেখা নিদিলে বহুত দিন আগেয়েই হস্তী বিদ্যাৰ্ণৱৰ ছবিবোৰ প্ৰকাশ হৈ ওলালেহেঁতেন।

এই বিষয়ে লেমবাৰ্টৰ চিঠিৰ কেইশাৰীমান কথা উৰ্ধত কৰিলো।

*Excerpts from Letters*

6, Pall Mall
London. S.W.
23.11.47

My Dear Misra,

... I should like to know how you are getting on with the paintings and what is the present position... I have always taken a keen interest in Assam and the people both of hills and plains and have always worked for their uplift and betterment.

14.12.47

Will you please send me by air mail one of the paintings together with a note on the size required. I should also like a note about the background colour and so on. Would you also ask Dr. Bhuyan to give you an historical note about the method of painting... It might he well worth while to let me know exactly how you think the reproduction should be done. Would you mention it sometime perhaps to one of the ministers. A forward perhaps from the premier might be of great use. I believe it is still Sjt. Bordoloi and that he is still Education Minister.

I am still un ertain about my own future but my heart is still in Assam as you know... I had not heard about the Assam Hills and Plains People's Week and I am delighted to hear they have been getteng together becau e therein lies, as I have always told you and others the happiness anc well being of India's North Eastern Frontier... Please do try and let me have as much detail as you can by air mail together with the things I have suggested. Let us put Assam art on the map. I have not seen any at the Indian Art Exhibition now taking place in London. Witt kindest regards

Yours Very Sincerely
E.T.D. Lambert., O.B.E.

Office of the High Commission
for the United Kingdom
1. Harrington Street, Calcutta

24th June 1948

My dear Misra,

I have been asked to lecture to the Calcutta Arts Society on July 5th... I thought that it might be interesting to give them a chat on Assamese Art in general and the illustrated books in particular. I have got for illustrative purposes the original painting which you did of Swargadeo Rudra Singha and the four other paintings that you gave me on my recent visit to Shillong ...I would like also if you would kindly send me that note that you have already written on Assamese Art and Paints. Would you please add to that short descriptions together with the names in full of the illustrated books If you can get any other short detail from Dr. Bhuyan please let me have it...

Yours Sincerely
E.T.D. Lambert, O.B.E.

British High Commission
Bangkok, Thailand

21-12- 49

My dear Misra,

Thank you very much for your letter, which took a very long time to get here from Shillong. I haven't hear anything from Longmans. I am however writing today to Orient Longmans asking them if they will let me know what has happened to those paintings. I have got the article properly revised and can send it along to you in due course. As soon as I hear from Orient Longmans I shall write and let you know .

Wishing you a happy New Year
Herald the Birth of the Indian Republic

Yours Sincerely
E.T.D. Lambert, O.B.E.

কিছুদিনৰ পাছত মিঃ লেমবাৰ্ট থাইলেণ্ডলৈ যোৱাত ময়ো Loves labour lost বুলি এই কামৰ সামৰণি মাৰিলো। কেইবছৰমান আগতে অসম প্ৰকাশন পৰিষদে সম্পূৰ্ণ পুথিখন প্ৰকাশ কৰাত মোৰ খুব ভাল লাগিছিল।

মই তেতিয়া পাবলিচিটি বিভাগৰ অলপ-অচৰপ কাম পাইছিলো। শিল্প সাধনাত মগ্ন হৈ থাকিবলৈ হ'লে হাতলৈ কিছু টকা অহা একান্ত প্ৰয়োজন। চৰকাৰে যি টকা দিয়ে তাৰে সংসাৰ নচলে। এখন তিনি ৰঙৰ প'ষ্টাৰৰ কাৰণে মাত্ৰ কুৰি টকা পাওঁ, সৰু-সুৰা কামৰ কাৰণে যি টকা দিয়ে সেই কথা নোকোৱাই ভাল। সাত পাঁচ গুণি মোৰ কামৰ কিছু চানেকি গোটাই লৈ কলিকতা অভিমুখে যাত্ৰা কৰিবলৈ স্থিৰ কৰিলো। এগৰাকী চিনা-জনা মানুহে নতুন দিল্লীলৈ এবাৰ গ'লে মোক সহায় কৰি দিব পাৰে বুলি ক'লে , কিন্তু এই দুয়ো ঠাইলৈ যোৱাৰ কাৰণে যি খৰচ হ'ব সেইখিনি টকা ক'ৰ পৰানো যোগাৰ কৰা যায়? মহা সমস্যাত পৰিলো। চৰকাৰী কামত নিযুক্ত নহ'লে বেঙ্কে টকা ধাৰ নিদিয়ে যেতিয়া 'আফগান বেঙ্ক' অৰ্থাৎ কাবুলিৰ পৰা টকা ধাৰ কৰিব লাগিব। কাবুলিৰ পৰা এশটা টকা ধাৰ কৰিলে দহ টকা সুদ কাটি মাত্ৰ নৱৈ টকাহে দিয়ে। যাওক দুশ টকা ধাৰ কৰিলো আৰু মাহে মাহে কুৰি টকা দিবলৈ মান্তি হ'লো।

এইবাৰ কলিকতালৈ যোৱাৰ অসুবিধা নাই। লগতে দিল্লীতো এপাক মাৰি Art ৰ বজাৰখন কেনেকুৱা চাই লোৱা উচিত বুলি যাত্ৰা কৰিলো। কলিকতাৰ প্ৰেছিডেন্সি লাইব্ৰেৰীৰ অনিলকুমাৰ ঘোষৰ কিতাপৰ বহুত ছবি মই আঁকিছিলো। তেওঁৰ লগত দেখা হোৱাত মোৰ কাম প্ৰশংসিত হৈছে বুলি বেছ কেইখনমান কিতাপৰ ছবি আঁকিবলৈ দিলে আৰু এডভান্স হিচাপে কিছু টকাও দিলে। হাতত আৰু কিছু টকা গোট খালে দেখি দিল্লীলৈ যাত্ৰা কৰিলো। দেশৰ মানুহ তাতে প্ৰচাৰ বিভাগত কাম কৰে যেতিয়া নিশ্চয় সহায় কৰিব বুলি ভাবিছিলো। মানুহজন খুব টেঙৰ আৰু স্বাৰ্থপৰ কাৰণে মই যে তেওঁক এদিন কিমান বিপদত সহায় কৰিছিলো সকলো পাহৰি মিঠা কথাৰে মন ভুলাই বিদায় দিলে। কলিকতাৰ গাড়ীত উঠি এই কথাটোকেই ভাবিছিলো— বিধাতাৰ হাতত মানুহে ডলাৰ বগৰীৰ দৰে জীৱন কটাব লাগে। কলিকতালৈ উভতি আহি সৌভাগ্যক্ৰমে মোৰ এজন বন্ধুৰ লগত দেখা হোৱাত তেওঁৰ বন্ধুসকলে আৰম্ভ কৰা এখন Publicity Firm-ত কাম কৰিবৰ কাৰণে মোক পৰিচয় কৰি দিলে। এই সংস্থাৰ ডিৰেক্টৰৰ লগত দেখা কৰি মোৰ কামৰ চানেকি দেখুৱালো। মোৰ কাম তেওঁৰ খুব পছন্দ হোৱাত মোক সেইদিনাই যোগদান কৰিবলৈ ক'লে। তেওঁলোক ব্যৱসায়ী মানুহ, হাতে কামে পৰিচয় নাপালে বিশ্বাস নকৰে। মোক ষ্টুডিঅ'লৈ মাতি নি আৰ্ট ডিৰেক্টৰৰ লগত পৰিচয় কৰি দি এখন জটিল Perspective drawing কৰিবলৈ দিলে। মই এই পৰীক্ষাত উত্তীৰ্ণ হ'লো। পাছদিনাখনৰ পৰা মোৰ ৰঙৰ ব্যৱহাৰ আকৰ্ষণীয় বুলি visual-ৰ কাম কৰিবলৈ দিলে। তাৰ উপৰি Lettering and Layout-ৰ কামো কিছু পৰিমাণে কৰিবলগীয়া হ'ল। প্ৰায় তিনিমাহ মই এই কামত ব্যস্ত আছিলো আৰু তেওঁলোকৰ প্ৰিয়পাত্ৰ হৈ উঠিছিলো কিন্তু দহটাৰ পৰা গোটেই

দিনটো লাইট, ফেন, চাবোন, তেল ইত্যাদি বস্তু জনপ্ৰিয় কৰি তোলাৰ কাৰণে এই শিল্পকৰ্ম মোৰ বাবে অসহনীয় হৈ উঠিল। অৱশেষত তেওঁলোক দুঃখিত হ'লেও মই এই কাম এৰি দি শ্বিলঙলৈ উভতি আহিলো। এই কামটো কৰি আৰ্থিক উন্নতি আৰু ভৱিষ্যত উজ্জ্বল হ'লেও মই এনেকৈ জীৱন কটাব নোৱাৰো। উচ্চ শিল্পৰ সাধনাহে মোৰ একমাত্ৰ হাবিয়াস।

শ্বিলঙলৈ উভতি আহি ছবি অঁকাত মন দিলো আৰু কিছুদিনৰ ভিতৰতেই বেছ কেইখনমান ছবি আঁকিলো। নিজৰ ষ্টুডিঅ'তে দুই-এজন ছাত্ৰ-ছাত্ৰীক ছবি অঁকা শিকাই আৰু দুই-এটা Commercial কাম কৰি সংসাৰ সুকলমেই চলিছিল। শিল্প সাধনাত কোনো ব্যাঘাত নঘটিছিল। শিল্প সাধনা অটুট ৰাখিবৰ কাৰণে ইটোৰ পাছত সিটো চাকৰি এৰি স্বাধীনভাৱে কাম কৰিব খুজিছিলো। কণা বিধিয়ে আকৌ বাধা দিলে। তেওঁ মোৰ স্বাধীনতা হৰণ কৰিবই তাত সন্দেহ নাই। প্ৰচাৰ বিভাগৰ শিল্পী হিচাপে মোক এটা চাকৰি দিবলৈ হেইলি নেৰানেপেৰাকৈ লাগি এটা পদ সৃষ্টি কৰিলে। তেওঁৰ এই পৰিকল্পনাত মই সাহায্য কৰিবই লাগিব বুলি মোক ক'লে। তেওঁ মোৰ ওপৰত ইমান নিৰ্ভৰশীল হৈ পৰিছে দেখি দৰখাস্ত দিবলৈ মান্তি হ'লো। অযাচিতভাৱে অহা নতুন কামত যোগদান কৰি প্ৰচাৰ বিভাগটো গঢ়ি তোলাত সাধ্যমতে সহায় কৰিলো। কিছুদিনৰ ভিতৰতেই Field Publicity-ৰ নানান কাম কৰি যথেষ্ট প্ৰশংসাও লাভ কৰিলো। সময়ে সময়ে বহুত অঘটনো ঘটে। এইবাৰ মিলিটাৰী বিভাগ আকৌ সাহাৰ্য্যপ্ৰাৰ্থী হৈ মোৰ ওচৰ পালেহি দেখি মই আচৰিত হ'লো। মই কাম এৰি অহাৰ পাছত তেওঁলোকে মোৰ ঠাইত দুজন শিল্পীক নিযুক্ত কৰিও বিফল হ'ল। নতুন ডিৰেক্টৰ কৰ্ণেল প্লাংকেটে কেপ্টেন বাৎসায়নক পঠিয়াই বেছ কিছু নতুন idea-ৰ ছবি আঁকি দিবৰ কাৰণে অনুৰোধ কৰিলে। বাৎসায়নৰ লগত মোৰ এটা সম্পৰ্ক গঢ়ি উঠিছিল বুলিয়েই তেওঁৰ অনুৰোধ ৰক্ষা কৰি কামখিনি কৰি দিলো। অলপ গৰ্বও অনুভৱ কৰা মোৰ কাৰণে স্বাভাৱিক— 'At last they have to come back to you' বুলি হেইলিয়েও ক'লে।

মই যদি কথাশিল্পী হ'লোহেঁতেন দ্বিতীয় মহাসমৰৰ কালছোৱাত লাভ কৰা অভিজ্ঞতাই আৰু এই সৰু চহৰখনিৰ শান্ত নীৰব পৰিবেশৰ আমূল পৰিবৰ্তনে বেছ এটি গল্প লিখিবৰ কাৰণে সমল যোগালেহেঁতেন। সেইসময়ত বহুত চালাক-চতুৰ ডেকা আৰু ব্যৱসায়ী মানুহৰ কাৰণে শ্বিলং এখন আকৰ্ষণীয় ঠাই হৈ উঠিছিল। মিলিটাৰী কামৰ ঠিকাদাৰ আৰু ক'লা বজাৰৰ মালিকহঁতে কতনো কি উপভোগৰ কাৰণে পাহাৰ বগাই ইয়াত দুই-এটা ৰাতি কটাই গৈছিল। যুদ্ধৰ বজাৰ আৰু কেইবছৰমান টিকি থাকিলে তেওঁলোকে হয়তো এই প্ৰমীলা ৰাজ্যখন কেঁচা টকাৰ বলেৰে ভৈয়ামলৈকে নমাই নিলেহেঁতেন, কিন্তু কি পোৰা কপাল যুদ্ধখন হঠাতে শেষ হৈ গ'ল। বিধাতাই নতুন ধনীৰ বিলাস সামগ্ৰী লাভৰ প্ৰাৰ্থনা নুশুনিলে। সেইবোৰ যিয়েই নহওঁক বেছ কিছু পুৰণি চতুৰ ব্যৱসায়ীৰ বাহিৰে আনবোৰ নতুন ধনীয়ে নিজকে চম্ভালিব নোৱাৰাত

কেনেকৈনো হাতত কেঁচা টকা উদং হৈ গ'ল তাৰ ভু নাপালে। এদিনাখন এজন স্কুলৰ সহপাঠীৰ লগত দেখা হোৱাত সুখৰ দুখৰ কথা নুসুধি এনেকৈয়েই সম্বোধন কৰিছিল— Hello! It seems you must have made tons of money ? বহুতেই আকৌ বৃটিছ, এমেৰিকান বা কেনাডিয়ান সৈন্যবাহিনীৰ মানুহৰ লগত ঘূৰি-পকি মাতৃভাষাকো যেন পাহৰি গৈছিল। মই তেনেধৰণৰ বিষয়ী বা ব্যৱসায়ী মানুহ নহওঁ যেতিয়া মোৰ জীৱনৰ উদ্দেশ্য বখানি তেওঁলোকক কষ্ট দিয়াতকৈ কৰুণাৰ চকুৰে চোৱাই ভাল বুলি ধৰি লৈছিলো। যুদ্ধৰ সময়ৰ আৰু এটি কথা আজি মনত পৰিছে। এদিনাখন দুপৰীয়া এটা বিশেষ কামত ঘূৰি-পকি একাপ চাহৰ কাৰণে এটা ৰেষ্টুৰেণ্টত সোমাইছিলো। এনেতে ওচৰৰ কুঠৰিটোৰ 'চুইং হাফড'ৰখনৰ তলেদি তিনিজন মানুহৰ মাত্ৰ ভৰিবোৰ দেখা পাইছিলো, তাৰে দুজন ফিট-ফাট ডেকা আৰু আনজন অতি সাধাৰণ মানুহ বুলি অনুমান কৰিছিলো। তেওঁলোকৰ কথোপকথন স্পষ্টভাৱেই কাণত পৰিছিল— তুমিনো কি মানুহহে— কথা দিও, দুটা দীঘল দীঘল চাই বিলাতী বটল আৰু আনুষঙ্গিক ব্যৱস্থা এতিয়ালৈকে কৰিব নোৱাৰিলা। চাহাবক 'প্লিজ' কৰিব নোৱাৰিলে এই ডাঙৰ কনট্ৰেক্টটো হাতৰ পৰা পিছলি যাব।

তাইৰ খবৰ কি? তাইক উলিয়াই আনিব নোৱাৰিলা? হ'পলেচ। গাঁৱলীয়া ধৰণৰ মানুহজনে ক'লে— 'তিনিদিন ধৰি তিনি প্ৰসঙ্গত তাহাঁতৰ লগতেই কটালো, নপঠিয়ালেনো কি হ'ব, কৈছো নহয়— তাইৰ মাকজনী জয়াল তিৰোতা, তোমাৰ তৰুবালাক দুৱাৰ-ডলিৰ বাজ কৰি অনা মোৰ অসাধ্য। মোক দূষিলেনো কি হ'ব? দুই এদিন আৰু সময় দিয়া, ইস্কাপনৰ টেক্কাটো এৰা নাই, শেষলৈহে থৈছো বুলিহে...। হ'ব হ'ব চব হ'ব নিশ্চিন্ত হৈ থাকা। এতিয়ানো মোক কি খুৱাবা— এটা এহতীয়া বটলকে খোলা...। চাহাবক 'প্লিজ' কৰিবলৈ...।' বাকীখিনি আৰু ধৈৰ্য ধৰি নুশুনি ৰেষ্টুৰেণ্টৰ পৰা ওলাই আহিলো।

এই কথাখিনিৰ তাৎপৰ্য কিমান তাক বিচাৰ কৰি নাচালেও কুৰি শতিকাৰ মাজভাগত মানৱ সভ্যতাৰ যি অকল্পিত পৰিণতি ঘটিছিল তাৰ এখন নিখুঁত চিত্ৰ মোৰ চকুৰ আগত দাঙি ধৰিছিল। ৰণক্লান্ত চিপাহীবোৰে মানুহৰ হীন আৰু জঘন্য প্ৰবৃত্তিক যিভাৱে প্ৰকাশ কৰিছিল সেইকথা ভাবিলে প্ৰাণত ঘৃণাৰ সঞ্চাৰ হয়। সেনাবোৰৰ কাৰ্যকলাপে লজ্জাৰ আৱৰণ আঁতৰাই দিছিল। তেতিয়া ভাৰত মিত্ৰশক্তিৰ পূব পথৰ অভিযানৰ এটা বিৰাট শিবিৰ হৈ উঠিছিল। এই শিবিৰবোৰেনো ভাৰতবাসীক কি দান কৰি গ'ল? লাতৃত-লাঞ্চনত ক'লা বজাৰ— কেনেকৈনো জীৱনৰ দৈনন্দিন প্ৰয়োজনীয় সামগ্ৰী লুকাই থৈ অস্বাভাৱিক অনাটন সৃষ্টি কৰি দেশবাসীক লুটি শুহি নিজকে চহকী কৰি তোলা যায়। তাৰ ফলতেই দুৰ্ভিক্ষ, মহামাৰী আৰু কতনো কি বিপৰ্যয় দেখা দিলে।

দ্বিতীয় মহাসমৰৰ কালছোৱাত ভাৰতৰ ৰাজনৈতিক আৰু সামাজিক পৰিস্থিতি তাৎপৰ্যপূৰ্ণ। সাম্ৰাজ্যবাদী বৃটিছ চৰকাৰে ভাৰতবাসীক যুদ্ধত লিপ্ত কৰিবলৈকে অকলন চেষ্টা নকৰে ভাৰতবাসীৰ স্বাধীনতাৰ বহুদিনৰ প্ৰচেষ্টাক মানি ল'বলৈ অমান্তি হয়।

উনৈছ শ বিয়াল্লিশৰ ন আগষ্টৰ দিনটো স্মৰণীয় হৈ ৰৈছে। ভাৰতৰ জাতীয় কংগ্ৰেছৰ বোম্বাই-অধিবেশনত 'কুইট ইণ্ডিয়া' বা ভাৰত ত্যাগৰ এটা প্ৰস্তাৱ গ্ৰহণ কৰা হয়। এই প্ৰস্তাৱে শাসকসকলক তেলে-পানীয়ে জ্বলাই তুলিলে। একে উচাপে মহাত্মা গান্ধী আৰু আন আন নেতাসকলক ভাৰত ৰক্ষা আইনৰ ফাকত পেলাই বিনা বিচাৰে আটক কৰি ৰাখিলে। দেশ জুৰি বিদ্ৰোহৰ অগ্নি জ্বলি উঠিল। ৪২ চনৰ আন্দোলন ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ বুৰঞ্জীত স্মৰণীয় হৈ ৰৈছে। সেই কালছোৱাত সুভাষচন্দ্ৰ বসু শাসক গোষ্ঠীৰ চকুত ধূলি দি অন্তৰ্ধান হৈ মৰু-পৰ্বত অতিক্ৰম কৰি জাৰ্মানীত পদক্ষেপ কৰে। মাতৃভূমিক বিদেশী শাসনৰ শৃঙ্খলৰ পৰা মুক্ত কৰিবৰ কাৰণে হিটলাৰৰ পৰা কোনো বিশেষ সাহায্য নাপাই জাপান অভিমুখে যাত্ৰা কৰি শই শই ভাৰতীয় যুদ্ধবন্দীক একগোট কৰি তেওঁৰ স্বাধীন ভাৰতৰ সপোনক দিঠকত পৰিণত কৰিবলৈ উঠি-পৰি লাগে। দেখোতে দেখোতেই তেওঁ গঢ়ি তুলিলে 'আজাদ হিন্দ ফৌজ'। হাজাৰ হাজাৰ মুক্তিকামী ভাৰতীয় সৈন্য বিজুলি বেগেৰে আহি ভাৰতৰ পূৰ্ব-সীমান্ত মুক্তি সংগ্ৰামৰ ৰণথলি কৰি তুলিলে। মিত্ৰশক্তিসমূহে যি দ্বিতীয় ৰণাঙ্গন সৃষ্টি কৰিলে তাৰ হেঁচা সহিব নোৱাৰি আজাদ হিন্দ আৰু জাপানী সৈন্যবাহিনী মণিপুৰ পৰ্যন্ত বিজয় পতাকা উৰুৱাইয়ো অৱশেষত হাৰ মানিলে। বিয়াল্লিশৰ আন্দোলনৰ জোৱাৰো স্তিমিত হৈ আহিল। নেতাজী ক'লৈ গ'ল, ক'ত হেৰাল আজিও ৰহস্যাবৃত হৈ ৰৈছে।

এই সময়ত ভাৰতত এটা গণনাট্য গোষ্ঠী আৰম্ভ হয়। এই IPTA বা গণনাট্য আন্দোলন চীনদেশৰ নানা ধৰণৰ অভিনয় সংস্থাৰ দ্বাৰা অনুপ্ৰাণিত জাপানী সাম্ৰাজ্যবাদ বিৰোধী চীনা জনগণে প্ৰথমতে এনেকুৱা এটি আন্দোলন গঢ়ি তুলিছিল। এই নাট্য আন্দোলনে ভাৰতৰ নাট্যজগতক এটা নতুন ৰূপ দান কৰিছিল। শ্বিলঙতো তাৰে এটা শাখা সৃষ্টি হৈছিল। সেইসময়ৰ কমিউনিষ্ট পাৰ্টিৰ সচিব বেণুবিনোদ চৌধুৰী, বিজন ৰায় আৰু সুবৰ্ণলতা দাসৰ প্ৰচেষ্টাত এই নাট্য অনুষ্ঠান প্ৰথম আৰম্ভ হয়। সঙ্গীত শিল্পী প্ৰফুল্ল বৰুৱা ডাঙৰীয়াই যোগদান কৰিছিল। সুৰমা উপত্যকাতো এনে এটা শাখা গঢ়া হৈছিল। শ্বিলং গণনাট্য শাখাই বিস্মৃতিৰ গৰ্ভৰ পৰা খাছী বীৰ তিৰ'ত চিঙক দাঙি ধৰি জনপ্ৰিয়তা লাভ কৰে। চাওঁতে চাওঁতেই এই গণনাট্য সংস্থা সদৌ অসমত ভালদৰেই আৰম্ভ হয়। শিলচৰ চহৰত এই আন্দোলনৰ প্ৰাদেশিক সন্মিলন অনুষ্ঠিত হয়। এই অধিবেশনৰ সভাপতি আছিল ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা আৰু সহ- সভাপতি অধ্যাপক নলিনীকুমাৰ মিশ্ৰ। কাৰ্যকৰী সমিতিৰ সাধাৰণ সচিব আছিল হেমাঙ্গ বিশ্বাস।

এই কালছোৱাতেই কলিকতাত সদৌ ভাৰত শান্তি-সংস্কৃতি সন্মিলন অনুষ্ঠিত হৈছিল। এই অনুষ্ঠানলৈ বিহগী কবি ৰঘুনাথ চৌধাৰী, গল্পকাৰ চৈয়দ আব্দুল মালিক আৰু মোকো আমন্ত্ৰণ কৰিছিল। এই অনুষ্ঠানৰ লগতে আয়োজিত শিল্প প্ৰদৰ্শনীত ভাৰতৰ অন্যান্য ৰাজ্যৰ শিল্পীৰ ছবিৰ লগত মোৰ ছবিও প্ৰদৰ্শিত হৈছিল। এই সভাত সমাগম হোৱা শ্ৰোতাৰ সংখ্যা দেখি চৌধাৰী ডাঙৰীয়া আচৰিত হৈ কৈছিল— এতো এখন জনসমুদ্ৰৰ মাজত থিয় দি দুষাৰ কথা কোৱা মোৰ কল্পনাতীত আছিল।

মহাসমৰ শেষ হোৱাৰ পাছত দেশৰ নগৰ-চহৰ, গাঁও-ভূঁই, হাবি-বন জুৰি পতা সৈন্যবাহিনীৰ শিবিৰ, এয়াৰ ফিল্ড, প্ৰকাণ্ড প্ৰকাণ্ড বম্বাৰ ফাইটাৰ প্লেন সকলোবোৰ আঁতৰাই নিয়া হ'ল। টেঙ্ক, এণ্টি এয়াৰক্ৰেফ্ট গান, আৰু নানান অস্ত্ৰ-শস্ত্ৰ গাড়ী বোজাই হৈ ক'লৈ পঠিওৱা হ'ল নাজানো। হাজাৰ হাজাৰ বিদেশী সৈন্যদল যানবাহনত উঠি- A long long way বুলি গানৰ সুৰ তুলি ঘৰমুৱা হ'ল। সীমান্তত কত কবৰৰ ফলিত লিখা হ'ল নিহত সৈনিকৰ নাম, জন্মভূমি আৰু বয়স।

এদিন ৰাতিপুৱা মিলিটাৰী বিভাগৰ পৰা এটা ডাঙৰ পেকেট প্ৰচাৰ বিভাগলৈ পঠিওৱা হয়। পেকেটটো খুলি চাই দেখিলো এইটো এটা জাপানী সৈনিকৰ পোছাক— এটা জেকেট আৰু ট্ৰাওজাৰ। এটা জেপত এটি নোটবুক পাই দেখিলো যে তাৰ ভিতৰত এখন অৰ্ধসমাপ্ত চিঠি আৰু এজনী গাভৰু ছোৱালীৰ ফ'টোগ্ৰাফ। বুজিবলৈ বাকী নাথাকিল যে এইখন তেওঁৰ 'ফিয়াচি'ৰ ফ'টোগ্ৰাফ আৰু তেওঁ হ'ল যুদ্ধত নিহত এজন জাপানী সৈনিক। ৰাতিপুৱাৰ ৰ'দ-কাঁচলিত পৰি থকা এই বস্তুখিনিয়ে মোৰ মন বিষণ্ণ কৰি তুলিছিল। ভাবিছিলো ক'ত জাপান, ক'ত অসম। এই ডেকাজন কি জাপানৰ কোনো এটা বিদ্যালয়ৰ পাঠৰত ছাত্ৰ আছিল নে জীৱিকাৰ কাৰণে বা Conscription-ৰ বাবে সৈন্যবাহিনীত যোগদান কৰিছিল? যুদ্ধ শেষ হৈ গ'ল লগতে কত আশা-আকাংক্ষা লৈ এটা বন্দুকৰ গুলিত তেওঁৰ জীৱন বন্তিও নুমাই গ'ল। বহি বহি আকৌ ভাবিছিলো— যুদ্ধ এজাক প্ৰচণ্ড ধুমুহাৰ দৰে ক'লৈ উৰি গ'ল, এতিয়া শান্তি বিৰাজ কৰিছে; কিন্তু কোনে কাৰ কাৰণে প্ৰাণদান কৰি গ'ল এই সকলোবোৰ কথা দুদিনতে মচ খাই যাব। অৰণ্যে মানৱ জীৱন যদি এটাই হয় তেনেহ'লে নামটো বিলীন হৈ যোৱা বা সোণালী আখৰেৰে লিখাটোও নিৰৰ্থক যেন লাগে। এই একেটা কথাই মোৰ মনত এটা গভীৰ দাগ কাটি থৈছে। এবাৰ মণিপুৰৰ কাষৰ এটা সমাধি ক্ষেত্ৰত থিয় দি শাৰী শাৰী কবৰ আৰু তাৰ ওপৰত মেটেল প্লেটত এনগ্ৰেভ কৰি থোৱা নামবোৰে মোক বিচলিত কৰিছিল। তেওঁলোকৰ বয়স কুৰিৰ পৰা ত্ৰিশৰ বেছি নহয়; কোনোজন ছাত্ৰ বা কোনোজনে হয়তো জীৱিকা নিৰ্বাহৰ কাৰণে সৈন্যবাহিনীত যোগদান কৰিছিল। কোনে ক'ৰ পৰা আহি আজি অনন্ত নিদ্ৰাত পৰি ৰৈছে। সাম্ৰাজ্যবাদীৰ লোভে মানৱতাৰ কথা সম্পূৰ্ণভাৱে মচি দিয়ে যদিও এই বিষয়ে চিন্তা কৰা মানুহৰ সংখ্যা কম হ'লেও নাই বুলি ক'ব নোৱাৰি।

যুদ্ধ আৰু শান্তিৰ মাজত ঘটা আন এটি ঘটনাই মোক আকৰ্ষণ কৰিছিল। এবাৰ চেণ্ট এড্‌মাণ্ড্‌চ্ কলেজৰ কম্‌পাউণ্ডত এটা সৰু তম্বু পতা দেখি তাত থকা এজন কৃষ্ণবৰ্ণ এমেৰিকান সৈন্যৰ লগত কথাপাতি এটা বিশেষ অভিজ্ঞতা হৈছিল। তেওঁ মোক কোৱা কথাষাৰ মনত পৰিছে— Our President is Crazy— সেইকাৰণে আমাক ইয়ালৈ পঠিওৱা হৈছে। হাবি-বন কটা আৰু মাটিকটা কোৰ লৈ আমি যাব, ভালুক, অজগৰ ইত্যাদি হিংস্ৰ জন্তুৰে পৰিপূৰ্ণ আটব্য অৰণ্যত কি বিচাৰিছে সেই কথা শুনিলে তুমি নিশ্চয় অবাক হ'বা। এগৰাকী মহিলাই যোলে চৰকাৰলৈ লিখিছিল যে

যেতেঁৰ একমাত্র সন্তান ইষ্টাৰ্ণ ফ্ৰন্টত নিহত হৈছিল— তেওঁৰ অস্থি মোক আনি দিয়া, মই তাক নতুনকৈ জন্মভূমিত সমাধি দিব খুজিছো। এজনী গাভৰু ঘৰুৱালীয়ে বোলে লিখিছে 'আমাৰ বিয়াৰ সময়ত মই মোৰ স্বামীক এটা আঙঠি দিছিলো, মৃত্যুৰ সময়ত সেইটো তেওঁৰ আঙুলিত আছিল, স্মৃতিচিহ্ন হিচাপে মই সেইটো ৰাখিব খোজো। এনে ধৰণৰ বহুত কথাৰ সমাধা কৰিবৰ কাৰণে আমি যি অপৰিসীম কষ্ট কৰিবলগীয়া হৈছে তুমি নিশ্চয় উপলব্ধি কৰিব পাৰিছা।' তেওঁৰ এই কথাখিনি শুনি মনটো কেনেবা কেনেবা লাগিছিল। এই পৃথিৱীত কোনে কাৰ কাৰণে আত্মদান কৰে আৰু কোনে জীৱন বিপন্ন কৰি সুদূৰৰ পাহাৰ-পৰ্বত আৰু মহাৰণ্যত ঘূৰিব লাগে? এই জটিল প্ৰশ্নৰ সুস্পষ্ট উত্তৰ কোনেও কি দিব পাৰিছে?

যুদ্ধ শেষ হৈ গ'ল তাৰ নিচাৰ ঘোৰ লাহে ল্যাহে কাটি আহিবলৈ ধৰিলে। যিকোনো কামতেই এটা সোলোক-ঢোলোক ভাব দেখা দিলে। সমাজ জীৱন আকৌ মন্থৰ গতিত চলিবলৈ ধৰিলে। মিঃ হেইলিয়ে নতুন এটা পৰিকল্পনা কৰি গাওঁ-ভূঁইৰ উন্নতি সাধনৰ কাৰণে মনোযোগ দিলে। চৰকাৰে কিন্তু তেওঁৰ পৰিকল্পনাত উৎসাহ দান নকৰিলে। Field Publicity বিভাগটো তুলি দিবলৈ স্থিৰ কৰিলে। চাৰ চাদুল্লা চাহাবে যুদ্ধ শেষ হৈ গ'ল যেতিয়া প্ৰচাৰ বিভাগ বিশেষকৈ তাৰ Creative Section টো অৰ্থাৎ শিল্পীৰো কোনো প্ৰয়োজন নাই বুলি ক'লে। প্ৰচাৰ বিভাগৰ গাৰ-ছাল-মঙহ আঁতৰাই দি জকাটোহে ৰাখিলে। এই পৰিস্থিতিত মই আকৌ বেকাৰ হৈ পৰিলো যদিও চিন্তা নাই 'ফ্ৰি লাঞ্চ' কাম কৰি আকৌ দুবেলাৰ দুসাজ যোগাৰ কৰা সম্ভৱ হ'ব। কমাৰ্চিয়েল আৰ্টৰ ছাত্র হিচাপে মই নানা দেশৰ প্ৰচাৰ কাৰ্য আৰু প্ৰোপ'গেণ্ডাৰ বিষয়ে যথেষ্ট জ্ঞান আৰ্জন কৰিছিলো। দৰাচলতে ক'বলৈ হ'লে সেই যুগত অসমত বহুত নাশুনা-নাজনা কথা সঘনেই ঘটিছিল কিন্তু মুখ্যমন্ত্ৰী চাহাবৰ মুখৰ এই কথাষাৰে মোক অলপ বিচলিত কৰিছিল। কলিকতাৰ প্ৰকাশকৰ পৰা মই বেছ কিছু কিতাপৰ প্ৰচ্ছদ আৰু অলংকৰণৰ কাম পাইছিলো আৰু তাৰ টকাৰেই সংসাৰ একৰকম চলি গৈছিল। মোৰ কামৰ কোৱালিটিয়ে বহুত প্ৰকাশকক আকৰ্ষণ কৰাত মই শিলঙতে বহি প্ৰায় ক্ষণমান টকা মাহে অৰ্জন কৰিছিলো আৰু শিল্প সাধনাতো কোনো ব্যাঘাত নঘটিছিল। এক্ষেত্রে এখন Advertising Firm-ৰ পৰা এখন চিঠি পাই কলিকতা বুলি যাত্ৰা কৰিলো। ইয়াৰ আগেয়ে এবাৰ কেইমাহমান কাম কৰিছিলো যেতিয়া ডিৰেক্টৰে মোক কামত যোগদান কৰিবলৈ ক'লে। কলিকতা তেতিয়াও স্বাভাৱিক অৱস্থালৈ ঘূৰি অহা নাছিল। ঠাই-ঠাইত দুই-এটা হত্যাকাণ্ড হৈ থকাত মানুহে দাঙ্গাৰ কথা পাহৰি যোৱা নাছিল। কমাৰ্চিয়েল আৰ্টৰ চাকৰিত এবাৰ সোমালে এদিন আৰ্ট ডিৰেক্টৰৰ স্থান অধিকাৰ কৰি সফল হৈ পৰিব পাৰি বুলি ফাৰ্মৰ ডিৰেক্টৰে বুজোৱা সত্ত্বেও মই কামটো ল'বলৈ মান্তি নহ'লো, কিয়নো তেল-চাবোন ইত্যাদি প্ৰসাধন দ্ৰব্যৰ বজাৰ কি উপায়ে বঢ়াব পাৰি সেই চিন্তা কৰি পুষ্টাৰ, লে-আউট আঁকি বহুমূলীয়া সময় নষ্ট কৰাটো মোৰ কাৰণে নতুন নহয়। কামত নোসোমোৱা কাৰণে ডিৰেক্টৰে দুখ প্ৰকাশ কৰি মোক কৈছিল— O

course you are the best judge to accept or reject the offer. কামটো নলওঁ বুলি জনাইলে আহি আকৌ শিল্প সাধনাত মন পুতিলো।

কিছুদিনৰ পাছত এবাৰ স্কেচ্ কৰিবলৈ গৈ বৰষুণত তিতি ৰ'দত শুকাই কান্ধত লেপচেকটো লৈ চেক্ৰেটেৰিয়েট পাহাৰেদি ঘৰলৈ বাট লৈছিলো, এনে সময়ত এটা চাপৰাচি আহি হেইলি চাহাবে চালাম জনাইছে বুলি কোৱাত তেওঁক লগ ধৰি জানিব পাৰিলো যে 'কলেজ ডেভেলাপমেণ্ট' বিভাগত শিল্পী এজনৰ দৰকাৰ। অৱশ্যে তাৰ কাৰণে পাবলিক ছাৰ্ভিচ কমিছনৰ মজিয়াত বহি ইণ্টাৰভিউ দিব লাগিব। এই কামটোৰ কাৰণে প্ৰায় পোন্ধৰজনমান শিল্পীক ইণ্টাৰভিউ দিবলৈ মতা হৈছিল। এটা হাতে-কলমে পৰীক্ষাও দি প্ৰথম নমিনেচন পাই কামত যোগ দিলো। দুৰ্যোগ মোৰ চিৰ লগৰীয়া যেতিয়া মাত্ৰ এবছৰৰ ভিতৰতে চৰকাৰে এই বিভাগটো তুলি দিলে।

এইবাৰ চৰকাৰে শিল্পীৰ দিন উকলি গ'ল বুলি তাৰ ঠাইত এগৰাকী art expert আনিলে। ক'ৰবাৰ পৰা এগৰাকী শ্বেতকায় মহিলা আহি ওলালহি। তেওঁক পাবলিক ছাৰ্ভিচ কমিছনে অনুমোদন নকৰিলেও কোনো উচ্চস্থানৰ পৰা অনুমোদন কৰাত নিযুক্ত কৰা হ'ল। তেওঁ এই বিষয়ে অনভিজ্ঞ হ'লেও ক'বলৈ নাই। বৰ গছত নাও বান্ধিছে যেতিয়া ঢল আহিলেও উটাই নিব নোৱাৰে। দুশ বছৰ ধৰি আমি বিদেশী শাসনৰ তলত দিন কটাই শ্বেতকায়ৰ প্ৰতি দুৰ্বলতাৰ পৰিচয় দিয়াটো অস্বাভাৱিক নহয়।

কিছুদিনৰ পাছত পাবলিক ছাৰ্ভিচ কমিছনে আৰু এজন শিল্পীৰ প্ৰয়োজন বুলি জাননী দিলে, অৰ্থাৎ আকৌ এটা নতুন পদ সৃষ্টি কৰি ইণ্টাৰভিউ লোৱা স্থিৰ কৰিলে। ভৱিষ্যতত কোনো কাম খালি হ'লে চৰকাৰে মোক প্ৰথম সুযোগ দিব বুলি জনাইছিল। চৰকাৰী চাকৰিৰ প্ৰতি মোৰ স্পৃহা নাথাকিলেও এই ভেকোভাৱনাত উপস্থিত হৈ ৰং চাওঁ বুলি এখন দৰখাস্ত দিলো। যথা সময়ত উপস্থিত হৈ অভিনেতাসকলক দেখি অবাক হৈছিলো। এজন উইভিং স্কুলৰ ছেইলচ্‌মেন আৰু কেইজনমান শিল্পৰ বিষয়ে অ, আ, ক, খ নজনা ব্যক্তিক দেখি হাঁহিমনে কান্দিম ক'ব নোৱাৰিছিলো। যিয়েই হওক তেওঁলোকে এজন প্ৰিয়জনক কামটো দিবৰ কাৰণে আগেয়েই ঠিক কৰি ৰাখিছিলে কাৰণে মোক যিবোৰ প্ৰশ্ন কৰিছিল তাক বখানি লাভ নাই। মোৰ শিল্পী হিচাপে reputation, চাৰ্টিফিকেট বা ছাৰ্ভিচ ৰেকৰ্ড চোৱাটো নিষ্প্ৰয়োজন বুলি ভাবি নমিনেচন লিষ্টত নামটোও নাৰাখিলে। মই শিল্পী হিচাপে কলিকতাৰ শিল্পজগতত যথেষ্টভাৱে প্ৰতিষ্ঠিত হ'লেও কি হ'ব। পাবলিক ছাৰ্ভিচ কমিছনৰ চেয়াৰমেনলৈ এখন চিঠি দিছিলো। তাৰে এটি লাইন মনত পৰিছে— Leonardo Da Vinci was the greatest genius in the history of mankind yet he was aware of his limitations— কিন্তু আপোনাৰ কমিছনৰ সভ্যসকলে তেওঁলোকৰ জ্ঞান সীমিত বুলি ভাবিবই নোৱাৰিছিল। এই চিঠিখন লিখাৰ সময়ত মোৰ এজন বন্ধুৱে কোৱা কথাষাৰো মনত পৰিছে— আপুনি দেখিছো আখৰ নিচিনা মানুহক এখন ডকুমেণ্ট পঢ়িবলৈ দিব খুজিছে। মিছাতে আপোনাৰ সময় অপব্যয় কৰিলে। মোৰ এই চিঠিখন পাই অৱশ্যে পাবলিক ছাৰ্ভিচ কমিছনৰ চেয়াৰমেনে আৰু

সত্যাপকলেই নহয় গবৰ্ণমেণ্টৰ দুই-এজন বিষয়াও মোৰ ওপৰত ক্ৰুদ্ধ হৈ উঠিছিল বুলি জানিব পাৰিছিলো। এনেকুৱা এটা স্বতন্ত্ৰ সংস্থাৰ এনেধৰণৰ কাৰ্যকলাপ এজন শিল্পীয়ে মানি লোৱাটো সম্ভৱ নহয় বুলিয়েই চৰকাৰী চাকৰিৰ প্ৰতি মোহ বিসৰ্জন দিলো। জীৱনৰ বাকী কালছোৱা স্বাধীনভাৱেই কটাম বুলি স্থিৰ কৰিলো।

সুভো ঠাকুৰে অসমত তেওঁৰ শিল্পকৰ্মৰ প্ৰদৰ্শনী অনুষ্ঠিত কৰা সময়ত এই কথাষাৰ কৈছিল— 'আপোনালোকৰ শিল্পৰ প্ৰতি খুব অনুৰাগ দেখিছো কিন্তু আপোনালোকৰ এগৰাকী স্বনামধন্য শিল্পীক এতিয়ালৈকে কোনো পৃষ্ঠপোষকতা কৰা নাই কিয়? তেওঁক যদি কোনো এটা দায়িত্ব আৰোপ কৰি দিয়াহেঁতেন অসমৰ শিল্প ক্ষেত্ৰৰ বহুত উন্নতি সাধন কৰিব পাৰিলেহেঁতেন। অসমৰ পৰা দুই-চাৰিজন ল'ৰাই কলিকতাত শিল্প-শিক্ষা গ্ৰহণ কৰি গৈছে, কিন্তু হেমন্ত মিশ্ৰৰ কথা লৈ আমি অবাক হওঁ, কিয়নো শিল্প শিক্ষাদানৰ কাৰণে কোনো লেখত ল'বলগীয়া আৰ্ট স্কুল অসমত নাই। তেওঁ এনেকুৱা এখন ঠাইতে বহি ডাকযোগে শিল্প সাধনা কৰি কলিকতাৰ আধুনিক শিল্প জগতত সুখ্যাতি অৰ্জন কৰিছে।

তেওঁৰ বিষয়ে যদিও বহুত লিখা হৈছে এই বিষয়টো লৈ মোৰ কিছুকথা লিখিবৰ মন আছে। মই লণ্ডনৰ ষ্টুডিঅ' আলোচনীৰ লগত যোগাযোগ কৰিছো যাতে কলিকতাৰ পৰা এখন ইংৰাজী শিল্প আলোচনী প্ৰকাশ কৰা যায়। যদি সফল হওঁ তেনেহ'লে এনেকুৱা ধৰণৰ শিল্পীৰ কথা প্ৰচাৰ কৰিব পাৰি। এই কথাখিনি সুভো ঠাকুৰে অসমৰ পৰা উভতি আহি মোক কৈছিল।

হেণ্ডিক্ৰেফ্‌ট ব'ৰ্ডৰ নীলিমা বৰুৱা যেতিয়া অসমত কাম কৰে তেওঁৰ সহকাৰী হিচাপে মোক ল'বলৈ চৰকাৰক অনুৰোধ কৰিছিল, কিন্তু তেওঁলোকে তেওঁৰ এই কথাটো আওকাণ কৰা কাৰণে খুব দুখ পাইছো বুলি মোক কৈছিল। শিল্পী প্ৰভাস সেন পশ্চিম বঙ্গৰ হেণ্ডিক্ৰেফ্‌ট ব'ৰ্ডৰ চেক্ৰেটেৰী থকা কালত অসমলৈ আহি এই একে কথাটোকেই কৈছিল— 'হেমন্ত মিশ্ৰৰ নিচিনা আপোনালোকৰ এজন শিল্পীক কোনো কামত লগাব নোৱৰাটো মই দুখৰ বিষয় বুলিয়েই ভাবো।' এইবোৰ কথা 'অৰণ্যত ৰোদন' বুলি কোৱা যায়। মোৰ সাগৰমুখী অভিযানৰ পথ কেতিয়াবা সুচল আৰু কেতিয়াবা কণ্টকাকীৰ্ণ আছিল বুলিয়েই এই কথাখিনি নিলিখি নোৱাৰিলো। মোৰ শিল্পীজীৱনৰ সংগ্ৰামৰ কাহিনীটো লিখি কাৰো মনত দুখ দিব খোজা নাই। মোৰ দেশৰ মানুহৰ পৰা মই যে একো পোৱা নাই এনে নহয়। মোৰ বিশ্বাস মোৰ ন্যায্য প্ৰাপ্যতকৈয়ো মোক বহুত বেছিহে দিছে। চল্লিশ দশকৰ পৰা যি অমূল্য বস্তুটো মই লাভ কৰিছিলো সেইটো মানুহৰ প্ৰাণভৰা মৰম-চেনেহ আৰু ভক্তি-শ্ৰদ্ধা মিহলি এডোখৰ ঠাই। আজিও মনত পৰে চল্লিশৰ পৰা পঞ্চাশ দশকলৈকে মোৰ নামটো অসমৰ নগৰে-চহৰে গাঁৱে-ভূঁয়ে 'হাউচ হ'ল্ড' শব্দ হৈ পৰিছিল। হায়, উচ্চ শিল্পৰ পূজাৰী হৈ সেইজনপ্ৰিয়তা হেৰুৱালো হ'বলা। 'ট্ৰেজেডি' দুয়োফালেই। বিসকল শিল্পীয়ে ব্লক এণ্ড হোৱাইট বা ৰঙীন ইলাষ্ট্ৰেচন কৰিবৰ কাৰণে প্ৰেছৰ জগত জড়িত তেওঁলোকক

কৃতি বা কীৰ্ত্তি 'এফিমাৰেল'। কামধেনুৰ নিচিনা ক্ষণস্থায়ী। সেইকাৰণে বিদেশত এনেধৰণৰ শিল্পীৰ ছবি আৰু জীৱনী সময়ে সময়ে প্ৰকাশ কৰা হয়। উচ্চ শিল্প জনপ্ৰিয় শিল্প নহয়, তাক আন আন জনপ্ৰিয় শিল্পৰ লগত তুলনা কৰা নাযায়। তাৰ কাৰণে লাগে দৰ্শকৰ এটি প্ৰস্তুতি আৰু সংবেদনশীল প্ৰাণৰ সহানুভূতি। অৱশ্যে আজিৰ প্ৰচাৰধৰ্মী যুগত আৰু লগতে reproduction process-ৰ অকল্পিত উন্নতি সাধনে উচ্চ শিল্পক দিনে দিনে মানুহৰ ওচৰ চপাই আনিছে। পঞ্চাশৰ দশকত অনুষ্ঠিত মোৰ একক প্ৰদৰ্শনীৰ ভূয়সী প্ৰশংসা কাগজে-পত্ৰে পঢ়িবলৈ পাই পাবলিক ছাৰ্ভিচ কমিছনৰ এগৰাকী প্ৰাক্তন চেয়াৰমেন আহি ওলাইছিল। কথা প্ৰসঙ্গত মোক যে অসমত এটা চাকৰি দি ৰাখিব নোৱাৰিলে সেই কথাটো উনুকিয়াই দুখ প্ৰকাশ কৰিছিল। তেওঁৰ কথা শুনি মই এই কথাটোকেই কৈছিলো— পুৰণি কথা ভাবি লাভ নাই কিয়নো মই এতিয়া এই মহানগৰীত নতুনকৈ জীৱন আৰম্ভ কৰিছো। জানেই নহয় গাঁৱৰ ভিখাৰীৰ কাৰণে চাউল-মুঠি গাঁৱত নোজোটে। তেওঁ আছিল দেউতাৰ একালৰ বন্ধু, সেইকাৰণে মোৰ শ্ৰদ্ধাভাজন যেতিয়া সেই কথা উলিয়াই তেওঁৰ মনত কষ্ট দিয়াটো অনুচিত হ'ব বুলি ইমানতে সামৰণি মাৰিলো।

অসম চৰকাৰৰ কোনো চাকৰিত আকৌ কেতিয়াবা সোমোৱাটো ঠিক নহ'ব বুলি স্থিৰ কৰি নতুন উদ্যমেৰে শিল্প সাধনাত মন পুতি লাগিছিলো। কলিকতাৰ পৰা পোৱা কমিছনৰ ওপৰতে নিৰ্ভৰ কৰি মোৰ আৰ্থিক সমস্যা সমাধান কৰিবলৈ সমৰ্থ হৈছিলো। এনে সময়ত হঠাৎ এদিন অসমৰ ৰাজ্যপাল চাৰ আকবৰ হাইদৰীয়ে মোক এবাৰ তেওঁৰ লগত দেখা কৰিবৰ কাৰণে মাতি পঠিয়ালে। মই যথাসময়ত তেওঁৰ লগত দেখা কৰাত তেওঁ মোৰ সাম্প্ৰতিক চিত্ৰকৰ্মৰ বিষয়ে অলপ আলোচনা কৰি তেওঁৰ এটি পৰিকল্পনাত সহায় কৰিবলৈ অনুৰোধ কৰে। 'আমি পূৰ্বাঞ্চলৰ পৰ্বত-ভৈয়ামৰ মানুহৰ মাজত এটা যোগাযোগ গঢ়ি তুলিবৰ কাৰণে এসপ্তাহজুৰি এখন প্ৰদৰ্শনী আৰু নৃত্য-গীতৰ অনুষ্ঠান কৰিবলৈ প্ৰয়াস কৰিছো, মোৰ এই পৰিকল্পনা সফল কৰি তুলিবলৈ আপোনাৰ সাহায্য একান্ত প্ৰয়োজন। এই বিষয়ে যি কমিটি গঢ়া হৈছে তাৰ শিল্প উপদেষ্টা হিচাপে আপোনাক অন্তৰ্ভুক্ত কৰিবলৈ স্থিৰ কৰিছো, এতিয়া আপুনি যোগদান কৰিলে মই সুখী হ'ম।' চাৰ হাইদৰী এগৰাকী কলা-প্ৰেমিক আৰু শিল্প-সংগ্ৰহকো আছিল। তেওঁ মোক এনে এটা গুৰু দায়িত্ব দিয়াত মই অলপ গৰ্ব অনুভৱ কৰি কামত হাত দিবলৈ মান্তি হ'লো। তেওঁ আৰু কিছুসময় মোৰ লগত শিল্পকলাৰ বিষয়ে আলোচনা কৰি বিদায় জনালে। শিল্পীৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা দেখি মই খুব আনন্দ লাভ কৰিছিলো।

পৰ্বত আৰু ভৈয়ামৰ অধিবাসীসকলৰ মাজত সাংস্কৃতিক যোগাযোগ স্থাপন কৰাৰ কাৰণে 'Hills and Plains People's Week' ভাৰতৰ আধুনিক স্বাধীন জাতীয় সংস্কৃতিৰ বিষয়ে এটা প্ৰথম প্ৰচেষ্টা। শিল্পী হিচাপে এনে এখন প্ৰদৰ্শনীৰ পৰিকল্পনাৰ কাম সফল কৰি তোলা এটা জটিল কাম হ'লেও এই পৰিকল্পনা ৰূপায়িত কৰাৰ কাৰণে

মিলিটাৰী বিভাগৰ ইঞ্জিনীয়াৰৰ পৰা আমি যথেষ্টভাৱে সহযোগিতা লাভ কৰিছিলো। প্ৰদৰ্শনীত যোগদান কৰা কেইবাটাও জনজাতিৰ শিল্পকলাৰ আৰ্হিৰে 'পেভেলিয়ন'বোৰ তৈয়াৰ কৰা হয় আৰু তাৰ ভিতৰখন জনজাতিৰ হস্তশিল্পৰ নিপুণ কামেৰে সুসজ্জিত কৰি ৰখা হয়। নৃত্য-গীত উপভোগ কৰিবৰ কাৰণে দৰ্শকৰ বহাৰ ব্যৱস্থাও কৰা হৈছিল। ইয়াৰ বাহিৰেও প্ৰচাৰ কাৰ্যৰ কাম মই নিজেই কৰিবলগীয়া হৈছিল। প্ৰয়োজনীয় বেছ কিছু প'ষ্টাৰ মই আঁকি ছপাই উলিয়াইছিলো। এই মৌলিক Idea-ৰ প'ষ্টাৰবোৰে দৰ্শকক আকৰ্ষণ কৰি আনিছিল। এই প'ষ্টাৰ আকৰ্ষণীয় প্ৰ'গ্ৰাম আৰু 'চাৰ্টিফিকেট অব্ কমেনডেচন্' মই অভিনৱভাৱে আঁকি দিছিলো। কোৱা বাহুল্য যে শিল্পী হিচাপে স্বাধীনভাৱে কাম কৰিবলৈ অসমত এইটোৱেই মোৰ প্ৰথম সুযোগ বুলি ক'ব পাৰি।

এই প্ৰদৰ্শনীলৈ শান্তি নিকেতন, বোম্বাই আৰু ভাৰতৰ নানান ঠাইৰ পৰা বহুত শিল্পী আৰু ক'লা প্ৰেমিকৰ সমাগম হৈছিল। সুবিখ্যাত ভাস্কৰ ৰামকিঙ্কৰে তেওঁৰ ছাত্ৰসকলক লৈ ইয়াত উপস্থিত হৈছিল। প্ৰভাস সেন, শঙ্খ চৌধুৰী, নীলিমা বৰুৱা আৰু অন্যান্য বহুত শিল্পীৰ লগত মোৰ যোগাযোগ হয়। ৰামকিঙ্কৰে এই প্ৰদৰ্শনীৰ পৰিকল্পনা দেখি মুগ্ধ হৈ মোক অভিনন্দন জনাইছিল আৰু এই সূত্ৰেই তেওঁৰ লগত মোৰ আন্তৰিক যোগাযোগ হৈছিল। চাৰ আকবৰ হাইদৰীয়ে প্ৰদৰ্শনীৰ সফলতাৰ কাৰণে মোক অকল অভিনন্দনেই জনোৱা নাছিল গৱৰ্ণমেণ্ট হাউচৰ নানা অনুষ্ঠান আৰু পাৰ্টিলৈকো আমন্ত্ৰণ কৰিছিল। তেওঁ মোৰ জনজাতিৰ প্ৰতিকৃতি চিত্ৰৰ এটা 'ফলিও' প্ৰকাশ কৰিব খুজিছিল কিন্তু তেওঁৰ অকাল মৃত্যুত এই 'ফলিও'টো ছপা হৈ নোলাল। উনৈছ শ সাতচল্লিশ চনত অনুষ্ঠিত এই প্ৰদৰ্শনীৰ কথা আজি মানুহে পাহৰি গ'লেও মোৰ স্মৃতিপটত এতিয়াও ৰৈ গৈছে। ব্ৰিল'লাইন্ ফল্চৰ ওচৰৰ যি ঠাইডোখৰত 'Hills and Plains People's Exhibition' অনুষ্ঠিত হৈছিল আৰু এতিয়া লেডি হাইদৰী পাৰ্ক বোলা হয়। মাজে-সময়ে ক্লিলঙলৈ গ'লে আৰু পাৰ্কৰ চেয়াৰত বহিলে সেই সময়ৰ বহুত কথাই মনলৈ আহে। মিলিটাৰী আৰু প্ৰচাৰ বিভাগত কাম কৰি অসমৰ অকল চহৰবোৰতেই নহয়, গাঁৱে-ভুঁয়েও জনপ্ৰিয়তা অৰ্জন কৰিছিলো; কিন্তু এই ঠাইডোখৰে মোক ভাৰতৰ বহুত বিশিষ্ট শিল্পী আৰু কলা প্ৰেমিকৰ লগত পৰিচয় কৰাই দিছিল।

চল্লিশৰ দশকৰ মাজভাগত মই এজন কিতাপৰ প্ৰচ্ছদ আৰু অলংকৰণ শিল্পী হিচাপেও যথেষ্ট সুনাম অৰ্জন কৰো। কলিকতাৰ পৰা বিশেষকৈ প্ৰেছিডেন্সী লাইব্ৰেৰীৰ illustration-ৰ কামতেই গোটেই সময় অতিবাহিত হৈ গৈছিল। তাৰ মাজতেই টকা উপাৰ্জনৰ কাম এৰলগীয়া কৰি থৈহে শিল্প সাধনাত মনোযোগ দিবলগীয়া হৈছিল। স্বাভাৱিকতে মোৰ হাতৰ Speed ইমান বেছি আছিল যে মোক আৰ্কিষ্টলৈ দিয়া কামবিলি সময়ে সময়ে প্ৰয়োজন হ'লে যুৰি ডাকত পঠিয়াই দিব পাৰিছিলো।

এদিন সুপৰীয়া বেলিকা মই এখন পো'ট্ৰেটৰ কামত ব্যস্ত থকা সময়ত এডভোকেট জেনেৰেল ফকৰুদ্দিন আলি আহমেদ, তেওঁৰ পত্নী আৰু গভৰ্ণৰৰ Aid-De-Camp ইটচুক আহি মোৰ ষ্টুডিঅ'ত উপস্থিত হয়। দুয়োৰ মোৰাৰ আগে লগেই

আহমেদ চাহাবে মোক ক'লে— 'তুমি দেখোন ইয়াতেই লুকাই আছা, এওঁলোকে তোমাক বিচাৰি হায়ৰাণ। ৰাজ্যপাল শ্ৰীপ্ৰকাশে তোমাৰ লগত দেখা কৰিব খুজিছে, কাইলৈ ৰাতিপুৱা দহ বজাত তেওঁক দেখা কৰিবা।' তেওঁলোকে মোৰ ছবিবোৰ চালে আৰু এতিয়া মই কি কাম কৰো সেইবিষয়ে অলপ আলোচনা কৰি বিদায় ল'লে। পাছদিনাখন ৰাতিপুৱা শ্ৰীপ্ৰকাশৰ লগত দেখা হোৱাত তেওঁ মোক ক'লে— 'এটা খুব জৰুৰী কামৰ কাৰণে আপোনাক মাতি আনিলো। আমি একৰকম বিপদতেই পৰিছো। চৌৰাশী বছৰৰ পাছত বৃটিছ সিংহৰ ক্ৰেষ্টটো নমাই পেলোৱা হৈছে ; কিন্তু দিল্লীৰ পৰা আমাৰ নতুন ক্ৰেষ্টটো এতিয়ালৈকে আহি নাপালে; প্ৰজাতন্ত্ৰ দিবস আহি পৰিল, মাজতে মাত্ৰ তিনিটা দিনহে আছে। আপুনি যেনে-তেনে নতুন ক্ৰেষ্টটো এইসময়ৰ ভিতৰত তৈয়াৰ কৰি দিব পাৰিব বুলি মোৰ বিশ্বাস। আমাৰ দৰবাৰ হলৰ কাৰণেও এটা সৰু ক্ৰেষ্ট তৈয়াৰ কৰিব লাগিব। দুপৰ নিশা তেল পুৰি হ'লেও কামটো শেষ কৰিব লাগিব। এয়েই মোৰ অনুৰোধ।' দেশৰ এই নতুন প্ৰতীকটো জটিল হ'লেও দিনে-ৰাতিয়ে কাম কৰি যথাসময়ত ক্ৰেষ্ট দুটা তৈয়াৰ কৰি নিজেই লগাই দি আহিলো। দূৰৰ পৰা দেখিলে পিতলৰ কাম যেনেই লাগিছিল। পাছদিনা ৰাতিপুৱাৰ অনুষ্ঠানলৈ মই গৈছিলো। জাতীয় পতাকা উত্তোলন কৰাৰ পাছত শ্ৰীপ্ৰকাশে সভাত উপস্থিত গণ্য-মান্য ব্যক্তিসকলক শুভেচ্ছা জনোৱা সময়ত 'লন'খনৰ এচুকত মোক দেখা পাই আঁকোৱালি ধৰি এনেভাৱে ধন্যবাদ জনাইছিল যে মই বিচলিত হৈ পৰিছিলো।

অসমত কটোৱা বাকী কালছোৱাত চৰকাৰী চাকৰি গুড়বাই দি মই এজন 'ফ্ৰি লাঞ্চ' শিল্পী হিচাপেই কাম কৰি গৈছিলো। অসমত এটা শিল্প শিক্ষা কেন্দ্ৰ গঢ়ি তুলিবলৈ এটা পৰিকল্পনা কৰো। ফকৰুদ্দিন আলি আহমেদ, বিজনীৰ ৰাণী সবিতা দেৱী আৰু চাৰ আকবৰ হাইদৰীক পৃষ্ঠপোষক হিচাপে লৈ শ্বিলঙৰ লেডি কীন ক্লাবৰ এটা আহল-বহল কুঠৰি লৈ পেইণ্টিং আৰু ড্ৰইং ক্লাছ এটা আৰম্ভ কৰো। সেইসময়ৰ মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈ ডাঙৰীয়াকো পৃষ্ঠপোষক হিচাপে ল'ব খুজিছিলো। তেওঁক এই বিষয়ে দেখা কৰাত মোক বিমুখ কৰিলে কিয় ক'ব নোৱাৰো। বৰদলৈ ডাঙৰীয়াই মোক সৰুকালৰ পৰাই জানিও অমাত্তি প্ৰকাশ কৰাত মই একো নকৈ ওলাই আহিলো। এনেতে তেওঁ মোক মাতি নি ক'লে— 'তুমি বেয়া পালা নেকি?' তেওঁৰ এই কথাষাৰ শুনি মই এটা কথাহে ক'লো— মই আজি কোনো এটা ব্যক্তিগত সাহায্যৰ কাৰণে আপোনাৰ ওচৰলৈ অহা নাছিলো— দেশৰ বা সমাজৰ কাৰণে এনে এটা প্ৰতিষ্ঠান একান্ত প্ৰয়োজন বুলিয়েই আহিছিলো। আপোনাৰ নামটো 'ব্ৰচিয়ৰ' খনত থকাটো আপুনি নিবিচাৰে যেতিয়া মোৰ ক'বলৈ হয়তো একো নাই। কষ্ট কৰিয়েই মই এই শিল্প শিক্ষাদানৰ কেন্দ্ৰটো প্ৰায় ডেৰ বছৰ কাল ভালদৰেই চলাইছিলো। চৰকাৰৰ পৰা কোনো সাহায্য নাপালেও ছাত্ৰ-ছাত্ৰীৰ অভিভাৱকসকলৰ উৎসাহ দানৰ ফলতহে চলাব পাৰিছিলো। সহায়-সহানুভূতি পালে আৰু ছাত্ৰ-ছাত্ৰীৰ সংখ্যা বাঢ়ি উঠিলে কেন্দ্ৰটো গঢ়ি তুলিব পাৰিলোহেঁতেন। প্ৰতিকূল অৱস্থাৰ লগত যুঁজি এদিন হাৰ মানিলো। দুৰ্যোগ মোৰ চিৰলগৰীয়া— মই অনুতাপ

নকৰোঁ, নতুন উদ্যমেৰে স্বপথত আগবাঢ়িবলৈ চেষ্টা কৰিলোঁ।

এই গ্ৰন্থখনি মোৰ সাগৰমুখী জীৱনৰ স্মৃতিকথা বা স্মৃতিচাৰণ অথবা স্মৃতিমন্থন বুলিব পাৰি। সেই যুগৰ সমাজ জীৱন আৰু শিল্প-সংস্কৃতিৰ অলপ কথা আলোচনা কৰিলেও ধৰ্ম, দৰ্শন বা অন্যান্য কোনো তত্ত্বকথা ক'বলৈ যোৱাটো মোৰ ধৃষ্টতা মাত্ৰ। যুদ্ধই আমাক বহুত নীতি আৰু লগতে দুৰ্নীতিৰ লগত পৰিচয় কৰি দি গৈছে। জীৱনৰ মূল্যবোধৰ আমূল পৰিবৰ্তনে সমাজ জীৱন, ধৰ্মবোধ, আচাৰ-ব্যৱহাৰ আদি সকলোবোৰ ধূলিসাৎ কৰি দিলে। যুদ্ধোত্তৰ কালছোৱাত আমি বিদেশীৰ শৃঙ্খলৰ পৰা মুক্তি লাভ কৰিলো; কিন্তু অসমৰ মনোমোহা সৌন্দৰ্য আৰু আমাৰ জীৱন-যাত্ৰাও চাওঁতে চাওঁতেই যেন ৰূপান্তৰিত হ'বলৈ ধৰিলে।

মোৰ শিল্পী জীৱন তেতিয়ালৈকে অসমৰ নিসৰ্গ ৰূপ আৰু তাৰ বুকুত বিচৰণ কৰা নৰ-নাৰীৰ চিত্ৰ আঁকাতেই উকলি গৈছিল। এই শিল্প-সম্ভাৰ লৈ ভাৰতৰ সংস্কৃতি কেন্দ্ৰ কলিকতা মহানগৰীলৈ এদিন যাত্ৰা কৰিলো। সুবিখ্যাত ভাস্কৰ প্ৰদোষ দাশগুপ্ত, কলা-প্ৰেমিক যতীন মজুমদাৰ আৰু ভাস্কৰ বন্ধু প্ৰভাস সেনৰ সৌজন্যত মোৰ প্ৰথম একক প্ৰদৰ্শনীৰ ব্যৱস্থা কৰো কলিকতাৰ এক নম্বৰ চৌৰঙ্গী টেৰেচত। এই প্ৰদৰ্শনী কক্ষটো হ'ল কলা-প্ৰেমিক যতীন মজুমদাৰৰ। যথা সময়ত প্ৰদৰ্শনী মুকলি কৰা হ'ল। ক'বলৈ দ্বিধা নাই যে মই অতি ভয়ে ভয়েই মহানগৰীৰ শিল্প-প্ৰেমিক আৰু শিল্প-সমালোচকৰ আগত আত্মপ্ৰকাশ কৰো। প্ৰদৰ্শনীৰ দিনা ৰাতিপুৱা মই যেতিয়া ছবি আঁৰাত ব্যস্ত আছিলো ষ্টেটছ্‌মেন পত্ৰিকাৰ শিল্প সমালোচক মিঃ ইমাৰচন আহি উপস্থিত হয়। তেওঁ প্ৰায় এঘণ্টা সময় ধৰি ছবিবোৰ চাই আৰু মোৰ লগত আলোচনা কৰি বিদায় লয়। আবেলি স্থানীয় প্ৰত্যেকখন পত্ৰিকা আৰু আলোচনীৰ সমালোচকসকল আহি উপস্থিত হয়। মহানগৰীৰ আৰু বহুত গণ্য-মান্য ব্যক্তিৰো সমাগম হয়। পাছদিনা ৰাতিপুৱা ষ্টেটছ্‌মেন পত্ৰিকাত তিনি কলম জুৰি সমালোচনাত মোৰ শিল্পকৰ্মৰ বিষয়ে বিশেষ প্ৰশংসা কৰা দেখিয়েই মই বিচলিত হৈ পৰো। ভাৰতৰ শিল্প জগতত পিছ পৰি থকা অসমৰ এজন শিল্পীয়ে এনে অকুণ্ঠ প্ৰশংসা লাভ কৰাত মহানগৰীৰ ভালেমান সুপ্ৰতিষ্ঠিত শিল্পী আৰু কলা-প্ৰেমিকে মোক অভিনন্দন জনায়। মহানগৰীৰ প্ৰত্যেকখন দৈনিক পত্ৰিকাৰ সমালোচনাই কলা-প্ৰেমিক আৰু জনগণকো আকৰ্ষণ কৰি অনাত প্ৰদৰ্শনীকক্ষত অকল্পিত ভিৰ হৈছিল। এনে ভিৰ দেখি সেই যুগৰ প্ৰগতিশীল 'নতুন সাহিত্য' পত্ৰিকাৰ সম্পাদক শ্ৰীঅনিল সিংহই কোৱা কথাষাৰ আজিও মনত পৰে— 'কি হেমন্তবাবু আপনি দেখি চৌৰঙ্গী টেৰেচকে বিয়ে বাড়ী কৰে তুলেছেন।' 'নতুন সাহিত্য'ৰ সমালোচনা প্ৰসঙ্গত 'শিল্পীয়ে তেওঁৰ চিত্ৰপটত ৰঙৰ ভাণ্ড উজাৰ কৰি প্ৰথমবাৰ আত্মপ্ৰকাশ কৰিয়েই মহানগৰীৰ জনগণৰ প্ৰাণত স্থান লাভ কৰিছে' বুলি লিখিছিল। 'নতুন সাহিত্য' আজি বিস্মৃতিৰ গৰ্ভত যদিও সেইদিনাৰ পৰাই শ্ৰীসিংহৰ লগত আন্তৰিক যোগাযোগ বাঢ়ি উঠে। তেওঁৰ লগত বন্ধুত্ব হোৱাৰ ফল স্বৰূপে মই বাংলাৰ শিল্প, সাহিত্য, সংস্কৃতিৰ বিষয়ে বহুত কথাই জানিব পাৰিছিলো। মোৰ শিল্প

প্ৰদৰ্শনী হ'লে এতিয়াও তেওঁ আহি ওলায়। এই প্ৰদৰ্শনীৰ মাধ্যমেৰে মই বাংলাৰ শিল্পী, সাহিত্যিক আৰু সুধী সমাজৰ লগত পৰিচিত হৈ উঠোঁ।

প্ৰদৰ্শনীৰ দ্বিতীয় দিনা আবেলি এটা স্মৰণীয় ঘটনা ঘটে। 'কলিকতা গ্ৰুপ অৱ্ পেইন্টাৰ্ছ এণ্ড স্কাল্পটাছ'ৰ সচিব প্ৰদোষ দাশগুপ্ত, প্ৰাণকৃষ্ণ পাল, কমলা দাশগুপ্ত আৰু কেইগৰাকীমান শিল্পী মোৰ লগত দেখা কৰিবলৈ আহে। 'এটা বিশেষ কাৰণত আমি আহিছো' বুলি মোক বহা কুঠৰিলৈ মাতি নি ক'লে— 'আমি আপোনাক কেলকাটা গ্ৰুপৰ সভ্য মনোনীত কৰিব খুজিছো। আপুনি বহুত দিন অকলশৰেই শিল্প সাধনাত লিপ্ত থাকি আজি সফল হৈ উঠিছে। আমাৰ গ্ৰুপৰ লগত যোগদান কৰিলে আপুনি হয়তো আৰু বেছি অনুপ্ৰাণিত হৈ কাম কৰিব পাৰিব। আমাৰ সম্মিলিত প্ৰচেষ্টাত ভাৰতত আধুনিক শিল্পধাৰাৰ প্ৰতিষ্ঠা সম্ভৱ হ'ব বুলি আমাৰ বিশ্বাস। কোৱা বাহুল্য যে আপোনাৰ একমুখী সাধনাই আজি অসমক ভাৰতৰ শিল্প-কলাৰ মানচিত্ৰত স্থান দান কৰিবলৈ সক্ষম হৈছে।' এৰাতিৰ ভিতৰতেই মই মহানগৰীৰ শিল্প-প্ৰেমিক আৰু সুধী সমাজত পৰিচিত হৈ উঠাটো মোৰ কল্পনাতীত আছিল। অকল সেয়েই নহয় ভাৰতৰ আধুনিক শিল্পৰ পুৰোধা 'কেলকাটা গ্ৰুপ'ৰ সভ্য মনোনীত হোৱাত মই গৰ্ববোধ নকৰি নোৱাৰিছিলো।

প্ৰদৰ্শনীৰ তৃতীয় দিনাখন আবেলি সম্পূৰ্ণ বঙালী পোছাকেৰে সজ্জিত এগৰাকী ভদ্ৰলোক আহি মোক ক'লে— 'কলকাতাৰ বাইৰে ছিলাম বলে আসতে পাৰিনি তাই আজ এলাম।' ভদ্ৰলোকগৰাকীক দেখি ভাবিছিলো এৱেঁই নিশ্চয় গোপাল হালদাৰ ডাঙৰীয়া। 'ভিজিটৰ' বহীত প্ৰথম আখৰটো লিখোতেই বুজি পাবলৈ বাকী নাথাকিল যে এইটো এটা 'ইনাটিউটিভ' কথা। তেওঁ বহুত সময় ধৰি ছবি চাই আহি মোৰ লগত আলোচনা কৰিবলৈ বহিলে। যতীন মজুমদাৰৰ পত্নীয়ে কোনো বিশিষ্ট দৰ্শক উপস্থিত হ'লে চাহ পঠিয়াই দিয়ে, লগতে মাজে মাজে আকৌ সন্দেশৰ থালো আহে। তেওঁ চাহৰ পিয়লা তুলি লৈ অকল শিল্প সম্পৰ্কেই নহয় অসমৰ বিষয়েও নানান কথা আলোচনা আৰম্ভ কৰিলে। তাৰপিছত তেওঁ মোৰ পৰা বিদায় লৈ ওলাই গ'ল। পাছদিনাখন 'স্বাধীনতা' পত্ৰিকাত মোৰ চিত্ৰ সম্ভাৰৰ বিষয়ে তেওঁৰ প্ৰশংসাসূচক সমালোচনাটো প্ৰকাশিত হয়। এই সমালোচনাৰ ফলস্বৰূপে সেই যুগৰ প্ৰগতিশীল শিল্পী-সাহিত্যিকসকলৰ পৰা মই সমাদৰ লাভ কৰো। সেই কালছোৱাত কলিকতাৰ বহুত শিল্পী আৰু লেখকে People's Art লৈ মূৰ ঘমাইছিল। এই বিষয়ে গোপাল হালদাৰৰ মন্তব্য হ'ল যে ঐতিহ্যগত শিক্ষাৰ কাৰণে বহুত শিল্পীয়ে সহজ কথাকে লৈ বিব্ৰত হয়। কিন্তু হেমন্ত মিশ্ৰৰ ক্ষেত্ৰত তেনে বিপদ ঘটা নাই, তেওঁ সহজ-সবলভাৱেই নিজক প্ৰকাশ কৰিবলৈ সমৰ্থ হৈছে। চিত্ৰপটত অসমৰ নিসৰ্গৰূপ আৰু কৰ্মৰত সাধাৰণ মানুহৰ দৈনন্দিন জীৱন যাত্ৰা যিভাবে ৰূপায়িত কৰিছে সেইটোৱেই যথাৰ্থ People's Art বুলিব পাৰি। সুব্ৰত বেনাৰ্জীয়েও 'অসম ট্ৰিবিউন'ত লিখা দীঘল প্ৰবন্ধটোত অসমৰ নিসৰ্গ ৰূপ আৰু সাধাৰণ মানুহৰ প্ৰতি শিল্পীৰ সচেতনাৰ কথাই উল্লেখ কৰিছিল।

এই প্ৰসঙ্গত মোৰ এই একক প্ৰদৰ্শনীৰ বিষয়ে প্ৰকাশিত কিছু কথা উধৃত কৰিলো— It is delightful occasionally to see paintings uninhabited by the

dead hand of Santiniketan and the Ajanta copyists or the sentimentality of English Edwardianism. Mr. Misra's pictures are alive and vital. He has a keen eye for subject allied to a vigourous, and in his more recent work, experimental technique which may develop into a powerful mood of expression. He is a craftsman as his preparation of plywood with gelatine and sand for the rough surface of 'Harvest' proves— a picture which brings Van Gogh's France to the fields of Shillong most successfully. His use of palette knife for scraping lights is interesting as for instance in 'After the Storm' a dramatic picture where it is used on the long, drenched grasses at the foot of the tree. He has also used the palette knife with great success on his fine water colour 'Through the Pine' and pen-knife on 'Flames of Autumn' producing in the later a scintillating effect of light... His drawings of khasi subjects impress by their sureness of touch.. A very refreshing exhibition.

The Sunday Statesman
Nov. 30, 1952, Calcutta

An exhibition of Shri Hemanta Misra's paintings and drawings at Chowranghee Terrace, Calcutta introduces the work of the only Assamese Artist to hold one man show in the city... Misra did not have any formal instruction in this country he took a correspondence course in art given by the late John Hassall R.I. of St. Albans England. To master a difficult technique with the thoroughness that Misra's work illustrates does not speak a little in favour of a method of learning which most of us are apt to deride. The paintings and drawings give evidence of a high standard of workmanship... The beautiful Assam valley has found in Misra an artist with the ability to interpret its hills, forests, its dawns and sunsets through the medium of paint, helped by a sense of colour harmonies that must be owned as a rare gift. His paraphrases of Nature are Charming. The primitive life he depicts is also to be reckoned among his successes. The 'Abor Interpreter' is a living being whom we watch fascinated because of his vitality and also because of his remoteness from our world. 'A galong Beauty' is also admirably done. The drawings that are on view show that Misra is a good draughtsman. The brightness of their power is their chief excellence.

Amrit Bazar Patrika
Dec. 4' 1952 Calcutta

আসাম সৌন্দর্যেৰ লীলাভূমি; আসামে জীবন বৈচিত্র্যেৰেও অদ্ভুত সমাৰোহ। পাহাড়, পর্বত, অৰণ্য, নদী আর বহু জাতি, জাতিক-গোষ্ঠী ও বিভিন্ন জীবন যাত্রা, বিশ্ব প্রকৃতি ও মানব জীবন দুইই শিল্পী চিত্তকে স্বাভাবিকভাবে উদ্বুদ্ধ কৰে। সম্ভবতঃ একথা বলাই যথেষ্ট— এই আশ্চর্য দেশ ও তাৰ আশ্চর্য জীবন-যাত্রা হেমন্ত মিশ্রৰ চিত্রাবলীৰ মধ্য দিয়ে কলকাতাৰ দর্শকদেৰ প্রাণকেও স্পর্শ কৰেছে। শিল্পী আপনাৰ স্বাভাবিক শিল্প চেতনায় তাৰ স্বদেশকে ভাষা দিতে সক্ষম হয়েছেন। হেমন্ত মিশ্র কোনো বিশেষ আর্ট

স্কুলে পড়া বা মণ্ডলীভুক্ত শিল্পী নন। যা কিছু তাৰ শিক্ষা তিনি তা গ্রহণ কৰেছেন ডাক যোগে বিলিতী একজন আৰ. আই.-ৰ কাছ থেকে, তাই তাঁৰ শিল্পে কোনো বিশেষ মণ্ডলীগত চিহ্ন নেই। আসামেৰ লোকশিল্পেৰ ধাৰাও তিনি অনুসৰণ কৰেননি। তাৰ চিত্রেৰ দুটি জিনিস তাই বিশেষ উল্লেখযোগ্য। প্রথম তাঁৰ দক্ষতা কি তৈলচিত্রে কি জলৰঙেৰ চিত্রে তাৰ প্রমাণেৰ অভাব নেই— তিনি আলোক ঝৰিয়ে দিয়েছেন। দ্বিতীয়ত তাৰ আন্তৰিকতা ও স্বাভাবিকতা এই সৰস স্বাচ্ছন্দ্যই দেখতে পাই চাৰদিকবাৰ জীবন যাত্রাৰ প্রতি শিল্পীৰ সুস্থ সজীব আগ্রহে। চা-বাগানেৰ পাতা তোলা থেকে চা চালান দেওয়া চা-শ্রমিকেৰ বিশ্রাম মুহূর্তটি পর্যন্ত সমাজ-জীবন তাৰ মমতায় জীবন্ত।... হেমন্ত মিশ্রেৰ প্রধান আশ্রয় তাৰ আন্তৰিকতা, সৰস জীবন নিষ্ঠা ও স্বাভাবিক শিল্প শক্তি। তাৰ আঙ্গিক ও ভঙ্গি তিনি স্বয়ং আবিষ্কাৰ কৰেছেন সচেষ্ট ভাবে।

গোপাল হালদাৰ<br>স্বাধীনতা<br>২৮ শে অগ্রহায়ণ, ১৩৬৯

গত ২৯ শে নভেম্বৰ থেকে ৮ ডিসেম্বৰ ১নং চৌৰঙ্গী টেৰেসে আসামে প্রতিশ্রুতিবান শিল্পী হেমন্ত মিশ্রেৰ চিত্র প্রদর্শনী হয়ে গেল। এই প্রদর্শনীতে বৈচিত্র্যময় আসামেৰ জীবন ও প্রাকৃতিক দৃশ্যেৰ ছবি দেখাৰ সুযোগ আমাদেৰ হয়েছে। সবচেয়ে আনন্দেৰ কথা যে আসামেৰ এই আগন্তুক শিল্পীটিকে কলকাতাৰ বিদগ্ধ ও সাধাৰণ শিল্প-দৰদীৰা দ্বিধাহীন চিত্তে স্বাগত জানিয়েছেন। দৈনিক সংবাদপত্রেৰ শিল্প-সমালোচকৰাও অকুণ্ঠ প্রশংসা জানাতে কার্পণ্য কৰেননি। ... সমসাময়িক বহু শিল্পীৰ কাজেৰ পর্যালোচনা কৰলে দেখা যাবে যে তাঁৰা প্রায়ই সাধাৰণ মানুষেৰ জীবন-যাত্রাৰ সঙ্গে সম্পর্কহীন, তাঁদেৰ জীবন-সংগ্রামেৰ প্রতিও তাঁদেৰ কোন একাত্মতাবোধ নাই। এই দুটি সংযোগ সেতুই শিল্পীকে গভীৰ ৰসেৰ সন্ধান দেয়— তাঁৰ মনে মানুষেৰ আৰ প্রকৃতিৰ প্রতি গভীৰ অন্তর্দৃষ্টি ও ভালবাসা উৎসাৰিত কৰে এবং শেষপর্যন্ত প্রতিভাধৰ শিল্পীৰ সৃষ্টিকে তাতে অভিষিক্ত কৰে ও তাঁৰ শিল্প-কর্মকে মানুষেৰ কাছে পৌঁছিয়ে দেয়। হেমন্ত মিশ্রেৰ প্রদর্শনীকে নিঃসন্দেহে এই শ্রেণীভুক্ত কৰা যায়। প্রধানতঃ জল ৰঙে আঁকা আসামেৰ ঐশ্বর্যময় নিসর্গ চিত্র, পেনসিল, ক্রেয়ন বা কালি তুলিতে আঁকা সেখানকাৰ সাধাৰণ মানুষদেৰ জীবনযাত্রাৰ কিছু ছবি, চা বাগানেৰ কুলিদেৰ জীবনযাত্রাৰ এটি সিৰিজ ও তেলৰঙে আঁকা কিছু ছবি দিয়ে প্রদর্শনীটি সমৃদ্ধ। আসামেৰ জলহাওয়াৰ মানুষ হেমন্ত মিশ্র আসামকে যে সত্যি ভালবেসেছেন তাৰ পৰিচয় বিশেষ কৰে পাওয়া যায় জলৰঙেৰ নিসর্গ চিত্রগুলিতে। আসামেৰ অপর্যাপ্ত অপৰিসীম প্রকৃতি, তাৰ নদী-পাহাড়-জঙ্গল-নীল আকাশ ও দূৰান্তেৰ পর্বতমালা হেমন্ত বাবুৰ ছবিতে নির্ভীক ৰঙেৰ ব্যৱহাৰে ও বলিষ্ঠ তুলিৰ টানে গভীৰভাবে ধৰা দিয়েছে। ছবিগুলি সবই প্রকৃতিকে সামনে নিয়ে আঁকা এবং বিষয়-বস্তুকে ৰূপে-ৰসে ভৰে তুলবাৰ জন্য শিল্পী যেন তাঁৰ ৰঙেৰ ভাণ্ডাৰ উজাড় কৰে দিয়েছেন। জনজীবনেৰ ছবিগুলিও বেশীৰ ভাগ স্কেচ

শ্রেণীর এবং এখানেও তাঁর নৈপুণ্য, মানুষের প্রতি তাঁর শ্রদ্ধার কথাই প্রমাণ করে। ... ভবিষ্যতে হেমন্তবাবুর কাছে আমাদের আরও বিরাট প্রত্যাশা রইল।

নতুন সাহিত্য
পৌষ ১৩৫৯

১নং চৌরঙ্গী টেরেসে কলিকাতার বহু বিশিষ্ট নরনারীর সমক্ষে শিলং -এর নবীন শিল্পী শ্রীহেমন্ত মিশ্রের এক বর্ণ-বৈচিত্র্যময় চিত্র প্রদর্শনীর উদ্বোধন অনুষ্ঠান সম্পন্ন হয়। অরণ্য, পর্বত, প্রান্তরের নিবিড়তায় প্রকৃতির লীলানিকেতন আসামে যে অতুলনীয় নৈসর্গিক রূপমাধুর্য যুগ-যুগান্ত মানুষের মুগ্ধ দৃষ্টির সম্মুখে স্বপ্নের মায়াজাল রচনা করিয়া আসিতেছে, তরুণ শিল্পীর তুলিকা স্পর্শে তাহারই যেন একটি প্রাণবন্ত প্রতিচ্ছবি সমগ্র প্রদর্শনীটিতে রেখায় রেখায় ফুটিয়া উঠিয়াছে। আসামের পার্বত্য বনভূমির বিচিত্র সৌন্দর্য তাঁহার শিল্পীচিত্তে যে ছায়াপাত করিয়াছে শিল্পীর তুলিকামুখে চিত্ররূপে তাহাই প্রতিফলিত হইয়াছে।... আসামের পর্বতের আলোছায়া, প্রান্তরের পার্শ্বে অরণ্যের পটভূমিকা, পার্বত্য পল্লীর নিবিড় শান্তি, ব্রহ্মপুত্র বক্ষে তরণীর নৃত্য প্রভৃতি বিবিধ দৃশ্য প্রদর্শনীর শোভা বর্ধন করিয়াছে।... আসামের চিত্রশিল্পীগণের মধ্যে শ্রীযুত মিশ্রই এইবার সর্বপ্রথম নগরীতে এই রূপ প্রদর্শনীর আয়োজন করিয়াছেন।

রবিবাসরীয় আনন্দবাজার পত্রিকা
নভেম্বর ৩০, ১৯৫২

Intense patriotism and a passionate love for one's own people often find exquisite expression through the medium of Art. I was forcefully made aware of this truth when recently I had the privilege of looking at some of the paintings and drawings of the young artist from Assam Shri Hemanta Misra. His exhibition in Calcutta the first one man exhibition by an artist from Assam will indeed be an eye opener to many artists and art lovers. Hemanta is a born artist... Uninfluenced as he is by a rigid disipline of a school, his chief charateristic is uninhibited and bold use of colours and this is just what was wanted to capture the glory of the landscape of Assam.... As one looks at the painting of Hemanta Misra one cannot but feel the intense and passionate love for life that inspires all his works. The intensity of the feeling is indeed contegious. Here lies the source of his success as an artist— his ability to communicate his own emotions and feelings with all their intensity to his people... What is most important is that he is rooted to his people. It is that which gives such life, cheerfulness and optimism to his works.

Subrata Banerjee
"The Assam Tribune", Dec.7, 1952

এনেধৰণৰ আৰু বহুত সমালোচনাত মোৰ চিত্ৰকৰ্মৰ অকুণ্ঠ প্ৰশংসা প্ৰকাশ হোৱাৰ কাৰণে মোৰ নতুন বন্ধু-বান্ধৱৰ সংখ্যাও কেইদিনমানৰ ভিতৰতে বাঢ়ি উঠে। কলিকতাৰ আৰ্ট স্কুলৰ ছাত্ৰসকলে ট্ৰাম, বাছ বা ফুটপাথত ইটোৱে-সিটোৰ কিলাকুটিৰে খুন্দিয়াই ময়েই যে সেই শিল্পী বুলি কোৱা কথাবোৰ শুনি অলপ লাজেই লাগিছিল।

মোৰ এই প্ৰথম প্ৰদৰ্শনীৰ সফলতাই বেছ কেইগৰাকীমান শিল্পী-সাহিত্যিকৰ লগত মোৰ আন্তৰিক যোগাযোগ গঢ়ি তোলে। এই যোগাযোগ মোৰ জীৱনৰ এটা পৰম আনন্দদায়ক অভিজ্ঞতা। কলিকতা মহানগৰীত অনুষ্ঠিত এই একক প্ৰদৰ্শনীখনে মোৰ সাগৰমুখী পথৰ এটি প্ৰথম 'মাইল ষ্টʼন'। সাগৰ পোঁছাবলৈ হʼলে আৰু কিমান যোজন পথ অতিক্ৰম কৰিব লাগিব! নতুন উদ্যমেৰে শিল্পসাধনাত আকৌ মন-প্ৰাণ ঢালি দিলো। মহানগৰীৰ নতুন বন্ধু-বান্ধৱৰ লগত চিঠিৰ আদান-প্ৰদানে আৰু পত্ৰ-পত্ৰিকাত প্ৰকাশিত সমালোচনাবোৰে মোক সেইসময়ত অনুপ্ৰাণিত কৰি ৰাখিছিল। স্বাভাৱিকতে জীৱনৰ দুখ-কষ্ট ঘাত-প্ৰতিঘাতে মোক নিৰাশ নকৰে, মই আশাবাদী। বিশ্বকবিয়ে এদিন লিখিছিল-

বিধাতা দিয়েছে যাৰে আনন্দেৰ ভাৰ
বক্ষে তাৰ বেদনা অপাৰ
তাৰ নিত্য জাগৰণ।

প্ৰদৰ্শনী শেষ হোৱাৰ পাছত মই অসমলৈ আকৌ উভতি আহো। বন্ধুবৰ লক্ষ্যধৰ চৌধুৰী আৰু হেম বৰুৱাই মোক কৈছিল— 'আপুনি কলিকতা মহানগৰীত ইমান সন্মান আৰু সমাদৰ লাভ কৰি আহিছে, অসমত এখন প্ৰদৰ্শনী পাতক।' তেওঁলোকৰ প্ৰশ্নৰ উত্তৰ মই এনেভাৱেই দিছিলো— এবাৰ মোৰ শিল্প সাধনাৰ ফল মহানগৰীৰ জনগণৰ আগত তুলি ধৰি উভতি আহিছো। আকৌ শিল্প সাধনাত মগ্ন হৈ গন্তব্য পথত আগবাঢ়িব লাগিব, কেইবছৰমান পাছতহে আকৌ আত্মপ্ৰকাশ কৰিম, এতিয়া নহয়। মোৰ এই কথাষাৰ শুনি তেওঁলোক অলপ আচৰিত হৈ কৈছিল— অৱশ্যে আপোনাৰ এই কথাটো অতি তাৎপৰ্যপূৰ্ণ। সৰাচৰাতে কʼবলৈ হʼলে শিল্পীয়ে শিল্প সৃষ্টিতেই পৰম আনন্দ লাভ কৰে— সেই আনন্দৰ তুলনাত প্ৰশংসা, সন্মান লাভ তুচ্ছ হৈ পৰে। মোৰ কলিকতাৰ প্ৰদৰ্শনীৰ পাছত প্ৰায় দুবছৰ কাল মই খাচী জয়ন্তীয়া পাহাৰৰ আৰু অসমৰ নানা ঠাইৰ নিসৰ্গ চিত্ৰ আঁকো। সেই অপৰূপ প্ৰকৃতিৰ বুকুত বিচৰণ কৰা নৰ-নাৰীৰ ৰূপ চিত্ৰপটত প্ৰতিফলিত কৰো আৰু লগতে চাহ বাগিচাৰ শ্ৰমিকৰ দৈনন্দিন জীৱনৰ ছবিও আঁকো। অৱশ্যে ষ্টুডিঅʼৰ ভিতৰতো মালাধৰণৰ কলা কৌশল আয়ত্ত কৰিবলৈ চেষ্টা কৰো। ইতিমধ্যে নতুন দিল্লীত আয়োজিত গ্ৰুপ প্ৰদৰ্শনীলৈ পঠিওৱা মোৰ ছবিবোৰ দেখি গ্ৰুপৰ সভ্যসকলে মই অতি কম সময়ৰ ভিতৰতে ইমান উন্নতি কৰা কাৰণে অভিনন্দন জনাইছিল।

এই সময়ত North East Frontier-ৰ বিশেষ উপদেষ্টা হিচাপে ডঃ ভেৰিয়াৰ এলউইন শিলঙলৈ আহে। তেওঁৰ সুৰুচিপূৰ্ণ ব্যৱহাৰে মোক আকৃষ্ট কৰিছিল। মোক দেখিয়েই 'I am always at home with artists' বুলি সম্ভাষণ জনায়। তেওঁ মোৰ লগত আধুনিক শিল্প সম্বন্ধে বহুত আলোচনা কৰে আৰু তেওঁৰ পৰিচিত কলিকতাৰ শিল্পীসকলৰ বিষয়ে খবৰ-বাতৰি লয়। মোৰ আঁকা অসমৰ জনজাতিৰ চিত্ৰবোৰে তেওঁক খুব আকৰ্ষণ কৰাত তাৰে বেছ কেইখনমান চিত্ৰ সংগ্ৰহ কৰে আৰু মাজে-সময়ে তেওঁৰ প্ৰবন্ধৰ লগত নানান পত্ৰিকাত প্ৰকাশ কৰে। তেওঁৰ গোটেই ঘৰটোৱেই ভাৰতৰ জনজাতিৰ শিল্পকৰ্মেৰে ভৰপূৰ আছিল। এই সুবিখ্যাত নৃতত্ত্ববিদগৰাকীৰ লগত হোৱা ব্যক্তিগত যোগাযোগে মোৰ ক্ষুদ্ৰ জ্ঞান-ভাণ্ডাৰটো সমৃদ্ধ কৰি তুলিছিল। সুদূৰ দেশৰ পৰা আহি জনজাতিৰ ছোৱালীৰ লগতে বৈবাহিক সূত্ৰেৰে আবদ্ধ হৈ ভাৰতক আপোন জ্ঞান কৰি নৃতত্ত্বৰ গৱেষণাত লিপ্ত হৈ জীৱন কটোৱা ব্যক্তি অতি বিৰল।

এদিনাখন এলউইনৰ লগত কথা পাতি থাকোতে তেওঁ মোক সুধিলে— 'ৰূপৰ অলঙ্কাৰ গঢ়া কোনো মানুহ আপুনি জানে নেকি?' এই কথাষাৰ শুনি মই তেওঁক ক'লো— আপুনি সংগ্ৰহ কৰা জনজাতিৰ কোনো অলঙ্কাৰ ভাগি গৈছে নেকি? নাই কোনো বস্তু ভগা নাই। মোৰ গৃহিণীয়ে দুই-এটা গহনা গঢ়াব খুজিছে, আপুনি যদি সময় কৰি তেওঁক এদিন লগত লৈ যাব পাৰে ভাল হয়, মই এই ঠাইৰ একো চিনি নাপাওঁ। আপুনি তেওঁক এদিন লৈ যাব পাৰিব নেকি? এটা সময় ঠিক কৰি মই তেওঁক লৈ ৰাওনা হ'লো। গাড়ী ৰখাই বৰবজাৰৰ এটা থিয় চিৰিয়েদি উঠি গৈ এখন সৰু দোকানৰ সমুখত উপস্থিত হ'লো। ৰূপৰ অলঙ্কাৰেৰে চকমকাই থকা সৰু গ্লাছ-কেছটোৰ ওচৰত বহি বগা চুলি-ডাঢ়িৰ এজন পাঞ্জাবী মানুহে এডাল দীঘল চুঙাৰে অঙঠাত ফুঁ দিছে। মহিলাগৰাকীয়ে এবাৰ অলঙ্কাৰবোৰলৈ এবাৰ মানুহজনলৈ চকুৰ পলক নেপেলাই চোৱা দেখি মই ঠিক ঠাইলৈকে আনিছো বুলি বুজিবলৈ বাকী নাথাকিল। ৰাতি পুৱাৰ ৰ'দ পৰি চক্‌চকাই উঠা অলঙ্কাৰবোৰৰ দৰেই তেওঁৰ চকুযুৰিও উজ্জ্বল হৈ উঠিছিল। অলঙ্কাৰৰ প্ৰতি নাৰীৰ দুৰ্বলতা চিৰন্তন যদিও এই ৰূপৰ গহনা গঢ়াত মগ্ন এই দীঘল বগা চুলি-ডাঢ়িৰ ৰূপৰ ৰূপকাৰজনে মোকো মুগ্ধ কৰিছিল। ভাবিছিলো ছবিৰ কাৰণে এটি সুন্দৰ বিষয়-বস্তু।

এলউইনে গোটেই জীৱন নৃতত্ত্বৰ গৱেষণাত লিপ্ত হৈ কটালেও সংসাৰৰ সৰু-সুৰা কৰ্তব্যৰ প্ৰতি উদাসীন নাছিল দেখি মই সঁচাকৈয়ে আচৰিত হৈছিলো। এদিন তেওঁ 'কা-বৰ্ড'ৰ পৰা এখন চিঠি উলিয়াই আনি মোক দেখুৱাই ক'লে— 'এইখন মহাত্মা গান্ধীয়ে মোলৈ লিখা চিঠি, মোৰ অমূল্য সম্পদ। অক্সফোৰ্ডত মই কিছুদিন ভাইচ্ প্ৰিন্সিপাল হিচাপে কাম কৰো। পাছত মিছনাৰী ৰূপে ভাৰতলৈ আহো আৰু মহাত্মা গান্ধীৰ অনুপ্ৰেৰণাত ভাৰততেই কাম কৰি জীৱন কটাইছো।' তেওঁৰ আৰু এটি অমূল্য সম্পদ মোক দেখুওৱাৰ কথা মনত পৰে। এইটো হ'ল হাতীৰ দাঁতৰ এটা সৰু বুদ্ধ মূৰ্তি। এই মূৰ্তিটো তেওঁ সদায় জেপত সুমাই ৰাখিছিল। অল ইণ্ডিয়া ৰেডিঅ'ৰ এটা

বিশেষ কামত এবাৰ তেওঁক লগ ধৰিবলগীয়া হৈছিল। সেইদিনা তেওঁ মোক 'The Art of the North-East' গ্ৰন্থখন সাদৰেৰে উপহাৰ দিয়ে। তেওঁৰ এই শেষ উপহাৰ মই আজিও এটি অমূল্য সম্পদ হিচাপে ৰাখিছো। নেফাৰ এটা শিল্পীপদত তেওঁ মোক ল'ব খুজিছিল। মই সেই কামটো গ্ৰহণ কৰিলে তেওঁ নিশ্চয় সুখী হ'লহেঁতেন কিন্তু মই তেতিয়া কোনো চৰকাৰী চাকৰিত নোসোমাও বুলি স্থিৰ কৰিছিলো। সেই সময়ত 'অল ইণ্ডিয়া ৰেডিঅ' আৰু ব্ৰডকাষ্টিঙৰ যুগ্ম সচিব আছিল জে. চি. মাথুৰ। তেওঁ এগৰাকী শিল্প-প্ৰেমিক ব্যক্তি আছিল। তেওঁ কলিকতা আৰু গুৱাহাটী ৰেডিঅ' ষ্টেচন দুটা সুসজ্জিত কৰিবৰ কাৰণে এটা পৰিকল্পনা কৰিছিল। তেওঁ মোৰ লগত দেখা কৰি গুৱাহাটীৰ ষ্টেচনটো সজাই তুলিবৰ কাৰণে মোক কমিছন কৰিছিল। বেছ কেইখনমান প্ৰাচীৰ চিত্ৰ, ৰেলিফ আৰু মূৰ্তিৰ কামৰ কাৰণে মই এটা পৰিকল্পনা কৰি কিছু 'কাৰ্টুন' আঁকি উলিয়াও আৰু সেইসময়ৰ গুৱাহাটীৰ ষ্টেচন ডিৰেক্টৰ শ্ৰীগোপাল দাসৰ লগত আলোচনা কৰো। বন্ধুবৰ গোপাল দাস এগৰাকী কলা-প্ৰেমিক মানুহ। ভেৰিয়াৰ এলউইনেও মোক এই বিষয়ে সহায় কৰিবলৈ আগবাঢ়িছিল। দুখৰ বিষয় কামটো হাতত লোৱা সময়ত চীন-ভাৰত সংঘৰ্ষৰ কাৰণে চৰকাৰে কিছুদিনৰ কাৰণে কামটো স্থগিত ৰাখিবলৈ মোক জনালে। গোপাল দাস বদলি হোৱাত সেই ঠাইত এজন অসমৰে মানুহ ডিৰেক্টৰ হৈ আহে। দেশৰ অৱস্থা স্বাভাৱিক হৈ অহাত মই কামটো হাতত ল'ব খুজিছো বুলি ডিৰেক্টৰক জনালো। তেওঁ এই সম্পৰ্কে মোৰ খাটনিৰ কথা নাভাবি আৰু মাথুৰকো একো নজনাই ফাইলটো ক্লজ কৰি শান্তি লভিলে। মাথুৰে পাথৰৰ ৰেলিফ কাম কৰিবলৈ কেইজনমান উড়িষ্যাৰ নিপুণ পাথৰ খোদাই কৰা মানুহো দিবলৈ স্থিৰ কৰিছিল। এই প্ৰজেক্টটো ৰিভাইভ কৰা হ'লে অসমত এটা আধুনিকভাৱে সু-সজ্জিত ৰেডিঅ' ষ্টেচন হ'লহেঁতেন। দুখৰ বিষয় এই যে এনে এটা কামত তেওঁ সম্পূৰ্ণ উদাসীন হোৱা দেখি মই আচৰিত হৈছিলো।

মই শিলঙত কটোৱা কালছোৱাত তালৈ ভাৰতৰ আন ঠাইৰ মানুহৰ বেছি সমাগম নহৈছিল। সুবিখ্যাত সঙ্গীত শিল্পী দিলীপ কুমাৰ ৰায়ৰ লগত মোৰ প্ৰথম দেখা হয় লেডি কীন কলেজৰ অধ্যাপিকা উষা ভট্টাচাৰ্যৰ ঘৰত যহা এখন গানৰ মজলিচত। উষা ভট্টাচাৰ্য শ্ৰীঅৰবিন্দৰ ভক্ত আছিল। দিলীপ ৰায়ে মোৰ এখন ছবি পণ্ডিচেৰীলৈ লৈ গৈ শ্ৰীঅৰবিন্দক দেখুৱাইছিল। ছবিখন দেখি শ্ৰীঅৰবিন্দই মই এজন 'Promising artist' বুলি কোৱা কথাষাৰ দিলীপ ৰায়ে লিখি জনোৱাত মই খুব অনুপ্ৰাণিত হৈছিলো। হিন্দুস্থান পত্ৰিকাৰ সম্পাদক ডঃ শশধৰ সিংহ এবাৰ আহিছিল। অৱশ্যে তেওঁৰ বিদেশী পত্নীৰ লগত কিতাপৰ ইলাষ্ট্ৰেচন কামৰ ভিতৰেদি মোৰ এটা যোগাযোগ আছিল। শিলঙত কটোৱা দিনকেইটাত তেওঁলোক দুয়ো প্ৰায়েই মোৰ তালৈ আহিছিল। এদিন কথাই কথাই তেওঁলোকে মোক কৈছিল— 'আমি বহুত শিল্পীৰ ষ্টুডিঅ'লৈ মাজে-সময়ে যাওঁ; কিন্তু আপোনাৰ ষ্টুডিঅ'টো চাৰিওফালৰ এই প্ৰাকৃতিক সৌন্দৰ্যৰ লগত মিলাই এনে পৰিপাটিকৈ সজাই ৰাখিছে দেখি আমি খুব আনন্দ লাভ কৰো।'

এসময়ত সুবিখ্যাত ঔপন্যাসিক তাৰাশঙ্কৰ বন্দ্যোপাধ্যায় শ্বিলঙলৈ আহি এই চহৰখনক কেৰাণীগঞ্জ বুলি অভিহিত কৰে। এতিয়া এই কথাষাৰৰ কিবা তাৎপৰ্য আছেনে নাই সেইটো আলোচনা কৰা নিষ্প্ৰয়োজন; কিন্তু মই কলিকতালৈ আহি সেই যুগৰ কেৰাণীসকলৰ অৱস্থা বেহ মন কৰিছিলো। অফিচ-আওৱাৰৰ প্ৰচণ্ড ভিৰ আৰু গৰমত ঠেলা-হেঁচা কৰি ট্ৰাম-বাছত ওলমি বা চেপা খাই হাফ-বইল হৈ অফিচত উপস্থিত হোৱাৰ দৃশ্যটো দেখি বেয়া লাগিছিল কিন্তু উপায় বা কি, Attendence Register -ত দহটাৰ সময়ত চহি পৰিবই লাগিব।

এবাৰ শ্যামাপ্ৰসাদ মুখোপাধ্যায় এটা বক্তৃতা দিবৰ কাৰণে শ্বিলঙলৈ আহে। তেওঁ বক্তৃতা দিয়া সময়ত মই তেওঁৰ এখন স্কেচ্ কৰি অট'গ্ৰাফ্ লৈছিলো। পাছদিনাখন ৰাতিপুৱা তেওঁ আমাৰ ঘৰলৈ আহে। দেউতা ওলাই অহাত তেওঁ ক'লে— 'এখানে এসেছি যখন আমাৰ বাবাৰ বন্ধুৰ সঙ্গে একবাৰ দেখা না কৰে যাওয়াটো কি উচিত হবে? তাই চলে এলাম।' হুমায়ুন কবীৰৰ লগতো শ্বিলঙতেই মোৰ প্ৰথম পৰিচয় হয়। তেওঁৰো এখন স্কেচ্ কৰি অট'গ্ৰাফ্ লোৱাৰ কথা মনত পৰে। সেইসময়ত বাহিৰৰ পৰা অহা কেইগৰাকীমান জ্ঞানী-গুণী মানুহৰ লগত মোৰ পৰিচয় হোৱাৰ সৌভাগ্য হৈছিল।

এগৰাকী বিশিষ্ট ব্যক্তি যাৰ লগত পৰিচয় হৈছিল তেওঁৰ কথা মনত পৰিছে— তেওঁ হ'ল শিক্ষাবিদ ত্ৰিগুণা সেন। শ্বিলঙত থকা কালত তেওঁৰ আৰু আমাৰ ঘৰ এটা 'কম্পাউণ্ড'তেই আছিল। তেওঁ তেতিয়া জাৰ্মানীৰ পৰা উভতি আহি কোনো কামত যোগদান কৰা নাছিল। কিছুদিন পাছতহে এটা কাম লৈ ডিব্ৰুগড়লৈ যায়। তেওঁ বহুত সময়ত নানান ধৰণৰ হাস্যৰসাত্মক কথা কৈ আমাক যথেষ্ট আনন্দ দান কৰাৰ কথা আজিও পাহৰা নাই।

ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ লগত মোৰ প্ৰথম দেখা হয় জয়মতী ছায়াচিত্ৰৰ নিৰ্মাণ কালত। অসমৰ সংস্কৃতি জগতৰ উজ্জ্বল তাৰকা জ্যোতিপ্ৰসাদৰ বিষয়ে আলোচনা কৰিবলৈ হ'লে এখন সম্পূৰ্ণ গ্ৰন্থৰ প্ৰয়োজন। তেওঁৰ বহুমুখী প্ৰতিভাই মোৰ এই সাগৰমুখী অভিযানত যথেষ্ট অনুপ্ৰেৰণা দান কৰিছিল। তেওঁৰ সমন্বয়কামী প্ৰচেষ্টাই অসমৰ সংস্কৃতি জগতখনি স্পন্দিত কৰি ৰাখিছিল। অসাধাৰণ প্ৰতিভাৰ অধিকাৰী এই ব্যক্তিৰ কথা ক'বলৈ গ'লে বহুত স্মৃতিয়ে সহাৰি দি উঠে। এই মুহূৰ্তত মনত পৰিছে শ্বিলঙৰ এটি জ্যোতিৰ্ময় প্ৰভাতৰ কথা। জ্যোতিপ্ৰসাদৰ জীৱন ৰবি অস্ত যোৱাৰ কেইমাহমান আগতে মোৰ লগত হোৱা আলোচনাৰ কথা কথ খুজিলে লাইমোখ্ৰাৰ 'ৰদালি'ৰ মোৰ সৰু ষ্টুডিঅ'টোৰ কথা চকুৰ আগত ভাঁহি উঠে। সেই ষ্টুডিঅ'টো আজি নাই ৰূপকোঁৱৰো আজি নাই। সেইদিনাখন তেওঁ অতি ধীৰে ধীৰে কৈ গৈছিল শিল্পীপ্ৰাণৰ কতনো অপ্ৰকাশিত বেদনাৰ কথা— 'কত বেলি লুইতৰ বুকুত যাৰ গ'ল— সংসাৰ চক্ৰত পৰি ক'ত নাটক, ক'ত অভিনয়, ক'ত ছায়া ছবিৰ পৰিকল্পনা বুকুতে আজিও বৈ গৈছে...।' শাৰীৰিক অৱনতিয়ে তেওঁৰ অন্তৰৰ শক্তি মন্দিৰটোও যেন দুৰ্বল আৰু ম্লান কৰি পেলাইছিল। তথাপি মনৰ ওপৰত ভিৰ দি এই কথাটোকেই

কৈছিল— 'প্ৰাণৰ কষ্টৰ ওৰ পেলাবলৈ হ'লে আকৌ কামত হাত দিব লাগিব যেন দেখিছো।' এনে এগৰাকী যথাৰ্থ শিল্পীৰ এই কথাকেইটাই মোক বিচলিত কৰিছিল, ভাবিছিলো শিল্পীৰ পক্ষে সৃষ্টিৰ আনন্দৰ পৰা বঞ্চিত হোৱাটো কি ভয়াবহ!

বেছ কিছুদিন উকলি যোৱাৰ পাছত এদিন ৰাতিপুৱা মোৰ এজন বন্ধু আহি খবৰ দিলে— জ্যোতি ককাইদেউ ৰবাৰ্টছ্ হাস্পতালত এতিয়া চিকিৎসাধীন। কথাষাৰ শুনি খুব বেয়া লাগিল, তাতে পৰহিদিনা অসম এৰি যাবলৈ স্থিৰ কৰিছো। এনে অৱস্থাত তেওঁক এতিয়াই এবাৰ চাই অহা উচিত বুলি হাস্পতাল পালোঁগৈ। অলপ পাছতে ইউৰোপিয়ান ওৱাৰ্ডৰ কুঠৰিত সোমাই তেওঁৰ বিছনাৰ ওচৰত থিয় দিয়াৰ লগে লগেই দুয়োখনি হাত মেলি মোক সাৱটি ধৰি বহি পৰি কোৱা কথাষাৰ মনত পৰিলে এতিয়াও কষ্ট হয়— 'মই কি সুস্থ হৈ উঠিব পাৰিম— আকৌ কি আপোনালোক সকলোৰে আশীৰ্বাদ শিৰ পাতি লৈ নতুনকৈ কামত ধৰিব পাৰিম?' তেওঁৰ মুখৰ এই কথাকেইষাৰ শুনি খুব দুখ পাইছিলো। অগ্ৰজপ্ৰতিম প্ৰথিতযশা শিল্পীক নানা কথা কৈ অলপ সান্ত্বনা জনাই বিদায় লৈ ওলাই আহিলো। বন্ধুজনে মোক ক'লে ককাইদেউৰ নৰিয়া টান ধৰণৰেই। এই কথাষাৰে মোৰ হিয়া ধু-ধুৱাই তুলিছিল। ভাবিছিলো যোৱাৰ আগতে জ্যোতি ককাইদেউক কি শেষ শ্ৰদ্ধাঞ্জলি জনাই আহিলো নেকি? বাস্তৱ অতি কঠোৰ; মই কলিকতা পোৱাৰ কেইদিনমানৰ পাছতেই শুনিলো ৰূপকোঁৱৰে ইহ জগতৰ পৰা বিদায় ল'লে। জ্যোতিৰ জ্যোতি নুমাই গ'ল। 'আইৰ পূজাৰ বেলি হল' সুৰটি যেন আকাশে-বতাহে ভাঁহি উঠিছিল। এনেভাৱেই বহুত শিল্পীয়েই বহুত কাম অসমাপ্ত অৱস্থাত এৰি যাবলগীয়া হয়।

জ্যোতিপ্ৰসাদৰ প্ৰতিভাৰ কথা ভাবিলে আশ্চৰ্য নহৈ নোৱাৰি। তেওঁ একেধাৰে কবি, গীতিকাৰ, সুৰশিল্পী, নাট্যকাৰ, চলচ্চিত্ৰ নিৰ্মাতা আৰু স্বাধীনতা সংগ্ৰামৰ এগৰাকী নিৰ্ভীক যুঁজাৰু। দেশ-কালৰ সঙ্কীৰ্ণ সীমাৰেখাই তেওঁৰ শিল্পী প্ৰাণক আবদ্ধ কৰি ৰাখিব নোৱাৰিছিল। সেয়েহে তেওঁ এদিন লিখিছিল— 'গাঁৱৰ গণ্ডিতো থাকি— উপজিয়ে হৈ আছো বিশ্ব নাগৰিক।' বিশ্বজনীনতাই আছিল শিল্পীৰ জীৱন-দৰ্শন। বিশ্বৰ নানা হাটৰ পৰা কত কি আহৰণ কৰি আনি দেশৰ সংস্কৃতি ভাণ্ডাৰ সমৃদ্ধ কৰি তুলিছিল।

'সাত মহাদেশ সাতবাৰ ঘূৰি ফুৰি
আনৰ মাণিক মুকুতা আনিম অঞ্জলি ভৰি ভৰি।'

সেই যুগতেই তেওঁ নাগৰিক সমাজত অনাদৃত আইনাম, বিয়ানাম, বিহুগীত, বনগীত আদি লোকসঙ্গীতৰ লগত ভাৰতীয় ৰাগসঙ্গীত আৰু পাশ্চাত্য সঙ্গীতৰ সমন্বয় সাধন কৰি অথচ অসমীয়া ঠাঁচ অক্ষুণ্ণ ৰাখি আধুনিক সঙ্গীত সৃষ্টি কৰে। খোল, তাল, পেঁপা, ডবা ইত্যাদি অসমীয়া বাদ্যযন্ত্ৰৰ লগত চেতাৰ, এচৰাজ আৰু বিদেশী অৰ্গেন, পিয়ানো ব্যৱহাৰ কৰি অৰ্কেষ্ট্ৰাৰ প্ৰবৰ্তন কৰে। এইবিষয়ে তেওঁৰ বক্তব্য হ'ল আধুনিক

সভ্যতাৰ গতিপথ লক্ষ্য কৰিলে বুজা যায় যে এই ত্ৰিবেণী সঙ্গম হোৱাই শ্ৰেয়।

তেওঁৰ দেশাত্মবোধক কবিতা আৰু গীতবোৰে অসমীয়া ডেকা-গাভৰুক দেশৰ হকে আত্মদান কৰিবলৈ এদিন অনুপ্ৰাণিত কৰিছিল—

'লুইতৰ পাৰৰে আমি ডেকা ল'ৰা
মৰিবলৈ ভয় নাই।'
বা
'সাজু হবৰেঁ হ'ল ডেকা ল'ৰা
সাজু হবৰে হ'ল
তোৰ তপ্ত ৰুধিৰ ঢালি আয়েৰক
শক্তি দিবৰৈ হ'ল।'

অসমৰ সঙ্গীত জগতত তেওঁৰ দান অবিস্মৰণীয়। 'জ্যোতি সঙ্গীত' অসমৰ এটি সুকীয়া সম্পদ। তেওঁৰ একান্ত কামনা আছিল এই পৃথিৱী হ'ব শান্তি, প্ৰীতি আৰু মৈত্ৰীৰ বাসভূমি— শিল্পীৰ পৃথিৱী। যুগে যুগে যথাৰ্থ শিল্পীসকলে এই কামনাই কৰি আহিছে। শিল্পীৰ এই হাবিয়াস কোনোদিন কি পূৰ্ণ হ'ব?

কবি নলিনীবালা দেৱীৰ লগত ল'ৰাকালৰ পৰাই মোৰ এটা আন্তৰিক যোগাযোগ গঢ়ি উঠিছিল। মোৰ প্ৰতি মৰম-চেনেহ তেওঁৰ জীৱন অৱসান হোৱালৈকে অটুট আছিল। অকালতে বিধৱা হৈ আৰু পুত্ৰশোকত জৰ্জৰিত হৈয়ো তেওঁ সত্য সুন্দৰৰ পূজাত জীৱন কটায়। এই কথা ভাবিলে বাংলাৰ স্বনামধন্যা কবি প্ৰিয়ম্বদা দেৱী কামিনী ৰায়ৰ কথা মনত পৰে। এনেকুৱা বেছ কেইগৰাকীমান মহিলা কবিয়ে ঘাত-প্ৰতিঘাতৰ মাজত জীৱন অতিবাহিত কৰিও স্বপ্ৰতিভাৰ বিকাশ সাধন কৰিবলৈ সমৰ্থ হৈছিল। ভাৰতীয় আধ্যাত্মবাদৰ আদৰ্শই নলিনীবালাক অনুপ্ৰাণিত কৰি তুলিছিল। তেওঁ দুঃখবাদী হ'লেও ঈশ্বৰ বিশ্বাসী হৈ জীৱনৰ দুঃখ-যন্ত্ৰণাৰ পৰা মুক্তি লাভ কৰিবলৈ প্ৰয়াস কৰিছিল—

'ধূলিময়, পৃথিৱীৰ পৰা
নজ'বানে তুলি?
তোমাৰ অমৃত স্পৰ্শে
শীতলাই তনু মন প্ৰাণ—
নিদিবানে শেষবাৰ শোক দুঃখ সন্তাপ পাহৰা—
শান্তিময় চৰণত স্থান।'

নলিনীবালাৰ লগত মোৰ শেষ দেখা হয় শৰণীয়া পাহাৰৰ তেওঁৰ ঘৰতে। সেইদিনা মই আৰু বীণা দুয়ো তেওঁক দেখা কৰিবলৈ যাওঁ। মোক দেখা পাই

আঁকোৱালি ধৰি কতনো মৰম সাদৰ জনালে। বীণাক ক'লে— 'হেমন্তক আগে মৰম-সাদৰ জনোৱা কাৰণে তুমি কি বেয়া পালা? আহা আহা, এতিয়া তোমাক মৰম-সাদৰ জনাও।' এই কবি প্ৰাণৰ বহুত অন্তস্পৰ্শী মধুৰ কথা মনত পৰিলে আজিও ভাল লাগে। অসমলৈ গ'লেই তেওঁক এবাৰ দেখা নকৰি অহা নাই যদিও এইবাৰেই তেওঁৰ লগত আমাৰ শেষ দেখা বুলি সেইদিনা ভাবিব পৰা নাছিলো। আকৌ অসমলৈ গৈ তেওঁক আৰু দেখা নাপালো কাৰণে খুব দুখ পাইছিলো। কবি নলিনীবালা আমাৰ পৰা চিৰবিদায় ল'লেও তেওঁৰ সুললিত কবিতাৰ কলিবোৰ চিৰ সেউজীয়া হৈ থাকিব।

বিমলাপ্ৰসাদ চলিহা দিখৌপাৰৰ মানুহ। ককাইদেউৰ সহপাঠী বন্ধু আছিল কাৰণে তেওঁৰ লগত মোৰ বহুত দিনৰ পৰিচয়। অসমলৈ গ'লে তেওঁৰ লগত কেতিয়াও দেখা নকৰি অহা নাছিলো। এবাৰ শ্বিলঙলৈ যাওঁতে কোনো এঠাইত তেওঁৰ লগত দেখা হোৱাত মোক তেওঁৰ তালৈ এবাৰ আহিবলৈ কৈছিল কিন্তু কোনো এটা কামত ব্যস্ত হৈ পৰি যাব পৰা নাছিলো। তেওঁ কিন্তু মোৰ কথা পাহৰি যোৱা নাছিল বুলিয়েই— 'তুমি এতিয়ালৈকে মোৰ তালৈ কিয় অহা নাই' বুলি ফোন কৰিছিল। পাছদিনা স্বাতিপুৰা বীণা আৰু মই দুয়ো তেওঁক দেখা কৰোঁতে তেওঁ খুব আনন্দিত হৈছিল। ভাবিছিলো তেওঁ এতিয়া অসমৰ মুখ্যমন্ত্ৰীৰ জটিল সমস্যাত ব্যস্ত থাকিও আমাক পাহৰা নাই আৰু তেওঁৰ মৰম-চেনেহৰ পৰা আজিও বঞ্চিত হোৱা নাই। কোৱা বাহুল্য যে পৰ্বত-ভৈয়ামৰ মানুহৰ মাজত বিমলাপ্ৰসাদ এগৰাকী জনপ্ৰিয় ব্যক্তি হৈ উঠিছিল। তেওঁৰ অকাল মৃত্যুত জাতি-ধৰ্ম-নিৰ্বিশেষে অসমৰ জনগণ শোকাতুৰ হৈ পৰিছিল। ব্যক্তিগতভাৱে এই খবৰটোৱে মোক শোকাতুৰ কৰিছিল।

বিমলাপ্ৰসাদে কলিকতা আৰু দিল্লীৰ অসম ভৱন দুটা সুসজ্জিত কৰিবৰ কাৰণে মোক এটা পৰিকল্পনা কৰি দিবলৈ কৈছিল। এই বিষয়ে চিন্তা কৰি যি পৰিকল্পনাটো কৰো সেইটো তেওঁ বিচৰামতে শিক্ষা বিভাগলৈ পঠিয়াই দিছিলো। দুখৰ বিষয় এইটোৱেই যে ৰঙা-ফিতাৰ পাকত পৰি 'লে আউট'টো ক'ত হেৰাল নাজানিলো। শিক্ষা বিভাগৰ ডাইৰেক্টৰে মোক কোৱা কথাষাৰ মনত পৰিলে এতিয়াও বেয়া লাগে— 'তোমাৰ স্কীমটো মোৰ মেজৰ পৰাই হেৰাই গ'ল, এতিয়া কৰিবলৈ একো নাই।' এনেকুৱা ঘটনা লৈ মূৰ ঘমাই সময় নষ্ট কৰা অনুচিত বুলি ধৰি লৈ ইমানতে সামৰণি মাৰিবলগীয়া হ'ল।

এবাৰ নতুন দিল্লীত ললিত কলা একাডেমিৰ চেক্ৰেটাৰীৰ লগত দেখা হোৱাত ললিত কলাত অসমৰ কোনো প্ৰতিনিধি নাই বুলি মোক জনোৱাত মই অসমৰ পৰা এজন প্ৰতিনিধি মনোনীত কৰিবৰ কাৰণে সেইসময়ৰ শিক্ষামন্ত্ৰী দেৱকান্ত বৰুৱালৈ এখন চিঠি দিছিলো। মোৰ চিঠিখন পাই তেওঁ এজন শিল্পীক মনোনীত নকৰি তাৰ ঠাইত এজন amateur নৃত্য-শিল্পীক পঠিয়াই দিয়ে। দ্বিতীয়বাৰ ভবেশ সান্যালৰ লগত দেখা হোৱাত তেওঁ মোক এই কথাটোৱেই সুধিছিল— 'অসমত কি কোনো শিল্পী নাই, যিজন মানুহক পঠিওৱা হৈছে তেওঁ এজন amateur নৃত্য-শিল্পী, চিত্ৰশিল্প বা ভাস্কৰ্যৰ

বিষয়ে একোকেই নাজানে।

মই অসমৰ বাহিৰত বহুকাল কটালেও শিল্প-ক্ষেত্ৰত অসমক আগুৱাই নিবলৈ যথেষ্ট অৱকাশ আছিল বুলিয়েই বহুত কথাই সময়ে সময়ে যথোচিতভাৱে উনুকিয়াই দিছিলো; কিন্তু এই বিষয়ে হৰ্তা-কৰ্তাসকলৰ পৰা কোনো সহাৰি নাপালো। সহাৰি পালে হয়তো বহুকাল আগেয়েই বিজ্ঞান সম্মতভাৱে এটা শিল্পবিদ্যালয় অসমত প্ৰতিষ্ঠিত কৰা গ'লহেঁতেন। ইয়াৰ উপৰিও গুৱাহাটী বিশ্ববিদ্যালয়ত Faculty of Art গঢ়ি তুলিবলৈকো কেইবাবাৰো উনুকিয়াইছিলো। এবাৰ ভবেশ সান্যাল অসমলৈ যোৱা সময়ত এইবিষয়ে মন্ত্ৰী মহোদয়কো বিশেষভাৱে জনাইছিলো, কথাটো তেওঁলোকে আওকাণ কৰিলে।

মোৰ এই সকলো প্ৰচেষ্টাই অৰণ্যত ৰোদন বুলি ক'ব পাৰি। এবাৰ গুৱাহাটীত ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ লগত দেখা হোৱাত তেওঁ মোক কোৱা এষাৰ কথা আজিও মনত পৰে— 'গুৱাহাটী বিশ্ববিদ্যালয়ত এটা আৰ্ট ফেকাল্‌টিৰ পৰিকল্পনা কৰিবৰ কাৰণে কেইদিনমান আগতে মোক অনুৰোধ কৰিছে কিন্তু শিল্প সম্পৰ্কে মইতো বিশেষ একো নাজানো।'

মই অসমত থকা কালছোৱাত আন্তৰিক যোগাযোগ থকা কেইগৰাকীমান বন্ধুৰ কথা লিখাটো অতি প্ৰয়োজনীয় বুলি ভাবো। তাৰ ভিতৰত উল্লেখযোগ্য হ'ল কমল চৌধুৰী আৰু শ্ৰীলক্ষ্যধৰ চৌধুৰী। বন্ধুবৰ কমল চৌধুৰী আমাৰ মাজত নাই, কিছুদিন আগতে তেওঁ আমাক এৰি গ'ল। কমল এজন সঙ্গীত শিল্পী, সুবক্তা, অভিনেতা আৰু ছায়াছবি নিৰ্মাতাৰূপে অসমৰ সংস্কৃতি জগতত সুপৰিচিত হৈ ৰৈছে। সুবিখ্যাত ছায়াছবিৰ পৰিচালক প্ৰমথেশ বৰুৱাৰ লগত তেওঁৰ যোগাযোগ হোৱাত ছায়াছবিৰ প্ৰতি এদিন আকৃষ্ট হয আৰু ছায়াছবিত হাত দিয়ে। জ্যোতিপ্ৰসাদ আৰু বিষ্ণু ৰাভাই উৎসাহ দান কৰাত তেওঁ ছায়াছবিৰ নিৰ্মাতা হৈ যথেষ্ট সুনাম অৰ্জন কৰে। কমলে কলিকতাৰ ৰেডিঅ' ষ্টেচনতো কিছুদিন কাম কৰিছিল। তেওঁ মোক এদিন কৈছিল— 'মোৰ কপাল বেয়া বুলিযেই কলিকতা এৰি আহিলো। তাত লাগি থাকিলে ইমানদিনে আৰু বহুত কাম কৰিব পাৰিলোহেঁতেন। আমাৰ দেশত শিল্পীৰ কাৰণে সুযোগ সুবিধা নাই। দেখিছাইতো চৰকাৰ কেনে উদাসীন। মাজে-সময়ে মনত পৰে বিয়াল্লিশৰ আন্দোলনতো সাধ্য অনুসাৰে কিছু কাম কৰিছিলো। এতিয়া দেখিছো স্মৃতিচাৰণাৰ বাহিৰে একো কৰিবলৈ নাই। আমাৰ দেশত শিল্পকলাৰ কাৰণে এটা স্বাভাৱিক বাতাবৰণ সৃষ্টি হ'বলৈ বহুত যুগ লাগিব।'

খেল জগতৰ স্বনামধন্য খেলুৱৈ শ্ৰীশৰৎ দাসে মোক এদিন কৈছিল— 'মোহন বাগানৰ ফুটবল টিমৰ কেপ্টেন পদৰ পৰা অৱসৰ লোৱাৰ পাছত কলিকতাৰ 'ফুড ডিপাৰ্টমেণ্টত' এটা চাকৰি লৈ আৰু ৰাতিপুৱা-আবেলি অ'ত-ত'ত 'ক'চ' কৰি জীৱন কটাইছো। ভাবিছিলো অসমলৈ উভতি গৈ উঠি অহা ডেকা খেলুৱৈসকলক ভালদৰে শিকাই তুলিব পাৰিম। সেইকাৰণে অসমত এটা চাকৰি বিচাৰিছিলো; কিন্তু চাকৰি

নুজুটিল। মোৰ অভিজ্ঞতা দেশৰ কোনো কামত নালাগিল। এইবিষয়ে দেশৰ মানুহে কোনো কাণ নিদিলে।'

কমল চৌধুৰীৰ দৰে হেম বৰুৱা আৰু শ্ৰীলক্ষ্যধৰ চৌধুৰীৰ লগতো মোৰ এটা ঘনিষ্ঠ সম্পৰ্ক আছিল। এই তিনিওগৰাকী বন্ধুৱেই বিয়াল্লিশৰ আন্দোলনত সক্ৰিয় ভূমিকা গ্ৰহণ কৰিছিল। একালত লোকসভাৰ সদস্য হিচাপে সুনাম অৰ্জন কৰা হেমবৰুৱা এগৰাকী সুলেখকো আছিল। দুখৰ কথা তেওঁ আমাক অকালতে এৰি যায়। নাট্যকাৰ আৰু অভিনেতা লক্ষ্যধৰ চৌধুৰী কিছুদিন অসম মন্ত্ৰীসভাৰ সদস্য আছিল। সুখৰ বিষয় যে তেওঁ এতিয়াও কৰ্মৰত আৰু ইতিমধ্যে গ্ৰন্থ প্ৰণয়ন কৰি সুনাম অৰ্জন কৰিছে।

বিয়াল্লিশৰ আন্দোলনত যোগদান কৰা এজন প্ৰসিদ্ধ লেখক হ'ল শ্ৰীবীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য। এসময়ত তেওঁ ৰামধেনু আলোচনীৰ সম্পাদক আছিল। এই আলোচনীৰ মাধ্যমেৰে আধুনিক অসমীয়া কবিতাৰ যথেষ্ট উৎকৰ্ষ সাধন হয়। নগা পাহাৰৰ নানান সমস্যা লৈ ৰচিত 'ইয়াৰুইঙ্গম' গ্ৰন্থখনিয়ে তেওঁক ঔপন্যাসিক হিচাপে প্ৰতিষ্ঠিত কৰে। চীনা আক্ৰমণৰ সময়ত লিখা তেওঁৰ 'শতঘ্নী' কিতাপখন উল্লেখযোগ্য। বিয়াল্লিশৰ আন্দোলনৰ পটভূমিকাত লিখা তেওঁৰ 'মৃত্যুঞ্জয়' গ্ৰন্থখনে জ্ঞানপীঠ পুৰস্কাৰ লাভ কৰে। ইয়াৰ উপৰিও তেওঁৰ কবিতা, চুটি গল্প আদিয়ে অসমীয়া সাহিত্যক সমৃদ্ধ কৰিছে।

ডঃ সত্যেন্দ্ৰ নাথ শৰ্মা আৰু এগৰাকী স্বনামধন্য ব্যক্তি। অসমীয়া সাহিত্যৰ বুৰঞ্জী প্ৰণয়ন কৰি সুনাম অৰ্জন কৰা এই লেখক বহুকাল গুৱাহাটী বিশ্ববিদ্যালয়ৰ লগত জড়িত থাকি এতিয়া অৱসৰ লৈছে। 'অসমীয়া সাহিত্যৰ ইতিবৃত্ত', 'অসমীয়া কাহিনী কাব্যৰ প্ৰবাহ', 'অসমীয়া উপন্যাসৰ গতি ধাৰা' ইত্যাদি বহু মূল্যবান গ্ৰন্থ ৰচনা কৰি তেওঁ অসমীয়া সাহিত্যক পৰিপুষ্ট কৰিছে। মনত পৰিছে বেছ কেইবছৰমান আগতে মোৰ এই গ্ৰন্থখনিৰ এটি অধ্যায় এখন আলোচনীত পঢ়ি ভালপাই শৰ্মা ডাঙৰীয়া আৰু বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই মোৰ তালৈ আহি অভিনন্দন জনাই আৰু কিতাপখন সোনকালে ছপাই উলিয়াবলৈ মোক উৎসাহিত কৰে। বন্ধুবৰ যুগল দাস কেইমাহমান আগতে আমাক এৰি গ'ল। তেওঁ এগৰাকী গুণী ব্যক্তি আছিল। তেওঁ এজন ভাল খেলুৱৈ আছিল আৰু ল'ৰাকালৰ পৰাই ছবি আঁকি সুনামো অৰ্জন কৰিছিল। জীৱনৰ শেষৰ ফালে প্ৰাচীন অসমীয়া শিল্প আৰু হস্তশিল্পৰ বিষয়ে প্ৰবন্ধ-পাতি লিখিবলৈ আৰম্ভ কৰে। তেওঁৰ এইবিষয়ে কেইখনমান ভাল গ্ৰন্থও আছে। 'প্ৰকাশ' আলোচনীত প্ৰকাশিত 'ৰণথলি' নামৰ আত্মজীৱনীখন তেওঁৰ জীৱদ্দশাত গ্ৰন্থ হিচাপে প্ৰকাশ হৈ নুঠিল। কটন কলেজিয়েট স্কুলত পঢ়া-শুনা কৰা দিনৰ পৰাই তেওঁৰ লগত মোৰ যোগাযোগ আছিল। অসম সাহিত্য সভাৰ কামপুৰ অধিৱেশনত তেওঁৰ লগত দেখা হোৱাত মোক কৈছিল— 'আপুনি দেশৰ বাহিৰত গোটেই জীৱন কটাব লগীয়া হৈছে কাৰণে আমি খুব দুখ পাইছো। আমি কোনো এটা সুযোগ সুবিধা কৰি আনিব নোৱৰা কাৰণে বেয়া লাগিছে। চৰকাৰৰ ফালৰ পৰা একো নহ'লেও বাইজৰ ফালৰ পৰা কোনো এটা দায়িত্ব

নি আপোনাক আনিব লাগিছিল। আপোনাৰ অভিজ্ঞতাই তৰুণ অসমীয়া শিল্পীসকলক অনুপ্ৰাণিত কৰিব পাৰিলেহেঁতেন।' যুগল দাসৰ লগত মোৰ এয়েই শেষ দেখা।

কলিকতালৈ অহাৰ আগতে বেছিভাগ সময় মই শ্বিলঙত কটাবলগীয়া হৈছিল। খাছী আৰু জয়ন্তীয়া পাহাৰৰ বতৰৰ কথা তাত থকা মানুহে ভালদৰেই জানে। ইয়াৰ বতৰৰ কথা 'ওবেদাৰ পণ্ডিতসকলে নিৰ্ণয় কৰিব নোৱাৰিছিল।' এইবিষয়ে বাৎস্যায়নৰ কৌতুকপূৰ্ণভাৱে কোৱা কথাষাৰ মনত পৰিছে- 'আপোনালোকৰ ইয়াত ছয় ঋতুৰ দুটাহে মাথোন প্ৰকটভাৱে দেখা দিয়ে— শীত আৰু বৰ্ষা।' কথাষাৰ আংশিকভাৱে সত্য। প্ৰকৃতি ইয়াত খেয়ালী, সেই কাৰণে শ্বিলঙৰ মানুহে লাবান পাহাৰৰ টিংটোত মেঘৰ খেল চাই দিনটোনো কেনে হ'ব থিৰাং কৰিবলৈ সদায় চেষ্টা কৰিছিল। এসময়ত আমেৰিকাৰ কেটস্কিল পৰ্বতৰ দাঁতি-কাষৰীয়া গাঁৱৰ তিৰোতাসকলে এই টিংটোলৈ চাই বতৰৰ কথা 'বেৰ'মিটাৰ'ৰ দৰেই নিৰ্ণয় কৰিবলৈ সমৰ্থ হৈছিল। লাবান পাহাৰৰ টিংটো মেঘে আৱৰি নধৰিলে বেছ কেইঘণ্টামান বৰষুণ নাহে বুলি মই 'নেপচেক'টো কান্ধত লৈ স্কেচ্ছ্ কৰিবলৈ ওলাই যাওঁ। এনেকৈ এদিন ছবি আঁকিবলৈ যাওঁতে ক'ৰপৰা এজাক ডবাপিটা বৰষুণ আহি মোক জুবুলা-জুপুৰা কৰে। বৰষুণ সাম কটাৰ পাছত এটা জলপ্ৰপাতৰ পানীবোৰ উন্মত্ত হৈ গৰ্জন কৰি তীব্ৰ গতিত তললৈ নামি যাবলৈ ধৰিলে। এনে এটি দৃশ্য কেনভাছত ফুটাই তুলিবলৈ ধৰি গাৰ কাপোৰ গাতেই শুকাই গ'ল। ছবিখন শেষ হোৱাৰ পাছত মই ক্লান্ত হৈ এচটা বহল পাথৰৰ ওপৰত দীঘল দি ভাবিছিলো— এই জলপ্ৰবাহ একা-বেঁকা পথলৈ ভৈয়ামৰ বুকুৰেদি ধীৰে ধীৰে বাগৰি লুইতৰ লগত মিহলি হৈ সাগৰ পাবগৈ। মই এই ৰূপ উপভোগ কৰিয়েই কি জীৱন কটাব লাগিব? তেতিয়া মোৰ ভিতৰৰ দ্বন্দ্ব তীব্ৰ হৈ দেখা দিলে। এফালে প্ৰকৃতিৰ অপূৰ্ব সৌন্দৰ্যময় এই জগত, মোৰ আত্মীয়-স্বজন আৰু আনফালে এটা সুদূৰৰ ডাক— 'হেথা নয়, অন্য কোথা, অন্য কোথা, অন্য কোন খানে।' ল'ৰাকালত দেউতাৰ মুখত শুনা কলিকতা মহানগৰীৰ কথাই মোৰ মানসপটত যি ছবি আঁকি ৰাখিছিল সেই ছবি এতিয়াও মচ খাই যোৱা নাই। এই আটাইবোৰ চিন্তা একেলগে মিলি মোৰ ভিতৰৰ যি দ্বন্দ্ব সৃষ্টি কৰিছিল তাৰ পৰা মুক্তি লাভ কৰিবৰ কাৰণে এদিন গিৰি শিখৰৰ মায়া ত্যাগ কৰি মোৰ একমাত্ৰ সম্পত্তি ৰং-তুলি আৰু ছবিখিনি সামৰি লৈ সংস্কৃতি কেন্দ্ৰ কলিকতা অভিমুখে যাত্ৰা কৰিলো।

শিল্প মোৰ এগৰাকী ঈৰ্ষান্বিতা প্ৰেয়সী। তেওঁ মোৰ শ্ৰেষ্ঠ সৃষ্টি উপহাৰ স্বৰূপে লাভ কৰিবলৈ সতৃষ্ণ নয়নে চাই ৰৈছে। তেওঁক সন্তুষ্ট কৰিবলৈ হ'লে মই কতনো দুখ কষ্ট বৰণ কৰিব লাগিব. ।

# সাগৰ

লুইতৰ প্ৰবল স্ৰোতধাৰাৰ সকলো বাধা অতিক্ৰম কৰি মই এদিন সাগৰ সৈকত পালোহি। এই মহানগৰী মোৰ অপৰিচিত নহয়। দুবছৰমান আগতে মোৰ শিল্প সম্ভাৰে কলাৰসিকসকলৰ প্ৰাণত ঠাই পাইছিল। এইবাৰ অসমৰ প্ৰকৃতিৰ সৌন্দৰ্য আৰু আপোনজনৰ মায়া ত্যাগ কৰি এই যন্ত্ৰ-জগতৰ বুকুত আশ্ৰয় লৈ এফালে জীৱন সংগ্ৰামত আৰু আনফালে শিল্প সাধনাত লিপ্ত হৈ পৰিলো।

এই নতুন পৰিবেশত মোৰ শিল্পকলা ৰূপান্তৰিত হ'বলৈ ধৰিলে আৰু জীৱন সংগ্ৰামো কঠোৰতৰ হৈ উঠিল। সেইসময়ত মই বন্ধুবৰ প্ৰভাস সেনৰ বীৰেন ৰায় ৰোডৰ ঘৰত আছিলো। তেওঁৰ ষ্টুডিঅ'ত চিৰামিক্স, ব্ৰ'ঞ্জ কাষ্টিং আৰু দামোদৰ ভেলিৰ মডেল ইত্যাদি নানাধৰণৰ কাম কৰা হৈছিল। জীৱিকা অৰ্জনৰ কাৰণে মই তেওঁৰ লগতে বহুত নতুন নতুন কামত হাত দিওঁ।

এই ঠাইডোখৰ তেতিয়া অতি নিৰ্জন আছিল আৰু তাৰ ঘৰ-বাৰীবোৰ এদিন কাৰো 'বাগানবাড়ী' আছিল। 'বাগানবাড়ী' বুলি কোনো কথা আমাৰ অসমত নাই। এসময়ত ইয়াৰ বহুত চহকী মানুহেই এনেকুৱা বাগানবাড়ী সাজি জিৰণি ল'বলৈ বা আমোদ-প্ৰমোদ উপভোগ কৰিবলৈ চহৰৰ পৰা আহি মাজে-সময়ে দুই-চাৰিদিন কটাই গৈছিল। এই ঠাইডোখৰ কেছ আহল-বহল, মাজতে এটা সৰু পুখুৰী, চাৰিওফালে ডাঙৰ ডাঙৰ গছ-গছনি আৰু ফুল-লতাৰে সুশোভিত আছিল যদিও তাৰ Prestine glory কেতিয়াবাই হেৰাই যোৱা যেন লাগিছিল। নিৰ্জন, নিস্তব্ধ ৰাতিত ফেঁচাৰ ডাক আৰু প্ৰহৰে প্ৰহৰে শিয়ালৰ হোৱা শুনি টোপনি ভগাত সৰুকালত শিৱসাগৰত কটোৱা দিনবোৰৰ কথা মনত পৰিছিল।

সেই কালছোৱাত উচ্চ শিল্পৰ সাধনাত লিপ্ত থাকি জীৱিকা নিৰ্বাহ কোনো শিল্পীৰ কাৰণে সম্ভৱ নহৈছিল। অৱশ্যে সোণৰ বা ৰূপৰ চকত হাত দি ওপজা দুই-এজন শিল্পী যে নাছিল তেনে নহয়। আৰ্থিক অনাটনত পৰি মোৰ প্ৰায় সকলোবোৰ বন্ধুৱেই কাম-কাজ বিচাৰি হাইৰাণ হৈছিল। বহুত প্ৰতিভাবান শিল্পীয়ে জীৱন-যুদ্ধত হাৰ মানি উচ্চ শিল্পক 'গুড়বাই' দিয়াৰ কথা মনত পৰে। এনে অৱস্থাত উচ্চ শিল্পৰ সাধনাত দিন কটোৱা এটা ডাঙৰ 'অৰডিয়েল' বুলি ক'ব পাৰি। যাহওক আজি মই এই মহানগৰীত অপৰিচিত নহওঁ। হাতলৈ যি দুই-এটা কাম আহে ভালদৰেই কৰি গৈছিলো। কিতাপৰ ইলাষ্ট্ৰেচন, প্ৰচ্ছদ, মিলিটাৰী ক্লাবৰ কাৰণে ওৱাটাৰকালাৰৰ ছবি আঁকি লাহে লাহে কিছু টকা হাতলৈ আহে। ইণ্ডিয়ান মিউজিয়ামৰ নৃতত্ত্ব বিভাগৰ এখন ডাঙৰ পেইণ্টিং আৰু প্লাচ্টাৰৰ মডেল ইত্যাদিৰ কাম হাতত লওঁ। অৱনীন্দ্ৰনাথৰ প্ৰদৰ্শনীৰ কাৰণে তেওঁৰ 'কচ ও দেবযানী'ৰ ছবিখন এনলাৰ্জ কৰা আৰু লগতে দুই-এখন 'বেনাৰ' আঁকি দিয়াৰ কথা মনত পৰে। গোটেই দিনটো কাম কৰি কেতিয়াবা কেতিয়াবা ঘৰ ফিৰাৰ সময়ত

নাহতেই টোপনি আহিছিল। হঠাৎ এদিন কণ্ডাক্টাৰৰ চিএঞ্চৰত টোপনি ভগাত শুনো—'উঠুন দাদা, লাষ্ট ষ্টপ, গাড়ী গেৰেজে ঢুকবে।'

সৌভাগ্যবশতঃ Y.W.C.A.-ৰ Education Department-ত অধ্যাপনাৰ এটা কাম পাইছিলো। দুবছৰমানৰ ভিতৰত এটা মিছনাৰী স্কুলত Cambridge Fine Art Course-ৰ কাৰণে এটা Part time কাম পাওঁ। প্ৰথম বছৰতেই বেছ কিছু Candidate Distinction লাভ কৰা কাৰণে শিক্ষক হিচাপে মই সুখ্যাতি অৰ্জন কৰো। সেইকালত এই কৰ্চটোৰ পেপাৰ বিলাতত চোৱা হৈছিল। দৰাচলতে ক'বলৈ হ'লে মই তেতিয়া অৰ্থৰ অনাটনৰ পৰা মুক্তি লাভ কৰিবৰ কাৰণে 'জুতো চেলাই থেকে চণ্ডীপাঠ' পৰ্যন্ত কৰিবলগীয়া হৈছিল। এদিন ৰাতিপুৱা হঠাৎ সুলিখিকা মহাশ্বেতা দেৱী মোৰ ষ্টুডিঅ'লৈ আহি বিজ্ঞাপনৰ কাৰণে কেইটামান কবিতা অসমীয়া ভাষাত লিখি দিবলৈ মোক অনুৰোধ কৰে। সেইসময়ত মই কবিতা লিখাত হাত দিয়া নাছিলো যদিও ল'ৰাকালত মুখে মুখে কবিতা ৰচনা কৰাৰ অভ্যাসটো আছিল বুলিয়েই হয়তো কবিতাকেইটা ভালদৰেই লিখি দিব পাৰিছিলো আৰু যৎসামান্য অৰ্থলাভো হৈছিল।

এনেকৈয়ে দুবেলা দুসাজ আৰু এটা সৰু ষ্টুডিঅ' কাম বেড়্কম যোগাৰ কৰি লৈ দুনাই ছবি আঁকাত মগ্ন হৈ পৰিলো। প্ৰকৃতিৰ লীলাভূমি অসম এৰি অহাৰ পাছত মহানগৰীৰ এই যন্ত্ৰ-জগতে মোৰ শিল্প চেতনাত এখন নতুন ৰূপলোকৰ ইঙ্গিত দিলে। প্ৰকৃতিৰ বুকুত বিচৰণ কৰি আৰু বহুত দিনৰ অধ্যৱসায়ৰ ফলত ৰঙৰ যি 'পেলেট'খন সজাই লৈছিলো সেইখন মোৰ অজ্ঞাতসাৰেই লাহে লাহে পৰিৱৰ্তিত হ'বলৈ ধৰিলে। এই নতুন ৰূপলোকখনি আৱিষ্কাৰ কৰাৰ কাৰণে মই এটি নতুন বেদনাত ভুগিছিলো। অৱশেষত উপলব্ধি কৰিলো যে মই এইবাৰ বিচাৰি উলিয়াব লাগিব নতুন ছন্দময় ৰেখা, ৰঙৰো এটা নতুন সামঞ্জস্য আৰু ভাঙি-গঢ়ি সৃষ্টি কৰিব লাগিব নতুন আকাৰ। এই ভঙা-গঢ়াৰ কামত মই পাশ্চাত্যৰ 'কিউবিক' পদ্ধতিৰ আশ্ৰয় ল'বলগীয়া হয়। পাশ্চাত্যৰ কিউবিজমৰ গুণৰাশিৰ লগত ভাৰতীয় শিল্পকলাৰ ৰঙৰ স্নিগ্ধতা আৰু বিশেষকৈ ছন্দময় বঙ্কিম ৰেখাৰ সমন্বয় সাধন কৰি এটা স্বকীয় ৰূপকল্প সৃষ্টি কৰাটোৱে মোৰ প্ৰধান উদ্দেশ্য আছিল।

সেইসময়ত মই এবাৰ প্ৰভাস সেন, আৰু তৰুণ সঙ্গীত শিল্পী সবিতাব্ৰত দত্তৰ লগত শান্তিনিকেতনলৈ যাওঁ। দুপৰীয়া শান্তিনিকেতন পাই ভাস্কৰ ৰামকিঙ্কৰক দেখা কৰিবলৈ ওলালো। তেওঁ তেতিয়া দুপৰৰ প্ৰখৰ ৰ'দত মূৰত এটা জাপি লৈ জখলাত উঠি 'চাওঁতাল দম্পতি'ৰ ভাস্কৰ্য কৰ্মত ব্যস্ত আছিল। মই তলতে নীৰৱে থিয় দি তেওঁৰ কাম চাই আছিলো। হঠাৎ এবাৰ তললৈ চাওঁতে মোক দেখা পাই তৎক্ষণাত নামি আহি আঁকোৱালি ধৰি ক'লে- 'গিৰি শিখৰৰ পৰা কেতিয়া নামিলে?' এই বুলি আমাক তেওঁৰ বহালৈ লৈ গ'ল। ৰামকিঙ্কৰৰ লগত আলাপ-আলোচনাত কটোৱা দিনবোৰৰ কথা আজিও মনত পৰে। বিদায় লোৱা সময়ত 'কেইদিনমানৰ ভিতৰতে কলিকতালৈ যাম তেতিয়া তাতে ভালদৰে আড্ডা দিয়া যাব' বুলি ক'লে। সপ্তাহটো যাওতে-নাযাওতেই

এদিন আবেলি বেলিকা কান্ধত এটা বেগ লৈ ৰামকিঙ্কৰ আমাৰ চবচুনাৰ ষ্টুডিঅ'ত উপস্থিত। গোটেই সন্ধ্যাটো আলোচনাত কটাই মোৰ বিছনাৰ কাষতে এখন খাটত তেওঁক বিছনা পাতি দি শুই পৰিলো। দীঘলীয়া এই ঘৰটোত ইমূৰৰ পৰা সিমূৰলৈ 'পটাৰী', ইজেল, আৰু নানা ধৰণৰ ব্ৰ'ঞ্জ কাষ্টিংৰে আহিলাপাতিৰে ভৰপূৰ। চলাফিৰাত বেছ সাৱধানতা অৱলম্বন কৰা দৰকাৰ হয়। ভাত-ঘুমতি নাভাগোতেই হঠাৎ কাণত পৰিল— 'মিশ্ৰ মশাই, মিশ্ৰ মশাই' বুলি মোক কোনোবাই যেন মাতিছে। চকু মোহাৰি উঠি দেখিলো ৰামকিঙ্কৰ বহি চুৰট হুপিছে। তেওঁ হাঁহি মুখে মোক ক'লে— 'আপনাদের এই পটাৰীগুলিতে ডিজাইন আঁকতে খুব ইচ্ছা হচ্ছে তাই আপনাৰ ঘুম ভাঙিয়ে দিলাম। কি ভাবে ৰং লাগাতে হয় একবাৰ দেখিয়ে দেবেন কি?' ঘড়িটোলৈ চাই দেখিলো এতিয়া ৰাতি ডেৰটা। যাহওক উঠি গৈ ৰং গুলি এটা 'ভাছ' অলঙ্কৃত কৰি দেখুওৱাত তেওঁ ডিজাইন কৰিবলৈ ব্যস্ত হৈ পৰিল। ৰাতিপুৱা প্ৰভাস ষ্টুডিঅ'ত সোমাই গুৰুৰ এই কাণ্ড-কাৰখানা দেখি আচৰিত হয়; কিন্তু ক'বলৈ একো নাই— এইটোৱেই তেওঁৰ চাৰিত্ৰিক বৈশিষ্ট্য।

আমি যেতিয়া পাৰ্ক চাৰ্কাছৰ মেহেৰ আলি ৰোডত আছিলো তেতিয়া ৰামকিঙ্কৰ আকৌ এবাৰ আমাৰ তালৈ আহে। সেইসময়ত তেওঁ নিউ দিল্লীৰ ৰিজাৰ্ভ বেঙ্কৰ কাৰণে যক্ষ আৰু যক্ষীৰ মূৰ্তি গঢ়িবলৈ কমিছন পায়। এদিন ৰাতিপুৱা তেওঁ মোক ক'লে 'আপোনাৰ কোনো জৰুৰী কাম নাই যদি মোৰ লগত আহিবনে? মূৰ্তিৰ যি মডেল দুটা কৰিছো ভাল হোৱা নাই যেন লাগিছে— ইণ্ডিয়ান মিউজিয়ামলৈ গৈ আৰু কিছু 'ষ্টাডি' কৰা প্ৰয়োজন।' অলপ পাছতেই আমি দুয়ো মিউজিয়াম পালোগৈ। তেওঁ একেৰাহে এটাৰ পাছত এটা মূৰ্তি ষ্টাডি কৰোঁতে কৰোঁতে দুপৰৰ সাজৰ কথা একেবাৰেই পাহৰি গ'ল, ইপিনে ভোক-পিয়াহত মোৰ পেটৰ নাড়ী-ভুঁৰি হজম হোৱাৰ অৱস্থা। ৰাতিপুৱা দুটুকুৰা ৰুটি আৰু দুপিয়লা চাহহে পেটত পৰিছিল। পিছে ক'বলৈতো একো নাই, তেওঁক মই ভালদৰেই জানো। মিউজিয়াম বন্ধ হোৱাতহে আমি ঘৰলৈ উভতিলো; আমাৰ ভাত-পানী তেতিয়াও মেজতে কৰকৰীয়া হৈ পৰি আছে। প্ৰভাসে হাঁহি-মাৰি ক'লে- 'তোমৰা কোথায় উধাও হয়ে গিয়েছিলে?' ৰামকিঙ্কৰে এবাৰ কামত হাত দিলে খোৱা-দোৱাৰ কথা একেবাৰেই পাহৰি যায়। তেওঁৰ লগত চলাফিৰা কৰা যিকোনো মানুহেই এই কথাটো ভালদৰেই জানিছিল। তেওঁৰ মানসিক শক্তি আৰু কৰ্মক্ষমতাই মোক মুগ্ধ কৰিছিল। তেওঁ এজন ৰসিক আৰু উদাৰ স্বভাৱৰ ব্যক্তি আছিল। ভাস্কৰ হিচাপে তেওঁৰ খ্যাতি সুবিদিত। এদিন ৰাতিপুৱা মই যেতিয়া ছবি আঁকাত ব্যস্ত তেওঁ ওচৰতে চুৰট হুপি বহি আছিল। মই অলপ জিৰণি লোৱাত তেওঁ মোক সুধিলে— 'আপোনাৰ বিছনাৰ তলত থকা বিৰাট এই পেৰাটোত কি আছে?' সেইটো ছবিৰ বাকচ বুলি কোৱা শুনি ছবিবোৰ দেখুৱাবলৈ মোক অনুৰোধ কৰে। মই এখন এখনকৈ ছবিবোৰ উলিয়াই দেখুৱাত তেওঁ ক'লে— 'আপনাৰ ছবিগুলি দেখে খুবই ভাল লাগল। সকাল থেকে আপনাৰ ইজেলে থাকা এই ছবিটি দেখে অনেক কথা ভাবছিলাম— আপনি কি

ভাবে এ যায়গায় এসে পৌঁছেছেন। এখন বুঝলাম এৰ পেছনে আপানাৰ বহু দিনেৰ সাধনা ৰয়েছে। তা নাহলে হঠাৎ কি এ জায়গায় এসে পৌঁছানো সম্ভৱ'? সেইদিনাখনৰ পৰা মোৰ ছবি চাবৰ কাৰণে তেওঁ খুব কৌতূহলী হৈ উঠে।

এবাৰ শান্তিনিকেতনৰ পৰা প্ৰথিতযশা শিল্পী বিনোদবিহাৰী মুখোপাধ্যায় আহি আমাৰ লগত কেইদিনমান কটাই গৈছিল। ভাৰতীয় শিল্পধাৰাৰ গুণৰাশিৰ বিষয়ে তেওঁৰ লগত আলোচনা কৰি আনন্দ লাভ কৰিছিলো। অসমীয়া মানুহৰ দৰেই তেওঁৰ চাহৰ প্ৰীতি অকল উল্লেখযোগ্যই নহয় এই বিষয়ত তেওঁ মোকো হাৰ মনাইছিল। সুবিখ্যাত কবি নৰেন্দ্ৰ দেবৰ লগত মোৰ প্ৰথম যোগাযোগ হয় আৰ্টিষ্ট্ৰি হাউচত অনুষ্ঠিত মোৰ দ্বিতীয় প্ৰদৰ্শনীত। তেওঁ অতি সাগ্ৰহেৰে প্ৰদৰ্শনীলৈ আহি ছবি চাই মোক নানাভাৱে উৎসাহিত কৰিছিল। মোৰ এই চিত্ৰসম্ভাৰৰ বিষয়ে তেওঁ আলোচনা কৰে আৰু মই যদি বিদেশত ছবি দেখুৱাব খোজো তেনেহ'লে সেইবিষয়ে সাহায্য কৰিবলৈকো ইচ্ছুক আছিল। তেনে এটি পৰিকল্পনা কৰিলে তেওঁক জনাবলৈ কৈছিল। সেইসময়ত মই ভালেমান কামত খুব ব্যস্ত হৈ পৰিছিলো কাৰণে বিদেশত প্ৰদৰ্শনী অনুষ্ঠিত কৰাৰ কথা ভবা নাছিলো। মহানগৰীৰ কলাৰসিকসকলৰ পৰা যথেষ্ট প্ৰশংসা লাভ কৰিলেও বাংলাৰ প্ৰথিতযশা কবি-সাহিত্যিকসকলে বিশেষভাৱে মোক উৎসাহিত কৰাত মই শিল্পপথত আগবাঢ়িবলৈ খুব অনুপ্ৰাণিত হৈছিলো। আগেয়ে উল্লেখ কৰি আহিছো যে শ্ৰীসুব্ৰত বেনাৰ্জীয়ে মোৰ প্ৰথম একক প্ৰদৰ্শনীৰ বিষয়ে 'আসাম ট্ৰিবিউন'ত এটা দীঘলীয়া প্ৰবন্ধ লিখিছিল। Economic Times-ৰ সম্পাদক হিচাপে কাম কৰি তেওঁ এতিয়া অৱসৰ জীৱন-যাপন কৰিছে। পঞ্চাশৰ দশকত মই Y.W C A-ৰ শিক্ষা বিভাগত থকা সময়ত তেওঁৰ পত্নী শ্ৰীমতী কৰুণা বেনাৰ্জীয়ে মোৰ ছাত্ৰী হিচাপে সুকুমাৰ কলাৰ পাঠ গ্ৰহণ কৰিছিল। তেওঁ মাজে-সময়ে অভিনয় কৰি আহিলেও সত্যজিৎ ৰায়ৰ 'পথেৰ পাঁচালি' ছায়াছবিত প্ৰথম অভিনয় কৰি বিশেষ সুখ্যাতি অৰ্জন কৰে। তাৰপাছত সত্যজিৎ ৰায়ৰ আৰু কেইখনমান ছবিতো অভিনয় কৰে। এই পৰিয়ালৰ লগত মোৰ বহুদিনৰ যোগাযোগ। সুব্ৰতৰ মা নলিনী বেনাৰ্জীৰ বিষয়ে দুই-এষাৰ কথা ক'বলৈ মন গৈছে, কিয়নো তেওঁ এদিন মোক নিজৰ ল'ৰাৰ দৰে মৰম-চেনেহ কৰিছিল। তেওঁ সক্ৰিয়ভাৱে বহুদিন ৰাজনীতিক্ষেত্ৰত জড়িত আছিল। সেইযুগৰ পৰিপ্ৰেক্ষিতত তেওঁ এগৰাকী অতি প্ৰগতিশীলা মহিলা আছিল। সামাজিক আৰু ৰাজনীতিৰ কামত লিপ্ত থাকিও স্বনামধন্য নাট্যকাৰ বিজন ভট্টাচাৰ্যৰ নাটকত আৰু সুবিখ্যাত পৰিচালক মৃণাল সেনৰ ছায়াছবিত অভিনেত্ৰী হিচাপে অংশ গ্ৰহণ তেওঁৰ অভিনয় প্ৰীতিৰ নিদৰ্শন বোলা যায়। এনে এগৰাকী গুণী আৰু স্নেহশীলা মহিলাৰ মৰম-চেনেহৰ পাত্ৰ হৈ মই ধন্য হৈছিলো। তেওঁ ইহ সংসাৰৰ পৰা বিদায় ল'লেও তেওঁৰ মৰম-চেনেহৰ কথা মই কেতিয়াও পাহৰিব নোৱাৰো।

ভাস্কৰ শ্ৰীপ্ৰভাস সেনৰ বিষয়ে দুই-এটি কথা আগেই উনুকিয়াই আহিছো। তেওঁ শান্তিনিকেতনৰ কলা-ভৱনৰ ছাত্ৰ হিচাপে সুবিখ্যাত ভাস্কৰ ৰামকিঙ্কৰৰ পৰা মূৰ্তি

গঢ়িবলৈ শিকে। কেইবছৰমানৰ পাছতে তেওঁ ব্ৰ'ঞ্জ কাষ্টিং আৰু চিৰামিক্স শিকিবৰ কাৰণে ফ্ৰান্সলৈ যায়। ভাস্কৰ্য সৃষ্টিৰ লগতে তেওঁ ব্ৰ'ঞ্জ কাষ্টিং আৰু 'আৰ্ট পটাৰী' তৈয়াৰ কৰি সুখ্যাতি অৰ্জন কৰে। ৰামকিঙ্কৰৰ আৰু ভালেমান মূৰ্তিৰ কাষ্টিং কৰি এসময়ত খুব সুনাম অৰ্জন কৰিছিল। তেওঁ পশ্চিমবঙ্গ চৰকাৰৰ হেণ্ডিক্ৰেফ্‌ট ব'ৰ্ডৰ সচিব আছিল। তেওঁৰ অমায়িক স্বভাৱ আৰু সুন্দৰ আলাপ-আলোচনাই সকলোকে মুগ্ধ কৰে। এই শিল্পী বন্ধুগৰাকীৰ লগত মোৰ আন্তৰিক যোগাযোগ আজিও অটুট হৈ ৰৈছে। তেওঁ এতিয়া শান্তিনিকেতনৰ ওচৰতে স্থায়ীভাৱে বাস কৰিছে।

হেমাঙ্গ বিশ্বাস যেতিয়া শাৰীৰিক অসুস্থতাত ভুগি শ্বিলঙত আছিল তেতিয়াই তেওঁৰ লগত মোৰ পৰিচয় হয়। গণ নাট্য আন্দোলনত যোগ দিয়াৰ পাছত তেওঁ প্ৰায়েই মোৰ ষ্টুডিঅ'লৈ আহি অসমৰ বিষয়ে তেওঁ লিখা প্ৰবন্ধ-পাতি আৰু গীতৰ বিষয়ে মোৰ লগত আলোচনা কৰিছিল। কলিকতালৈ আহি আৰু ইয়াৰ সংস্কৃতি জগতত প্ৰতিষ্ঠিত হোৱা দিনলৈকে মোৰ লগত যোগাযোগ অটুট আছিল। তেওঁ আৰু কমিউনিষ্ট পাৰ্টিৰ সচিব শ্ৰীবেনুবিনোদ চৌধুৰীয়ে এদিন খালেদ চৌধুৰীক লগত লৈ আহি কিছু শিল্প পাঠ দিবলৈ অনুৰোধ কৰে। খালেদে মোৰ পৰা বেছ কিছু শিল্প পাঠ গ্ৰহণ কৰে। তাৰ কিছুদিন পাছত শ্ৰীজ্যোতিৰ্ময় নন্দীয়ে (পৰৱৰ্তী কালত 'কালান্তৰ' পত্ৰিকাৰ সম্পাদক) খালেদ চৌধুৰীক কলিকতালৈ লৈ আহি গণ নাট্য আন্দোলনৰ লগত জড়িত কৰে। তাৰ পাছত তেওঁ বহুৰূপী নাট্য সংস্থাত যোগ দি মঞ্চ সজ্জা কৰি সুনাম অৰ্জন কৰে আৰু কিতাপৰ প্ৰচ্ছদ-পট আঁকিও জনপ্ৰিয়তা লাভ কৰে। মোৰ কলিকতাত অনুষ্ঠিত কেইবাখনি প্ৰদৰ্শনীৰ কামত মোক নানাভাৱে সহায় কৰিছিল।

ষাঠিৰ দশকত দেখা পোৱা এগৰাকী কবিৰ কথা মনত পৰিছে। তেওঁ হ'ল কেশৱ মহন্ত। তেওঁ তেতিয়া কলিকতাৰ হোভিয়েত দেশ পত্ৰিকাৰ লগত জড়িত আছিল আৰু প্ৰায়েই মোৰ তালৈ আহিছিল। তেওঁৰ লগত সাহিত্য-সংস্কৃতিৰ বিষয়ে নানা আলোচনাৰ কথা আজিও মনত পৰে। কোৱা বাহুল্য যে অসমৰ কাব্য জগতত তেওঁ আজি এটি বিশিষ্ট স্থান অধিকাৰ কৰি আছে।

ষাঠিৰ দশকত আৰু এগৰাকী অসমীয়া লেখকৰ লগত মোৰ পৰিচয় হয়। তেৱেঁই হ'ল সাম্প্ৰতিক কালৰ বিখ্যাত নাট্যকাৰ মহেন্দ্ৰ বৰঠাকুৰ। কলিকতাৰ অঁনাতাৰ কেন্দ্ৰত জড়িত থকা সময়ত তেওঁৰ লগত মোৰ যোগাযোগ ভালদৰে গঢ়ি উঠে। শিল্প, সাহিত্য ইত্যাদিৰ বিষয়ে তেওঁৰ অনুৰাগে মোক বিশেষভাৱে আকৃষ্ট কৰে। আজৰি সময়ত তেওঁ আমাৰ তালৈ আহি নানাধৰণৰ আলোচনাত যোগদান কৰি আমাক আনন্দ দিছিল। তেওঁৰ মধুৰ ব্যৱহাৰে মোক মুগ্ধ কৰিছিল।

ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য শ্ৰীকমলেশ্বৰ বৰা ডাঙৰীয়াই বিশ্ববিদ্যালয়ৰ ৰূপালী জয়ন্তী উপলক্ষে শিল্প বিষয়ক দুটা বক্তৃতা দিবলৈ মোক আমন্ত্ৰণ জনায়। মই বিশ্ব-শিল্পৰ গতিধাৰা আৰু মোৰ চিত্ৰকৰ্মৰ বিষয়ে শ্লাইডসহ দুদিন ধৰি বক্তৃতা দিছিলো। এই সভাত বিশ্ববিদ্যালয়ৰ অধ্যাপক, অধ্যাপিকা, ছাত্ৰ-ছাত্ৰীৰ বাহিৰেও অন্যান্য

কলেজৰো অধ্যাপক আৰু বিশিষ্ট ব্যক্তিসকল উপস্থিত হৈছিল। তেওঁলোকৰ লগত আৰু উপাচাৰ্যৰ লগত শিল্প সম্পৰ্কে আলোচনা কৰি মই খুব আনন্দ লাভ কৰিছিলো। মাজে-সময়ে এনে ধৰণৰ বক্তৃতা আৰু আলোচনাৰ মাধ্যমেৰে আমি মানুহক শিল্পৰ বিষয়ে আগ্ৰহান্বিত কৰি তুলিব পাৰো। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ কাৰ্যকৰী সমিতিয়ে এই ব্যৱস্থা কৰা বাবে মই ব্যক্তিগতভাবে তেওঁলোকক ধন্যবাদ জনাইছো। শ্ৰীকমলেশ্বৰ বৰা ডাঙৰীয়া এগৰাকী পণ্ডিত ব্যক্তি। তেওঁৰ সাহিত্য-প্ৰীতি আৰু শিল্পৰ প্ৰতি অনুৰাগে মোক মুগ্ধ কৰিছিল।

কলিকতাৰ আৰু কেইগৰাকীমান গুণী-জ্ঞানী ব্যক্তিৰ কথা কোৱা প্ৰয়োজন বুলি ভাবো। শিল্পীসকলৰ ভিতৰত প্ৰাণকৃষ্ণ পাল, নৰেন মল্লিক, ইন্দ্ৰ দুগাৰ, শৈল চক্ৰবৰ্তীৰ নাম বিশেষভাৱে মনলৈ আহে। এই চাৰিগৰাকী শিল্পীয়ে কিছুদিন আগতে আমাক এৰি গৈছে। মোৰ একক প্ৰদৰ্শনীৰ পাছত চৌৰঙ্গী টেৰেচতেই নৰেন মল্লিকৰো প্ৰদৰ্শনী অনুষ্ঠিত হয়। তেওঁ ভাৰতীয় পদ্ধতি অনুসৰণ কৰি ছবি আঁকিছিল। প্ৰাণকৃষ্ণই অৰিয়েণ্টেল আৰ্ট ছোচাইটিত শিল্প শিক্ষা গ্ৰহণ কৰিও আধুনিক শিল্পৰ প্ৰতি আকৰ্ষিত হয়। তেওঁ 'কেলকাটা গ্ৰুপ' ৰ এজন ফাউণ্ডাৰ মেম্বাৰ আছিল। তেওঁ এজন অমায়িক স্বভাৱৰ মানুহ আছিল। ইন্দ্ৰ দুগাৰ 'বেঙ্গল স্কুলৰ' দ্বাৰা অনুপ্ৰাণিত হৈ কিছুমান সুন্দৰ নিসৰ্গ চিত্ৰ আঁকি সুখ্যাতি লাভ কৰে। তেওঁৰ লগত মোৰ আন্তৰিক যোগাযোগ তেওঁৰ জীৱনৰ শেষ দিনলৈকে অটুট আছিল। শৈল চক্ৰবৰ্তীয়ে এসমযত পত্ৰ-পত্ৰিকা আৰু কিতাপৰ অলঙ্কৰণ কৰি বিশেষ সুখ্যাতি অৰ্জন কৰিছিল। তেওঁৰ লিখা কেইবাখনো গ্ৰন্থ আছে। বাংলাৰ সাম্প্ৰতিক যুগৰ দুগৰাকী সুবিখ্যাত নাট্যকাৰৰ লগতো সেই সময়তেই মোৰ যোগাযোগ হয়। নাট্যকাৰ বিজন ভট্টাচাৰ্যৰ লগত আলাপ-আলোচনা কৰি কটোৱা দিনবোৰৰ কথা আজিও মনত পৰে। শম্ভু মিত্ৰও মোৰ প্ৰদৰ্শনীলৈ আহে আৰু তেতিয়াৰ পৰাই তেওঁৰ লগত আমৃত্যু যোগাযোগ অক্ষুণ্ণ হৈ আছিল। শম্ভু মিত্ৰৰ স্ত্ৰী সু-অভিনেত্ৰী তৃপ্তি মিত্ৰৰ মৃত্যুত বাংলাৰ নাট্যমঞ্চৰ এটা অভাৱনীয় ক্ষতি হৈছে। সত্তৰৰ দশকত মই যেতিয়া বোম্বাইত একক প্ৰদৰ্শনীৰ আয়োজন কৰো সেইসময়ত মোৰ ছবিবোৰ ট্ৰেন্সপ'ৰ্ট কৰাৰ কামত শম্ভু মিত্ৰই বিশেষ ইনটাৰেষ্ট লৈ যথেষ্টভাৱে সহায় কৰি মোক ঋণী কৰি থাখিছে। শিল্পী দেবব্ৰত মুখোপাধ্যায় কিছুদিন আগতে ঢুকাইছে। মোৰ ছবিৰ ৰঙৰ উজ্জ্বলতাই তেওঁক মুগ্ধ কৰিছিল আৰু বিশেষকৈ কেলকাটা গ্ৰুপে মোক সভ্য মনোনীত কৰি সন্মানিত কৰা কাৰণে অভিনন্দন জনাইছিল। সুবিখ্যাত লেখক আৰু সাংবাদিক অমিতাভ চৌধুৰীৰ লগত পঞ্চাশৰ দশকতেই মোৰ পৰিচয় হয়। এই কৰ্মব্যস্ত সাংবাদিকগৰাকীৰ লগত আলাপ-আলোচনা কৰি আনন্দ লাভ কৰি আহিছো। সদায় দেখা নহ'লেও মোৰ শিল্পকৰ্মৰ বিষয়ে খবৰ বাতৰি ৰাখে। বন্ধুবৰ ননী ভৌমিক পঞ্চাশৰ দশকত 'পৰিচয়' পত্ৰিকাৰ সম্পাদক আছিল। ভলৈছ'শ পয়ষষ্ঠী চনত মই যেতিয়া ৰাছিয়ালৈ আমন্ত্ৰিত হৈ গৈছিলো তেতিয়া তেওঁ কৃষদেশত আছিল আৰু Airport-লৈ আহি মোক স্বাগত জনাইছিল। তেওঁৰ ৰুছ পত্নীৰ আতিথ্য মই এতিয়াও পাহৰিব পৰা নাই।

কালৰ গতিত পৰি মোৰ বহুত জ্ঞানী-গুণী বন্ধু আজি ইহজগতৰ পৰা বিদায় লৈছে যদিও তেওঁলোকৰ কথা মোৰ স্মৃতিৰ মণিকোঠাত আজিও উজ্জ্বল হৈ ৰৈছে।

মোৰ প্ৰথম একক প্ৰদৰ্শনীৰ দিন ধৰি যিগৰাকী ব্যক্তিৰ লগত আন্তৰিক যোগাযোগ গঢ়ি উঠে তেওঁ হ'ল একেধাৰে সুপণ্ডিত, ভাষাতত্ত্ববিদ, প্ৰবন্ধকাৰ, কলা সমালোচক আৰু ৰাজনীতিজ্ঞ শ্ৰীগোপাল হালদাৰ। তেওঁ এগৰাকী অমায়িক প্ৰকৃতিৰ মানুহ। প্ৰাচীন বঙালী সমাজৰ উদাৰতা, ভদ্ৰতা, সৌজন্যবোধৰ তেওঁ এগৰাকী ধাৰক আৰু বাহক। তেওঁৰ লগত যোগাযোগ হোৱা প্ৰত্যেকজন মানুহেই এই কথা স্বীকাৰ নকৰি নোৱাৰে যে এই যুগত বঙালী সমাজৰ পৰা লুপ্ত হৈ যাবলৈ ধৰা এই বিৰল গুণৰাশিৰ দৃষ্টান্ত তেওঁৰ ব্যৱহাৰত জল্-জল্ পট্-পট্‌কৈ ফুটি উঠে। আমাৰ বিয়াৰ পাছত বীণা আৰু মই দুয়ো তেওঁক দেখা কৰিবলৈ গৈছিলো। বীণাক পদুলিমুখত থৈ তেওঁ ঘৰত আছেনে নাই বুলি খবৰ ল'বলৈ মই দুতলালৈ উঠি গৈছিলো। আমি দুয়ো আহিছো বুলি শুনি মই নামি আহিবলৈ বাধা দিয়া সত্ত্বেও তেওঁ তললৈ নামি আহি আমাক আনন্দেৰে আগবঢ়াই লৈ গৈছিল। তেওঁৰ এনে সুৰুচিপূৰ্ণ ব্যৱহাৰে আমাক মুগ্ধ কৰিছিল। পঞ্চাশৰ দশকৰ পৰা গোপাল হালদাৰৰ লগত যি আন্তৰিক আদান-প্ৰদান হৈ আহিছে সেইটো আজিও অটুট হৈ ৰৈছে। প্ৰায় তিনি যুগৰো অধিককাল তেওঁৰ লগত যি আলাপ-আলোচনাৰ সুযোগ পাই আহিছো তাৰ ফলস্বৰূপে মোৰ ক্ষুদ্ৰ জ্ঞান ভাণ্ডাৰটো বহুলভাৱে সমৃদ্ধ হৈ উঠিছে। আজিও দেখা হ'লে একমাত্ৰ আলাপ-আলোচনাই নহয় জীৱনৰ সুখ-দুখৰ বিষয়েও কত কথা পাতো। বয়সৰ হেঁচাত সৃষ্টিশীল লেখনীক অৱসৰ দান কৰিলেও তেওঁৰ লিখা অমূল্য গ্ৰন্থৰাজি এতিয়াও প্ৰকাশ হ'বলৈ ধৰিছে। তেওঁৰ আন্তৰিক স্নেহ আৰু সহানুভূতিয়ে মোৰ সৃষ্টিশীল কৰ্মত সদায় অনুপ্ৰেৰণা যোগাই আহিছে। মোৰ কবিতাৰ কিতাপখন তেওঁক উপহাৰ দিয়াত তেওঁ খুব আনন্দিত হৈ সহধৰ্মিণী অৰুণা দেবীক কোৱা কথাষাৰ মনত পৰে— 'দেখ দেখ শিল্পী শুধু ছবিই আঁকেন নি এবাৰ কলমও ধৰেছেন।' বাৰ্ধক্যাই তেওঁৰ কৰ্মক্ষমতা কমাই আনিলেও সৃষ্টিশীল প্ৰাণক কেতিয়াও সৃষ্টি কৰ্মৰ আনন্দলাভৰ পৰা কি বঞ্চিত কৰিব পাৰে? এই গ্ৰন্থখনৰ বাংলা সংস্কৰণ পঢ়ি তেওঁ লিখিছিল— 'বহুদিনেৰ মধ্যে এৰকম ভাল বই পড়িনি। যেমন ভাব, ভাষা, প্ৰকাশভঙ্গী তেমনি সুন্দৰ ছবি। সবমিলিয়ে বইটি অতি চমৎকাৰ হয়েছে। লেখকেৰ জন্ম অসমে কিন্তু বন্ধুত্ব সূত্ৰে বাংলাকেও আপনাৰ কৰেছেন। লেখায় অসম ও বাংলা দুইটি সাহিত্যকে সমুজ্জ্বল কৰেছেন।' তেওঁৰ সহধৰ্মিণী ডঃ অৰুণা হালদাৰ পাটনা বিশ্ববিদ্যালয়ৰ দৰ্শন শাস্ত্ৰৰ অধ্যাপিকা আছিল। তেওঁ লেনিনগ্ৰাড বিশ্ববিদ্যালয়তো ভাৰতীয় দৰ্শন, সংস্কৃত আৰু বাংলা ভাষাৰ অধ্যাপিকা আছিল। বেদ-বেদান্তৰ পণ্ডিত অমায়িক প্ৰকৃতিৰ এই মহিলাগৰাকীয়ে 'পৰিচয়' পত্ৰিকাত আমাৰ আন্তৰিক যোগাযোগৰ বিষয়ে লিখি আমাক চিৰঋণী কৰি ৰাখিছে। বাংলা আৰু অসমৰ সাংস্কৃতিক মিলনৰ বিষয়ে তেওঁৰ উদাৰ মনোভাৱে আমাক মুগ্ধ কৰে। 'দিখৌ লোহিত ও সাগৰ' কিতাপখনৰ বিষয়ে তেওঁৰ বক্তব্য হ'ল— 'হেমন্ত মিশ্ৰ কথাশিল্পীৰ শৈলীতেও চিত্ৰ শিল্পী অৰ্থাৎ

স্বধর্মনিষ্ঠ বলাই সঙ্গত। দেশে বিদেশে অনুষ্ঠিত তাৰ চিত্ৰ প্ৰদৰ্শনী এবং তাৰ চিত্ৰ পৰিচয় গ্ৰহণেৰ যে বৰ্ণনা আছে তাতে আত্মনিষ্ঠতা বৰ্তমান তথা আত্মপ্ৰদৰ্শন অনুপস্থিত। সমগ্ৰ গ্ৰন্থখানি যেন এক আত্মপ্ৰতিষ্ঠ মানুষেৰ তথা শিল্পীৰ আত্মনিবেদন বলে প্ৰতিভাত হয়। এই হানাহানি কাটাকাটিৰ দিনে, দৈন্য ও লোভেৰ প্ৰকটিত দ্বন্দ্বে এই শান্তিকামী শিল্পী মানুষটি একটি স্নিগ্ধ দ্বীপখণ্ডেৰ মত লোহিতেৰ বুকেই তা জন্মলাভ কৰতে পাৰে। লোহিত পাৰেৰ মানুষদেৰ মতই এ জন্মে কৰ্মে ধৰ্মে শিল্প চেতনা সমুজ্জ্বল।'

ভাৰতৰ এগৰাকী সুবিখ্যাত ভাস্কৰ প্ৰদোষ দাশগুপ্তৰ কথা আগেয়ে উনুকিয়াই আহিছো। সুদীৰ্ঘ দেহ, অগ্ৰজ প্ৰতিম প্ৰদোষ দাশগুপ্তই প্ৰথম পৰিচয়তেই মোক আকৰ্ষণ কৰে। মই 'কেলকাটা গ্ৰুপৰ' সভ্য মনোনীত হোৱাৰ পাছত তেওঁ আৰু কমলা দাশগুপ্তৰ লগত বন্ধু হিচাপে বিশেষ যোগাযোগ গঢ়ি উঠে। প্ৰদোষদা সুবিখ্যাত ভাস্কৰ দেৱীপ্ৰসাদ ৰায়চৌধুৰীৰ ছাত্ৰ। কিছুদিনৰ পাছত তেওঁ ৰয়েল একাডেমিত শিক্ষা লাভ কৰি কলিকতালৈ উভতি আহে। কলিকতাঁ গভৰ্ণমেণ্ট আৰ্ট কলেজত আৰু বৰোদাত অধ্যাপনা কৰে। অৱশেষত 'নেচনেল গেলেৰী'ৰ ডিৰেক্টৰ হিচাপে কাম কৰি অৱসৰ গ্ৰহণ কৰে। দেশ-বিদেশৰ বহু শিল্পসংস্থাৰ লগতো এসময়ত জড়িত আছিল। তেওঁ 'কেলকাটা গ্ৰুপ'ৰ সচিব আছিল। তেওঁ ভাস্কৰ হিচাপেই অকল সুখ্যাতি অৰ্জন কৰা নাই, শিল্প-বিষয়ক কেইবাখনো গ্ৰন্থও প্ৰকাশ কৰিছে। তেওঁৰ লিখা 'বেঙ্গল টেৰাকটা', 'মাই স্কাল্পচাৰ', 'শিল্পকথা স্মৃতিকথা' গ্ৰন্থ কেইখনে যথেষ্ট সুনাম অৰ্জন কৰিছে। 'ফলেন্ লিভচ্' নামৰ এখন ইংৰাজী ভাষাত লিখা কবিতাৰ কিতাপো প্ৰকাশ হৈছে। ইয়াৰ বাহিৰেও শিল্পকলা সম্বন্ধে তেওঁৰ বহু প্ৰবন্ধ পত্ৰ-পত্ৰিকাত প্ৰকাশিত হয়। তেওঁৰ 'মডেলেৰ সন্ধানে' উপন্যাসখনি কিছুদিন আগতে প্ৰকাশিত হৈছে। শাৰীৰিক অসুস্থতাৰ কাৰণে ভাস্কৰ্য সৃষ্টিত কিছু বাধা পৰিলেও জীৱনৰ শেষলৈকে লিখাৰ কামত ব্যস্ত হৈ থৈছিল। প্ৰদোষদাৰ পত্নী কমলা বৌদিও এগৰাকী সুবিখ্যাত ভাস্কৰ আৰু 'কেলকাটা গ্ৰুপৰ' সভ্যা আছিল। স্বল্পভাষী এই মহিলা সতীৰ্থ বুলিয়েই নহয় তেওঁৰ মধুৰ ব্যৱহাৰ আৰু সহানুভূতিয়ে আমাক এই শিল্পী পৰিয়ালৰ আপোন কৰি তুলিছিল। প্ৰদোষদা দিল্লীলৈ যোৱাৰ পাছত তেওঁৰ আৰু আমাৰ ঘৰত কটোৱা আনন্দ মধুৰ দিনবোৰ অৱসান হৈ গ'লেও মাজে-সময়ে তেওঁলোকৰ লগত দেখা হ'লে যোৱা দুকুৰি বছৰৰ শিল্প সাধনাৰ অভিজ্ঞতা আৰু জীৱনৰ সুখ-দুখৰ স্মৃতিচাৰণা কৰি আনন্দ লাভ কৰাৰ কথা পাহৰা নাই। প্ৰদোষদা আজি আৰু আমাৰ মাজত নাই কিন্তু তেওঁৰ সৃষ্টিকৰ্মই তেওঁক অমৰ কৰি ৰাখিব।

কবি বিষ্ণু দে মোৰ প্ৰথম প্ৰদৰ্শনী অনুষ্ঠিত হোৱা সময়ত বিখ্যাত আছিল। বেহু কেইদিনমান পাছতে তেওঁৰ লগত দেখা হোৱাত তেওঁ এই কথাকেইবাৰ কৈছিল— 'আপনাৰ ছবিৰ বিষয়ে পত্ৰ-পত্ৰিকায় লেখা পৰেছি কিন্তু আমাদেৰ কাগজ-পত্ৰে ছবিৰ বিপ্ৰোডাকচন্ ভাল নয় বলে আপনাৰ ছবি দেখতে খুবই ইচ্ছা কৰছে।' সেইদিনাৰেপৰা পৰাই এই প্ৰথিতযশা কবি আৰু দেশী-বিদেশী সাহিত্যৰ পণ্ডিত ব্যক্তিৰ লগত মোৰ

এটা আন্তৰিক যোগাযোগ গঢ়ি উঠে। বিষ্ণুবাবু এগৰাকী শিল্প-প্ৰেমিক ব্যক্তি আছিল আৰু শিল্পকলা সম্বন্ধে বেছ কিছু কথা লিখি গৈছে। গধূলি বেলিকা তেওঁৰ বহুত বহুত শিল্পী-সাহিত্যিকৰ সমাগম হৈছিল। নানা ধৰণৰ আলোচনাৰ মাজেদি বহুত সন্ধিয়া অতিবাহিত হৈছিল। সেই মধুৰ দিনবোৰৰ কথা আজিও মনত পৰে। বিষ্ণুবাবু মোৰ এই পাৰ্ক চাৰ্কাছৰ ষ্টুডিঅ'লৈ মাজে মাজে ছবি চাবলৈ আহিছিল আৰু শিল্প সম্বন্ধে নানান আলোচনাও কৰিছিল। কেতিয়াবা আকৌ মইনো কি ছবি আঁকিছো চাই যাওঁ বুলি হঠাতে আহি ওলাইছিল। তেওঁ কেতিয়াও আগতে খবৰ দি মোৰ তালৈ অহা নাছিল। তেওঁৰ এই আকস্মিকভাবে অহাটো মোৰ কাৰণে আনন্দদায়ক হৈ উঠিছিল। তেওঁ কোৱা এবাৰ কথা আজিও মনত পৰে— 'আপনাৰ ষ্টুডিঅ'ৰ এই আৰাম চেয়াৰে বসে ছবি দেখে খুব শান্তি পাই।' ছবিৰ কথা তেওঁ কিভাৱে মনত ৰাখিব পাৰিছিল সেই কথা ভাবিলে আচৰিত হ'ব লাগে। এদিনাখন কৈছিল— 'বহুতদিন আগে আপনাৰ একটি ছবি দেখেছিলাম— নীল আকাশ ও টলটলে জল আজও আমাৰ চোখে ভাসছে।' মই চাই-চিতি ছবিখন উলিওৱাত তেওঁ খুব আনন্দিত হৈছিল। সেই ছবিখন তেওঁৰ ষ্টাডিৰ বেৰত আঁৰি ৰাখিছিল আৰু পুৱা-আবেলিৰ পোহৰত ছবিখনৰ ৰঙৰ খেলা চাই ৰং পাইছিল। প্ৰায় এক যুগ আগে দেখা এখন ছবিৰ কথা মনত ৰাখিব পাৰিছিল কিন্তু তেওঁৰেই এদিন স্মৃতিশক্তি হেৰাই যোৱাৰ কথাটো ভাবিলে দুখ লাগে— প্ৰকৃতিৰ কি অবিচাৰ!

আমাৰ মাজত বহুত আদান-প্ৰদানৰ কথা মনত পৰে। এবাৰ 'এলিয়ট'ৰ কবিতাৰ অনুবাদ গ্ৰন্থখন লৈ বিষ্ণুবাবু আমাৰ ঘৰলৈ আহে। মই বীণাক ক'লো— 'চোৱা মোৰ কাৰণে এটি উপহাৰ।' বীণাই প্ৰতিবাদৰ সুৰত ক'লে— 'নহয় মোৰ কাৰণেহে আনিছে।' এই কথা শুনি তেওঁ এটি মিচিকিয়া হাঁহি মাৰি ক'লে— 'দাঁড়ান কলমটাতো এখনও বেৰ কৰিনি।' লাহে-ধীৰে কলমটো উলিয়াই লিখিলে— 'অবিমিশ্ৰ দম্পতি হৈমন্তী বীণাকে।' কিতাপখন হাতত দি আকৌ ক'লে— 'নিন আশা কৰি আৰ ঝগড়া হবেনা।' কবিৰ এনেকুৱা বহুত ৰসোত্তীৰ্ণ কথা আজিও মনত পৰে।

এবাৰ তেওঁ ৰবীন্দ্ৰনাথৰ লগত দেখা কৰিবলৈ গৈ দেখিলে যে কবি ছবি আঁকাত ব্যস্ত। বিষ্ণুবাবু ওচৰতে বহি নীৰৱে চাই ৰৈছিল। আঁকা শেষ কৰিয়ে তেওঁক সুধিলে— 'দেখতো তোমাৰ কেমন লাগছে?' ছবিখন চাই বিষ্ণুবাবুৱে খুব সুন্দৰ হৈছে বুলি কোৱাত কবিয়ে অলপ সময় তেওঁৰ মুখলৈ চাই ৰৈ ছবিখন থৈ দিলে। তেওঁ আলাপ-আলোচনা কৰি বিদায় ল'লে। ওলাই আহি তেওঁ ভাবিলে— 'ছবিখানা তিনি কি আমাকে দিতে চেয়েছিলেন? আমাৰ কি ছবিখানা চাওয়া উচিত ছিল? তাহলে তিনি কি খুশী হতেন? আজও এই ধাঁধাৰ মীমাংসা কৰতে পাৰিনি।'

বিষ্ণুবাবুৰ মুখত শুনা আৰু এটি কথা লিখিবলৈ মন গৈছে— 'এবাৰ ৰবীন্দ্ৰনাথ বৰানগৰৰ প্ৰশান্ত মহলানবিচৰ ঘৰলৈ গৈছিল। সেইদিনা মই তেওঁৰ লগত দেখা কৰিবৰ কাৰণে ওলাবলৈ ধৰোঁতে এজাক বৰষুণ আহিল। নতুন জোতাত সহজে পানী নোসোমাই বুলি আগদিনাখন কিনা জোতাযোৰ পিন্ধি এখন টেক্সি ধৰি ৰাওনা হ'লো।



দ্বিতীয় পূৰ্বাপৰ প্ৰদৰ্শনীত লেডী ৰাণু মুখাৰ্জী আৰু লিখক



দ্বিতীয় পূৰ্বাপৰ প্ৰদৰ্শনীত লিখক আৰু সুভোঠাকুৰ



লিখকৰ পূৰ্বাপৰ প্ৰদৰ্শনীত শ্ৰীযুক্ত অন্নদাশঙ্কৰ ৰায়, শ্ৰীযুক্তা লীলা ৰায় আৰু সস্ত্ৰীক লিখক



লিখকৰ পূৰ্বাপৰ প্ৰদৰ্শনীত প্ৰেমেন্দ্ৰ মিত্ৰ আৰু লিখক



রাষ্ট্রপতি ফকৰুদ্দিন আলি আহমেদ
আৰু লিখক



শ্ৰী সম্পপ পিৰম্যা, শ্ৰী ৰমেশ ভাণ্ডাৰী,
মি টি জে ৰাটাৰ আৰু সস্ত্ৰীক লিখক

ৰবালগৰ গৈ পোৱাতো ৰবম্ণ নাথামিল দেখি টেক্সিখন ৰাখি থ'লো। কবিৰ লগত আলাপ-আলোচনা শেষ নোহোৱাত উঠি আহিব নোৱাৰিলো আৰু ইফালে গাড়ীৰ মিটাৰ বাঢ়ি যাব বুলি ভাবি মহা চিন্তাত পৰিলো। এবাৰ ভাবিলো কথাটো তেওঁক কৈয়েই দিওঁ, পিছ মুহূৰ্তত আকৌ ভাবিলো এই কথাটো শুনিলে তেওঁ হয়তো আচৰিত হ'ব যে 'ছোকৰা' টিয়ে মাত্ৰ এশ টকা দৰমহাৰ অধ্যাপকৰ কামত সোমায়েই অকল টেক্সিত অহা নাই, ৰাখিও দিছে। বুজিবই পাৰিছে এই কাৰণেই কথাটো কোৱা সম্ভৱ নহ'ল। এনেতে ৰাণী মহলানবিচে ৰবীন্দ্ৰনাথক ভাত খাবলৈ মাতিলে। তেতিয়া তেওঁ মোক ক'লে— 'আহা মোৰ ওচৰতেই বহা তেনেহ'লে মোৰ খোৱা আৰু তোমাৰ লগত আলোচনা একেলগেই হ'ব।' তেতিয়াও মই গাড়ীখন যে ৰাখি থৈছো এই কথাটো ক'ব নোৱাৰিলো। তেওঁৰ খোৱা শেষ হোৱাতো ৰবম্ণ শাম নকটাত জোড়াসাঁকোলৈ উভতি যাবৰ কাৰণে কোনো গাড়ী পোৱা নগ'ল। ৰবম্ণৰ প্ৰকোপ আকৌ বাঢ়ি অহাত এইবাৰ বুকুত সাহ বান্ধি এতিয়ালৈকে লুকাই থোৱা কথাটো প্ৰকাশ কৰিছিলো। কথাটো শুনি কবি খুব আশ্চৰ্য হৈ উঠিল যেন লাগিল। অলপ পাছত তেওঁ ক'লে— 'তাহলে আৰ চিন্তা কিসেৰ, চল তাড়াতাড়ি ৰওয়ানা হওয়া যাক।'

ৰবীন্দ্ৰনাথ আৰু কবি সুধীন দত্ত, বুদ্ধদেৱ বসু , জীৱনানন্দ দাশ আদি তেওঁৰ নানান বন্ধু-বান্ধৱৰ বিষয়ে কোৱা বহুত ৰসাত্মক কাহিনী তেওঁৰ মুখৰপৰা শুনিছিলো। আগেই উল্লেখ কৰিছো যে তেওঁ আগতে খবৰ দি অহাটো কেতিয়াও ভাল নাপাইছিল। মনত পৰে তেওঁ এদিন আবেলি বেলিকা হাতত সন্দেশৰ এটা পেকেট লৈ আমাৰ তালৈ আহি ক'লে,— 'আমাৰ একটি নাতি হয়েছে, খবৰটো দেবাৰ জন্য এলাম।' বহুত সময়ত নানান সৰু-সুৰা কথা তেওঁৰ চকুত নপৰি নাথাকে। এবাৰ এখন সভাত উপস্থিত হওতে মোৰ কেইমিনিটমান দেৰি হোৱাত মই হ্যতত্ত সাৰে ভৰিত সাৰে পিছ পিনে বহিবলৈ যাওতে বিষ্ণুবাবু উঠি আহি মোক ক'লে— 'আসুন আমাদেৰ কাছে একটি চেয়াৰ খালি ৰয়েছে' বুলি মোক নি বহুৱালে। সেইদিনা সভাত অনিবাৰ্য কাৰণত তেওঁৰ আৰু দুই-এজনৰ বক্তৃতা দিব নালাগিল কাৰণে তেওঁ খুব ভাল পাইছিল। মই ভালদৰেই জানো যে সভা-সমিতিত বক্তৃতা দিয়াটো তেওঁ কেতিয়াও ভাল নাপাইছিল। নতুন দিল্লীত তেওঁৰ জ্ঞানপীঠ পুৰস্কাৰ সভাতো তেওঁ বক্তৃতাৰ পৰিৱৰ্তে কবিতাহে পাঠ কৰি শুনাইছিল।

কবিৰ সৌজন্যবোধ আৰু উদাৰ মনোবৃত্তিয়ে মোক মুগ্ধ কৰিছিল। তেওঁৰ স্পৰ্শকাতৰ প্ৰাণে সঙ্কীৰ্ণ ভৌগোলিক সীমাৰেখা আঁতৰাই দিবলৈ সমৰ্থ হৈছিল। প্ৰসঙ্গত সাহিত্য অকাডেমিৰ পৰা প্ৰকাশিত বীণাৰ অনূদিত লক্ষ্মীনাথ বেজবৰুৱাৰ গল্প সঙ্কলন 'ৰতন মুণ্ডা ও কয়েকটি গল্প' গ্ৰন্থৰ পাতনিত লিখা তেওঁৰ কথা কেইষাৰমান উধৃত কৰিলো— 'লজ্জাই বোধ কৰি যখন দেখি যে প্ৰতিবেশী আঞ্চলিক ভাষা ও সাহিত্য বিষয়ে আমি ও আমৰা শ্ৰম স্বীকাৰ কৰি না।... আমৰা প্ৰাচীন সম্বন্ধ সত্বেও অসমীয়া বা ওড়িয়া, হিন্দী ভাষা ও সাহিত্য বিষয়ে, গুজৰাটী বা মাৰাঠী বা পাঞ্জাবী বিষয়ে খুব কম

জানি এবং দক্ষিণ ভাৰতৰ বিষয়ে আৰও কম। আমাদেৰ যে ৰবীন্দ্ৰনাথ আছেন সেটো আমাদেৰ সৌভাগ্য, প্ৰাপ্য বা অৰ্জিত নয়।'

বিষ্ণুবাবুৰ কথা ভাবিলে এখন ছবি চকুৰ আগত ভাঁহি উঠে। চাৰিওপিনে জনাৰণ্য, কোলাহল, 'মাইকে হাঁকে দুষ্টু কুকুৰ'— এনে এটা পৰিবেশতো কবি শান্ত সমাহিত। তেওঁৰ এই ৰূপে প্ৰথমতে মোক বিভ্ৰান্ত কৰিলেও ইয়াৰ ভিতৰেদিয়েই তেওঁৰ চৰিত্ৰৰ স্বৰূপ উপলব্ধি কৰিবলৈ সমৰ্থ হৈছিলো। শাৰীৰিক অসুস্থতাৰ পাছত তেওঁ যেতিয়া ঘৰতে বন্দী হৈ থাকিবলগীয়া হৈছিল তেতিয়া ডাক্তৰে তেওঁক য'লৈকে গ'লে ভাল লাগে তালৈকে যাবলৈ পৰামৰ্শ দিয়ে। তেতিয়া এদিন তেওঁ বহুত কষ্ট কৰি আমাৰ তিনতলা পাইছিলহি। তেতিয়া ইফাল-সিফাল কৰি ছবি চোৱা সম্ভৱ নহৈছিল কাৰণে মই মেজৰ ওপৰত কেইখনমান ছবি সজাই দিছিলো। সেইসময়ত তেওঁৰ কথা কোৱাতো অলপ অসুবিধা হৈছিল। ছবিবোৰ চাওতে অকল এই কথাষাৰেইহে কৈছিল— 'কি ৰঙ। কি ৰঙ।'

পাণ্ডিত্যৰ লগত ৰসগ্ৰাহিতাৰ এটি অপূৰ্ব সমন্বয় হ'ল তেওঁৰ চাৰিত্ৰিক বৈশিষ্ট্য। কাব্য, সঙ্গীত, শিল্পকলাই তেওঁক সমভাৱে অনুপ্ৰাণিত কৰি ৰাখিছিল। ৰিখিয়াৰ পৰা লিখা তেওঁৰ বহুত চিঠি মোৰ অমূল্য সম্পদ হৈ ৰৈছে। প্ৰায় চিঠিতেই আছিল ৰিখিয়ালৈ যোৱাৰ আমন্ত্ৰণ আৰু ইতিমধ্যে মইনো কি ছবি আঁকিছো সেইবিষয়ে জনাৰ আগ্ৰহ। কবি বন্ধুৰে শেষনিঃশ্বাস পেলোৱাৰ সময়ত মই উপস্থিত আছিলো। ভাবিছিলো আজি আমি অকল তেওঁকেই হেৰুৱা নাই লগতে Institution এটাও শেষ হৈ গ'ল। মস্তিষ্কৰ শক্তিৰ লগত অন্তৰৰ অবাধ মিলন ঘটাই তেওঁ আমাক যি ঐশ্বৰ্য দান কৰি গৈছে সেইটো কেতিয়াও হেৰাই নাযায়, কালজয়ী হৈ ৰ'ব।

বিষ্ণুদেৱে মোলৈ লিখা কেইখনমান চিঠিৰ কেইশাৰীমান কথা তলত উধৃত কৰিলো—

প্ৰীতিভাজনেষু, Rikhia, 15/1/74

আপনাৰ ভাল চিঠি পেয়ে আমৰা খুশি; নিশ্চিন্তও। মীৰাৰ কাছেই শুনেছিলুম বীণা বিদেশে-বিভুঁযে নাকি অসুস্থ হয়ে পড়েছিলেন। আপনাৰা চিঠি পড়ে মনে হ'ল তিনি খুব বেশি কাবু হননি এবং যা দেখবাৰ তা দুজনেই দেখতে পেৰেছেন আৰু ছবি দেখানোও সফল হয়েছিল মনে হল। আপনাৰ দুজনে জোড়ে মাঝে মাঝে আসতেন, সেই দেখা-সাক্ষাতে তৃপ্তিলাভ আমাৰ অভ্যাস তো, তাই অভাব বোধ কৰি। ফেব্ৰুয়াৰীতে আমৰা যাব স্থিৰ কৰেছি। আপনাৰ প্ৰদৰ্শনীৰ সাফল্যে খুশি লাগল। নিমন্ত্ৰণ পত্ৰ পাইনি এখানে। তাই আৰো অপ্ৰত্যাশিত ভাবে খুশি হয়েছি। অপ্ৰত্যাশিত মানে জানতুমনা। নাতনিৰা অনেকদিন ছিল, এখন বাড়ি চুপচাপ। শুধু বুড়ো-বুড়ি। বুড়ো কৰ্মহীন। তাৰ স্ত্ৰী তবু সেলাই, বিণু বোনা ও মিস্ত্ৰি খাটানোতে অত্যন্ত কৰ্মঠ ও বিশ্ৰামহীন। আমাৰ শুধু বিশ্ৰামই আছে এবং একটু হলেও ক্লান্ত; খুব বেশি নয়। আপনাৰা আশা কৰি দুজনেই

ভালো আছেন ও কাজকর্মে নিয়মিত ভাবে সময়কে হারিয়ে দিচ্ছেন।

শুভাকাংক্ষী

আপনাদের বিষ্ণুদে

প্রিয়বরেষু, রিখিয়া, ২৯ জুলাই '৭৬

অল্প-স্বল্প কবিতা লিখছি, অল্প-স্বল্প চিঠিও। হাতটায় ব্যথা আছেই, আরো দেড় বছর দুবছর ধরে কমতে থাকবে নাকি। তাই সই কি বলুন? হাতের লেখার ওপর কর্তৃত্বটা ফিরে পাচ্ছিনা, আশা করি পাব। ...পুজোর ছুটিতে কোথাও যাবেন কি? জানাবেন একটু। নীরদ প্রায়ই আসেন, কখনও সপরিবারে, কখনও একাই...

গুণমুগ্ধ আপনাদের বিষ্ণু দে

প্রিয়বরেষু, 1/10 Rince Golam Mahammad Rd.

23/9/70

আজ আপনাদের কাছে গিয়েছিলুম। আপনারা বেরিয়ে গিয়েছিলেন, দেখা হ'লনা। .. শ্রীমতী ইলা মিত্র চেষ্টা করছেন Iscusকে উজ্জীবিত করতে। আমিও জড়িত আছি। আপনাকে সমিতির মধ্যে চাই— সাহায্য তো চাইবই। জানি আপনি আপত্তি করবেন না।...

আপনাদের বিষ্ণু দে

প্রিয়বরেষু, ১/১০ ইত্যাদি

আপনাকে বিরক্ত করতে বাধ্য হচ্ছি। জানি বেশি বিরক্ত করছিনা, মানে আপনি বিরক্ত হবেন না। PPH আমার একটা কবিতার অনুবাদ বই ছাপছে। আপনাকে কভার ডিজাইন করতে বলতে ইচ্ছা হচ্ছে। করতে পারবেন?... উপদ্রব করছি কিন্তু আপনার কাজ আমার স্ত্রীর ও আমার পছন্দ যে। আশা করি দুজনেই ভালো আছেন।

আপনাদের বিষ্ণু দে

প্রিয়বরেষু, Rikhia, Bihar

আপানার চিঠি পেয়ে আমরা খুব খুশি, অনেকদিন দেখা-সাক্ষাৎ হয়নি, চিঠিও পাইনি। আপনারা তো খুব ঘুরে এলেন, আমি ঘুরতে পারিনা, এখনতো নয়ই। ...জন আরউইন এখানে এসে জ্বরগ্রস্ত। বড় বেশি ঘুরেছে, উত্তর বিহার অঞ্চলে। ... কোনো এক সুবিধা মতো সময়ে রং তুলি মনে রেখে একবার আসবেন তো?

আপনাদের বিষ্ণু দে

প্রিয়বরেষু, Rikhia, 5th July '76

প্রায়ই আপনার ছবির কথা মনে পড়ে। ...এরপরে যদি— যখন কলকাতা যাব,

তখন ইচ্ছা হবে আপনাৰ ছবি দেখতে এবং যুগলেৰ সঙ্গে গল্প কৰতে। ভবিষ্যতে যদি একবাৰ আপনাদেৰ আনতে পাৰি তাহলে খুব ভালো লাগবে।

আপনাদেৰ বিষ্ণু দে

প্ৰিয়বৰেষু, ১৬ ই আগষ্ট, ১৯৭৮

আশা কৰি আপনাৰা ভালো আছেন। আমাৰ লেখাৰ হাত একটু অক্ষমই আছে। প্ৰদোষেৰ ফেলোশ্বিপ জেনে খুশি হয়েছি। আপনি যে ইতিমধ্যে দুখানা ছবি শেষ কৰেছেন জেনে খুশি বোধ কৰছি। আপনাৰ ছবি দেখতে পেলে খুশি লাগবে। শীতকালে একবাৰ যাব। তখন আপনাৰ সঙ্গে আৰ বীণাৰ সঙ্গে দেখা হবে। আমাৰ ডান হাতটা এখনও জখম ৰয়েছে। তাই লেখাটোও বিকল। আশা কৰি কিছুকালেৰ মধ্যে সাক্ষাৎ হবে।

আপনাদেৰ বিষ্ণু দে

প্ৰিয়বৰেষু, ২০/১১/৭৭

আপনাৰ শৰীৰ খাৰাপ হয়েছিল জেনে মন খাৰাপ হয়ে গেল। চোখেৰ কষ্ট কি বেড়েছিল? ... আপনাৰ ছবি দেখতে ইচ্ছা কৰে, কোনোদিন আশা কৰি দেখতে যাব, কি বলুন? আপনাৰা একবাৰ এলে আমৰা খুশি হব জানবেন। নিশ্চয় ছবি আৰো কিছু এঁকেছেন। ...আশা কৰি ক'মাসেৰ মধ্যে দেখা হবে।

আপনাদেৰ বিষ্ণু দে

দৰাচলতে ক'বলৈ হ'লে আড্ডা বস্তুটো বঙালীৰ পুৰুষানুক্ৰমে লাভ কৰা এটা চাৰিত্ৰিক বৈশিষ্ট্য। গোপাল হালদাৰৰ 'আড্ডা' গ্ৰন্থখনি যিসকলে পঢ়িছে তেওঁলোকে আড্ডাৰ তাৎপৰ্য কি তাক ভালদৰে উপলব্ধি কৰিব পাৰিছে। মোৰ ল'ৰাকালত অসমত এই শব্দটো নাভূত-নাশ্ৰুত আছিল। জ্ঞানদাভিৰাম বৰুৱাৰ ঘৰত বহা আড্ডাত হঠাৎ গৈ ওলোৱা মানুহে আড্ডা বস্তুটোনো কি তাৰ সোৱাদ মিঠা, টেঙা নে কেঁহা বুজিব পাৰিছিল। বৰুৱা ডাঙৰীয়া, কমলাকান্ত ভট্টাচাৰ্য, চন্দ্ৰকুমাৰ আগৰৱালা, গৌৰীদত্ত মিশ্ৰ প্ৰমুখ্যে বেছ কেইগৰাকী ব্যক্তিয়ে আড্ডা কথাটো অসমলৈ আমদানি কৰি আনিছিল বুলি আগেয়েই উল্লেখ কৰিছো। সেইটো যিহকেই নহওক চাহেব চুৰাবৰ্দীয়ে আড্ডাৰ বিষয়ে এটা উক্তি কৰিছিল— 'বঙালীৰ বৈশিষ্ট্য কি? যিটো আন কাৰো নাই, সেইটোৱেই হ'ল আড্ডা।' এই কথাষাৰে বঙালীৰ চাৰিত্ৰিক বৈশিষ্ট্য ভালদৰে ফুটাই তোলে। কলিকতাৰ কফি হাউচৰ আড্ডাৰ কথা হয়তো বহুতেই জানে। তাত আড্ড' জমিলেও 'কমলালয় ডিপাৰ্টমেণ্ট ষ্টোৰ্ছত' বহা আড্ডা বিশেষভাৱে উল্লেখযোগ্য বুলি ক'ব পাৰি। আবেলি হ'লেই এজন দুজনকৈ বিশেষ ব্যক্তিসকলে আহি তাৰ বুক ষ্টল আৰু ৰেষ্টুৰেণ্টত গোট খাইছিল। গধূলি হ'লেই আড্ডা জমজমাট হৈ উঠে। এই

আড্ডাখানাত ময়ো এজন আনৰেজিষ্টার্ড সভ্য হৈ পৰো। এই আড্ডাত যোগদান কৰা ব্যক্তিসকল হ'ল— গোপাল হালদাৰ, বিষ্ণু দে, হীৰেণ মুখোপাধ্যায়, ৰথীন হালদাৰ, বিনয় ঘোষ, মৃনাল সেন, সুধী প্ৰধান, গোপাল ঘোষ, হিৰণ সান্যাল আৰু ভালেমান কবি, শিল্পী আৰু সাহিত্যিক। ইয়াত আলোচিত বিষয়-বস্তুৰ সুদীৰ্ঘ ফৰ্দখন দিয়া সম্ভৱ নহয় কিয়নো শিল্প, সাহিত্য আৰু ৰাজনীতিৰ পৰা আৰম্ভ কৰি খাদ্যৰসলৈকে আলোচনা কৰা হৈছিল। কলিকতাৰ কোন কোন ঠাইত কি উৎকৃষ্ট খোৱাবস্তু পোৱা যায় সেইকথা হিৰণ সান্যালৰ নখদৰ্পণত আছিল। বিনয় ঘোষৰ কলিকতাৰ ইতিবৃত্ত, মৃণাল সেনৰ ছায়াছবিৰ পৰিকল্পনা, বিৰাম মুখোপাধ্যায়ৰ ছপাখানা আৰু গ্ৰন্থ প্ৰকাশৰ কথা, হীৰেণ মুখোপাধ্যায়ৰ দেশৰ সমস্যাৰ বিষয়ে আলোচনাৰ কথা মনত পৰে। মাজে-সময়ে এই আলোচনা শেষ নোহোৱাত সমুখৰ দুৱাৰত তলা বন্ধ হ'লে পাছ দুৱাৰেদিহে ঘৰমুৱা হ'বলগীয়া হৈছিল। কেতিয়াবা আকৌ এই নিচা নাকাটিলে কাৰো ঘৰ পৰ্যন্ত পাইগৈ। এতিয়া কোনো দিন গধূলি বেলিকা যদি ধৰ্মতলালৈ যাবলগীয়া হয় তাহানিৰ কমলালয়ৰ আড্ডাৰ কথা মনত পৰে আৰু বন্ধু-বিচ্ছেদৰ বেদনা অনুভৱ কৰি দীঘল হুমুনিয়াহ পেলাওঁ।

শিল্পীৰ পৃথিৱী বিশাল, তাত বিচৰণ কৰিবলৈ হ'লে ব্যক্তিগতভাৱে নিষ্ঠাৰ লগত অধ্যৱসায়, কষ্ট সহিষ্ণুতা আৰু ক'ত কি প্ৰয়োজন হয়। কিন্তু এই পথত আগবাঢ়িবলৈ হ'লে শিল্পীৰ একান্ত প্ৰয়োজন অনুপ্ৰেৰণা। এই মহানগৰীয়ে মোক নানাভাৱে অনুপ্ৰাণিত কৰি আহিছে বুলিয়েই মই এই পথত আগুৱাই যাবলৈ সক্ষম হৈছো। সেইকাৰণে যিসকলে এদিন মোক আপোন কৰি লৈছিল আৰু যিসকলৰ উৎসাহ আৰু সহানুভূতিয়ে মোৰ শিল্পী-সত্তাক অনুপ্ৰাণিত কৰি ৰাখিছিল তেওঁলোকৰ কথা মই কেতিয়াও পাহৰি যোৱা সম্ভৱ নহয়।

উনৈছ শ উনষাঠি চনত এতিয়া লুপ্ত হৈ যোৱা পাৰ্ক ষ্ট্ৰীটৰ আৰ্টিষ্ট্ৰি হাউছত মোৰ দ্বিতীয় যুগৰ পৰীক্ষা-নিৰীক্ষাৰ ফল স্বৰূপে সৃষ্টি হোৱা চিত্ৰকৰ্মৰ প্ৰদৰ্শনী অনুষ্ঠিত হয়। এই প্ৰদৰ্শনীত উপস্থিত হোৱা শিল্প-প্ৰেমিক আৰু সমালোচকৰ প্ৰশংসাই ছবি চাবলৈ অহা দৰ্শকৰ সংখ্যা অকল্পিতভাৱে বঢ়াই তুলিছিল। ইয়াৰ উপৰিও ভালেমান চিন্তাশীল লেখকসকলৰ সমাগমে প্ৰদৰ্শনী সাফল্যমণ্ডিত কৰি তুলিছিল। সদায় গধূলি বেলিকা শিল্পী-সাহিত্যিকৰ সমাগম হোৱাত শিল্প-সাহিত্যৰ বিষয়ে বহুত আলোচনাও হৈছিল। প্ৰথম দুদিন প্ৰদৰ্শনীৰ দুৱাৰ বন্ধ কৰাৰ নিৰ্ধাৰিত সময় উকলি যোৱা কাৰণে আৰ্ষ্টিষ্ট্ৰি হাউছৰ সেইসময়ৰ ডিৰেক্টৰ ডঃ কল্যাণকুমাৰ গাঙ্গুলীয়ে গেলেৰীৰ চাবিটো মোৰ হাতত দিয়াৰ কাৰণে এইবাৰ সময়ৰ সীমা নথকাত আড্ডা ভালদৰেই জমি উঠিছিল। এই প্ৰদৰ্শনীত দেখুওৱা ভালেমান ছবি দেশী-বিদেশী সংগ্ৰাহকৰ হাতলৈ যোৱাত মোৰ আৰ্থিক অৱস্থা অলপ টনকিয়াল হৈ উঠিছিল। কলাৰসিক আৰু কলা সমালোচকসকলে মোৰ প্ৰাচ্য-পাশ্চাত্যৰ চিত্ৰকলাৰ এই সমন্বয়সাধনৰ প্ৰচেষ্টাটোৰ অকুণ্ঠ প্ৰশংসা কৰিছিল আৰু ব্যক্তিগতভাৱেও মোক স্বপথত আগুৱাই যাবলৈ

বিশেষভাৱে অনুপ্ৰাণিত কৰিছিল। এই প্ৰদৰ্শনীত কেইদিনমান ধৰি এগৰাকী মহিলা আহি একেখন ছবিকে চাই থকা দেখি মোৰ বন্ধু এজনে আচৰিত হৈ তেওঁক সোধাত এই কথাষাৰ কৈছিল— 'মই বহু কিছুদিন ধৰি এটা ৰেডিঅ' কিনিবৰ কাৰণে অলপ টকা সাঁচিছিলো; কিন্তু এই ছবিখন দেখি ৰেডিঅ' কিনিমনে ছবিখন কিনিম স্থিৰ কৰিব পৰা নাই কাৰণে বাৰে বাৰে আহিছো, আজি ছবিখনকেই কিনিম বুলি সিদ্ধান্ত ল'লো।' শিল্পৰসিকসকলক কোনো এখন ভাল চিত্ৰকৰ্মই কিমান আকৰ্ষণ কৰিব পাৰে তাৰে এইটো এটা উদাহৰণ বুলি ক'ব পাৰি। প্ৰদৰ্শনীকক্ষত কলা-প্ৰেমিকৰ লগত কথা পাতি নানা ধৰণৰ অভিজ্ঞতা লাভ কৰা যায়। সেই কাৰণে ষ্টুডিঅ'ৰ নিৰ্জনতাত অকলশৰে সময় কটাবলগীয়া হ'লেও প্ৰদৰ্শনীৰ দিনকেইটাত মই সদায় গেলেৰীত উপস্থিত থাকিবলৈ ভাল পাওঁ।

শিল্পী সুভো ঠাকুৰক মোৰ এই দ্বিতীয় চিত্ৰ প্ৰদৰ্শনীয়ে খুব আকৰ্ষণ কৰিছিল। প্ৰথম দিনাখন তেওঁ মোৰ নতুন ছবিবোৰ চাই আহি মোক কৈছিল— 'আপনাৰ ছবি দেখে আমাৰ এই কথাটাই মনে হয়েছে— ঠিক যেন একটি সূতোয় গাঁথা বিচিত্ৰ ৰঙেৰ ফুলেৰ মালা।' তেতিয়া তেওঁ 'সুন্দৰম' আলোচনীৰ সম্পাদক আছিল। 'সুন্দৰম'ৰ পাছৰ সংখ্যাত তেওঁ মোৰ প্ৰথম আৰু দ্বিতীয় যুগৰ বহুত ৰঙীন ছবি দি এটা প্ৰবন্ধ প্ৰকাশ কৰিছিল। মোৰ চিত্ৰকৰ্মৰ যুগ বিভাগ কৰি তেওঁৱেই প্ৰথম দেখুৱায়। প্ৰাচ্য পাশ্চাত্যৰ শিল্পৰীতিৰ সমন্বয় সাধনৰ প্ৰচেষ্টাৰ দ্বাৰা যি নতুন চিত্ৰ সৃষ্টি হৈছিল সেইবিষয়ে দুই-তিনিটামান মন্তব্য উল্লেখ কৰিলো-

**Cubism with a difference**

After an absence of several years Mr. Hemanta Misra of 'Calcutta Group' has reappeared in Calcutta as a mature painter— One who has found his depth and is reconciled with his self. And as a moderner, Mr. Misra seems to possess the potentiality to be one of the most outstanding artists in India in the near future. He amply deserves the rank. He is no longer what he had been in 1952, though even then his one man exhibition had drawn praise from art-lovers and connoisseurs. He has taken to what broadly may be termed Cubism, but in doing so, he has not happily, sacrificed his sense of beauty, nor has he been totally subjugated by intellect. By and large Mr. Misra combines, through a technique spontaneously his own, the elements of intellect, emotions, fancy and sometimes the instinct. If he looks through a prism, he does so to find and create things of beauty. This is not always found in the Cubists of today.

It is probably the search for substance in subjects that has moved him away from the superficial realism of his earlier period. His inherent capacity to see and to conceive by shedding all unessentials is amply inscribed in the 'A song is born' or the dynamic 'Moving Horns'. Another side of Mr. Misra is his approach to rhythm and decoratives. The decoratives, which are not detracting, appear to be projection of his responsive fancifulness. It is becoming of him that he is not always content

**with the elementary cubism. Mr. Misra's creative aspects cannnot be seperated from his distinctive approach to and appreciation of the role of colours. His oils are soothing, expressive and often achieve the quality of tempera. He is tender with them. And all these factors today present Mr. Misra as a total artists.**

**Hindusthan Standard**
**1959**

সাত বছৰ পৰে 'ক্যালকাটা গ্রুপে'ৰ শিল্পী হেমন্ত মিশ্র কলকাতায় তাঁৰ দ্বিতীয় একক প্রদর্শনীৰ আয়োজন কৰেছেন 'আর্টিষ্ট্রি হাউছে'। সময়েৰ এই বিৰাট ব্যবধান তাঁৰ শিল্পাদর্শেও ব্যবধান ঘটিয়েছে এবং ১৯৫২ সালে এই অসমীয়া শিল্পীৰ প্রদর্শনী যাঁৰা দেখেছিলেন, তাঁৰা এবাৰ তাঁদেৰ সেই পৰিচিত প্রকৃতি-প্রেমিক, ইম্প্রেচনিষ্ট শিল্পীকে সহজে খুঁজে পাবেন না। কাৰণ শ্রীমিশ্র সাম্প্রতিক কালে দৃশ্যেৰ উপৰিতল থেকে বক্তব্যেৰ গভীৰতায় প্রবেশ কৰতে চেয়েছেন। একদিকে তাঁৰ বর্ণক্ষেপ যেমন পৰিমিতি ও সংযমেৰ মধ্য দিয়ে আশ্চর্য পৰিচ্ছন্নতায় আত্মপ্রকাশ কৰেছে (তাঁৰ চিত্রপটে ব্রাশেৰ আঁচড় অনুসৰণ কৰা একৰূপ দুঃসাধ্য), অন্যদিকে তেমনি তিনি সংক্ষিপ্ততম ৰূপকল্পেৰ আশ্রয় নিয়ে অবিচ্ছিন্নতাৰ (অ্যাবষ্ট্রাক্টিজম) দোৰ গোড়ায় আঘাত হেনেছেন।

আবাৰ কোথায় 'ফর্ম' কে তিনি ভেঙে দেখতে চেয়েছেন, এৰ প্রাথমিক উপাদানে, খুজঁতে চেয়েছেন মৌলিক ৰূপটি। তাই তাঁৰ ছবিতে ত্রিভুজ এবং বর্গ বা আয়তক্ষেত্রেৰ ছড়াছড়ি, কৌণিক ৰেখাৰ মধ্যে তীক্ষ্ণতাৰ আমেজ, টুকৰো টুকৰো ৰঙেৰ সমাবেশ যাৰ কুশলী সংস্থান চিত্রপটে একদিকে যেমন দিয়েছে গভীৰতা, অন্যদিকে তেমনি এনেছে ব্যক্তিনিৰপেক্ষ নির্লিপ্ততাৰ পৰিবেশ।

কিন্তু এগুলি শ্রীমিশ্রেৰ শিল্পেৰ বহিৰঙ্গ মাত্র, বলা যায় পশ্চাদপট বা মঞ্চ, যাৰ সামনে বা ওপৰে তাব ভাবনাগুলি ছন্দেৰ অনুপ্রেৰণায় মধুৰ লালিত্যে এক এক কৰে ফুটে উঠছে। এক ছন্দোময় প্রবাহ তাঁৰ ছবিগুলিতে বহমান, সেগুলিকে কিউবিক শিল্পীদেৰ ভাৰ নিয়ন্ত্রণেৰ নৈর্ব্যক্তিক অস্বস্তি থেকে মুক্তি দিয়ে আনন্দদায়ক অভিজ্ঞতাৰ বস্তু কৰে তুলেছে এবং এই মুক্তি এসেছে প্রধানতঃ তাঁৰ গতিশীল বক্রৰেখাকে অবলম্বন কৰে এবং সেই ৰেখা যা একটি চূড়ান্ত টানে জীৱনছন্দেৰ একটি বিশেষ দিককে ফুটিয়ে তুলতে পাৰে, প্রাণস্পর্শী কৰতে পাৰে চিত্রপটকে, তথাকথিত এক নিৰস পশ্চাদপটে বক্তব্যকে কৰতে পাৰে অদ্ভুত ৰকমে সৰস। 'নৃত্যৰত গাছ' এৰ মধ্যে যে ভাবনাৰ উৎস, 'ট্র্যাপিজ' এৰ দুর্দম অর্ধবৃত্তে তাৰ বলিষ্ঠ প্রকাশ, 'দলেৰ ছন্দ' ছবিৰ অন্তঃখণ্ডিত বৃত্তাংশে তাৰ উচ্ছল অভিব্যক্তি, তাঁতবোনা ছবিতে তাৰ সার্থক পৰিণতি। এই ৰেখাই শ্রীমিশ্রেৰ গুণ, তাঁৰ নতুন পৰীক্ষাৰ যুক্তি।

আৰ এসেছে তাঁৰ মূলতঃ প্রকৃতিবাদী দৃষ্টিভঙ্গীৰ জন্য। দৃশ্যগ্রাহ্যতাকে তিনি একেবাৰে উড়িয়ে দিতে পাৰেননি। তাই তাঁৰ ছবিতে নিছক চিন্তাবস্তুৰ সঙ্গে দৃশ্যবস্তুৰ সংমিশ্রণ ঘটেছে, তা সে আসামেৰ জনজাতীয় আনন্দ উৎসবই হোক আৰ দৈনন্দিন

মানুষের চিত্রই হোক। এটিও শিল্পীর আর একটি গুণ।

যুগান্তৰ

৫ই নভেম্বৰ ১৯৫৯

তাঁৰ আধুনিক কালেৰ প্ৰতিটি ৰচনাতে তিনি এমন এক শান্ত বর্ণবিন্যাৰ কৰেছেন যাৰ স্নিগ্ধতা ও ব্যবহাৰেৰ ধাৰা আমাদেৰ ভাৰতীয় শিল্পে বর্ণব্যবহাৰেৰ কথাই স্মৰণ কৰিয়ে দেয়। ... যদিও শিল্পীকে আধুনিক ৰূপপ্ৰকাশেৰ সজ্জা সংগ্ৰহ কৰতে হয়েছে বিশ্বেৰ বিভিন্ন হাট থেকে তবু তাঁৰ অন্তৰেৰ ভাষা তাঁৰ চাৰিত্ৰিক বিশেষত্ব নিঃসন্দেহেই উৎকৃষ্ট ভাৰতীয় শিল্পেৰ ঐতিহ্যেৰ সঙ্গে যুক্ত।

সুন্দৰম, চতুর্থ বর্ষ তেৰোশো ছেষট্টি

দ্বিতীয় সংখ্যা

শ্ৰীমিশ্ৰৰ শক্তি সম্বন্ধে আমৰা নিঃসন্দেহ হয়েছিলাম এঁৰ প্ৰথমবাৰেৰ একক প্ৰদৰ্শনী দেখেই। তখন এঁৰ দৃষ্টিভঙ্গী ছিল ফৰাসী ইমপ্ৰেশনিষ্টদেৰ মতন। মৌলিক বর্ণেৰ ছোট ছোট টানটোন এবং বিন্দু প্ৰয়োগে ইনিও তখন বর্ণেৰ নিজস্ব মূল্য এবং বিশেষত্ব প্ৰকাশ কৰবাৰ কাজে আত্মনিয়োগ কৰেছিলেন। এই সাত বছৰে এৰ চিত্ৰধাৰাৰ সম্পূর্ণ পৰিবর্তন ঘটেছে। এই সাত বছৰেৰ পৰীক্ষণ-নিৰীক্ষণেৰ পৰ বর্ত্তমানে যে আর্টেৰ সৃষ্টি কৰেছেন তা সত্যিই বিশিষ্ট। কিউবিষ্টদেৰ মত ৰেখা ও গঠনেৰ সংস্কাৰকে একেবাৰে নির্মূল কোথাও কৰেননি। কোনোও অসঙ্গত ঋজু টানে ছন্দকেও বিসর্জন দেননি। বৰং ছন্দটাই এঁৰ ৰচনায় অতি স্পষ্ট। ইনি বিদেশী প্ৰথা-প্ৰকৰণ ব্যবহাৰ কৰলেও এঁৰ ৰচনাকে কোনও বিদেশীৰ ৰচনা বলে ভ্ৰম হয়না। এটা এঁৰ সবচেয়ে বড় গুণ। বিদেশীৰ মেজাজকে অনুকৰণ কৰেননি। দেশেৰ প্ৰখ্যাত অনেক শিল্পীৰ মধ্যেই কিন্তু এ দোষটি অত্যন্ত প্ৰকটভাবে প্ৰকাশ পায়। আমৰা প্ৰদৰ্শনীটি উপভোগ কৰেছি যথার্থই।

দেশ

নভেম্বৰ, ১৯৫৯

সুভো ঠাকুৰৰ লগত বহুত দিন ধৰি চিনা-জনা থাকিলেও এই প্ৰদৰ্শনীৰ সময়ৰ পৰা তেওঁৰ লগত এটা বিশেষভাৱে যোগাযোগ গঢ়ি উঠে। সেইসময়ত তেওঁ শিল্প-পত্ৰিকা 'সুন্দৰম'ৰ সম্পাদক আছিল। মোৰ ছবিবোৰ দেখি তেওঁ এটা সুন্দৰ মন্তব্য কৰিছিল সেই কথাটো আগেই উল্লেখ কৰিছো। মোৰ বেছ কেইখনমান ছবি দি প্ৰদৰ্শনী সম্পৰ্কে 'সুন্দৰম' পত্ৰিকাৰ এটি সংখ্যাত প্ৰবন্ধ প্ৰকাশ কৰিছিল।

সুন্দৰৰ আৰাধনাত 'সুন্দৰম' বেছি দিন টিকি থাকিব নোৱাৰিলেও সেই যুগৰ শিল্প পত্ৰিকা হিচাপে সুধী সমাজৰ দৃষ্টি আকৰ্ষণ কৰিব পাৰিছিল। কোৱা বাহুল্য যে আমাৰ দেশত শিল্প পত্ৰিকা প্ৰকাশ কৰা আজিও এটি দুৰূহ কাম। মনত আছে 'ললিতা'

ই এদিন সাজি-কাচি শিল্পীৰ পৃষ্ঠপোষকতাৰ কাৰণে আগবাঢ়ি আহিছিল কিন্তু অকাল মৃত্যুবৰণ কৰিবলগীয়া হৈছিল। হৰেন ঘোষৰ সম্পাদিত 'Four Arts'-ৰো একেই পৰিণতি ঘটিছিল। সুভো ঠাকুৰে এদিন দুখ কৰি কৈছিল— 'একমাত্ৰ শিল্পৰ বিষয় লৈ কোনো আলোচনী চলোৱা সম্ভৱ নহয়, মইতো হাৰ মানিলো।' ভাবিলেও দুখ লাগে যে 'Four Arts', 'ললিতা' আৰু 'সুন্দৰম'ৰ নিচিনা আলোচনীৰ অভাৱ আজিও পূৰণ কৰা নগ'ল।

সুভো ঠাকুৰে আকৌ এদিন মোক কৈছিল— আপোনালোকৰ দৰে মই শিল্প সাধনাত মগ্ন হৈ থাকিব পৰা নাই। এসময়ত কবিতা লিখিছিলো আৰু কিতাপো ছপাইছিলো। এই কামে মোৰ প্ৰাণত খুব আনন্দ দিছিল। আকৌ ছবি আঁকিবলৈ আৰম্ভ কৰিছিলো, তাৰ পাছত এৰি দি শিল্প পত্ৰিকাৰ সম্পাদনা হাতত লৈছিলো। এতিয়া 'কিউৰিঅ' সংগ্ৰহ কৰি আনন্দ পাওঁ আৰু লগতে অৰ্থ লাভো হয়। তেওঁৰ শিল্পীপ্ৰাণ আছিল সদায় অস্থিৰ যদিও বাহিৰৰ পৰা তাক একেবাৰেই বুজিব পৰা নগৈছিল। আজি স্মৃতিচাৰণা কৰিবলৈ ধৰোতে বহুত কথাই মনলৈ আহিছে। তেওঁ সঁচাকৈয়ে তেওঁৰ নীলা তেজ ৰঙা কৰি গৈছে। তেওঁ এদিন কৈছিল যে পৈতৃক সূত্ৰে জমিদাৰীৰ যি অংশ পাইছিল সেই মাটি-বাৰী এক লাখ টকাত বেচি দিছিল। পৰিয়ালৰ সকলোৰেই সেইদিনা তেওঁক খুব নিন্দা কৰিছিল। সেই ধন এবছৰৰ ভিতৰতেই তেওঁ উৰাই দিছিল। 'কি বলেন ভাল কৰিনি? ওদেৰতো সব জমিদাৰীই মাঠে মাৰা গেল— আমি কেমন ফাঁক তালে ভোগ কৰে নিলাম।' সুভো ঠাকুৰে মোক খুব ভাল পাইছিল কাৰণে বন্ধুসকলে ঠাট্টা কৰি কৈছিল— 'বুঝতে পাৰছি আপনিযে শ্বশুৰ বাড়ীৰ লোক তাই এই সমাদৰ।' মই তেওঁৰ তালৈ গৈ ওলালেই আৰতিক কৈছিল- 'চা-টা খাওয়াও, শ্বশুৰবাড়ীৰ লোক নাখাওয়ালে নিন্দা হবে...।'

সুভো ঠাকুৰৰ চৰিত্ৰৰ কথা ভাবিলে মোৰ এটা কথাই মনলৈ আহে- 'দুঃখেষু অনুদ্বিগ্নমনাঃ, সুখেষু বিগত স্পৃহঃ'। হাতত টকা পৰিলে মুক্তহস্তে খৰচ কৰে আকৌ অভাৱত পৰিলে নিৰ্বিকাৰভাৱে দুপৰ ৰ'দত খোজকাঢ়ি গৈ বন্ধুৰ পৰা টকা ধাৰ কৰে। বন্ধুৰ পৰা টকাখিনি লৈ এনেদৰে এদিন কৈছিল— 'পাবলগীয়া টকাখিনি পালেই ধাৰ সুধিম নাপালে কিন্তু নাহো।' তেওঁৰ সুৰেন বেনাৰ্জী ৰোডৰ ফ্লেটলৈ গ'লে দেখা পোৱা গৈছিল হৰেক ৰকমৰ কিউৰিঅ'ৰে ঠাহ খাই থকা ঘৰটোত বহি কিভাৱে পঢ়া-শুনা বা লিখাৰ কাম কৰাত তেওঁ লেশমাত্ৰ অস্বস্তিবোধ নকৰিছিল। তেওঁৰ এটি ডাঙৰ গুণ আছিল যে খুব জটিল সমস্যাও সহজে আৰু হাঁহি মুখেৰে চম্ভালিব পাৰিছিল। সুভো ঠাকুৰে হঠাৎ এদিন মোক ফোন কৰি জনালে— 'এৰা কি কাণ্ড আৰম্ভ কৰেছে শুনেছেন কি? সিনেট হল ভেঙ্গে ফেলছে। এৰা দেখছি পুৰানো কিছুই ৰাখতে চায়না, ঐতিহ্যেৰ প্ৰতি কোনো মোহ নেই। আসুননা, আমৰা সবাই মিলে সিনেটেৰ থামগুলি ৰক্ষা কৰবাৰ চেষ্টা কৰি। কলকাতাৰ বাইৰে গঙ্গাৰ ধাৰে আমাৰ যে জমি আছে, এই সব নিয়ে সেখানে একটি মিউজিয়াম কৰব ভাবছি। Idea টা আপনাৰ কেমন লাগছে?' কোৱা

বাহুল্য যে সেইযুগত এনেধৰণৰ পৰিকল্পনাৰ কথা কোনেও ভাবিব নোৱাৰিছিল। উনৈছ শ চৌৱাশী চনত মোৰ পূৰ্বাপৰ প্ৰদৰ্শনীত উপস্থিত হৈ তেওঁ খুব আনন্দিত হৈছিল। তেওঁৰ লগত এয়েই মোৰ শেষ দেখা।

সেই যুগৰ 'তৰুণেৰ স্বপ্ন' আলোচনীখন বিখ্যাত ব্লক মেকাৰ আৰু মুদ্ৰক অজিত মোহন গুপ্তৰ ভাৰত ফটোটাইপ ষ্টুডিঅ'ৰ পৰা প্ৰকাশিত হৈছিল। এই আলোচনীখনৰ সম্পাদকমণ্ডলীৰ সভাপতি আছিল সুপ্ৰসিদ্ধ সাহিত্যিক তাৰাশঙ্কৰ বন্দ্যোপাধ্যায়। অন্যতম সম্পাদক আছিল অজিত মোহন গুপ্ত। তেওঁ এজন কলাৰসিক ব্যক্তি। মোৰ আৰু সমসাময়িক বেছ কেইজনমান শিল্পীৰ চিত্ৰ এই পত্ৰিকাত প্ৰকাশিত হৈছিল। তেওঁ সেইযুগৰ বহুত তৰুণ লেখকক পৃষ্ঠপোষকতা কৰিছিল। সেইসকলৰ ভিতৰত বহুতেই আজি প্ৰতিষ্ঠা লাভ কৰিছে। ইয়াতো প্ৰতি সন্ধিয়া বেলিকা শিল্পী-সাহিত্যিকৰ আড্ডা বহিছিল। পিয়লাৰ পিছত পিয়লা চাহ, গৰম সিঙ্গাৰা আৰু 'জালমুৰি'ৰ সেই সোৱাদ আজিও পাহৰা নাই। বিখ্যাত ফ'টোগ্ৰাফাৰ বন্ধু নীৰোদ ৰায়ো প্ৰায় আহিছিল। নীৰোদ গুৱাহাটীৰ কটন কলেজিয়েট স্কুলত আমাৰ সৈতে পঢ়া-শুনা কৰিছিল। তেওঁ পশ্চিমবঙ্গ চৰকাৰৰ প্ৰচাৰ বিভাগৰ অফিচাৰ হিচাপে কাম কৰি অৱসৰ লয়। তেওঁ ফ'টগ্ৰাফীৰ বিষয়ে বহুত প্ৰবন্ধ আৰু কেইখনমান গ্ৰন্থও লিখিছিল। তেওঁ আজি আৰু আমাৰ মাজত নাই।

'তৰুণেৰ স্বপ্ন' আলোচনীখন বন্ধ হৈ যোৱাৰ পাছত অজিতবাবুৱে 'চিত্ৰাঙ্গদা' নামেৰে আন এখন আলোচনী প্ৰকাশ কৰে। এই আলোচনীত মোৰ ছবি, কবিতা আৰু ৰম্যৰচনা প্ৰকাশিত হৈছিল। তেওঁ সমসাময়িক শিল্পীসকলৰ জীৱনী ধাৰাবাহিকভাৱে প্ৰকাশ কৰাৰ এটা পৰিকল্পনা হাতত লৈছিল আৰু কেইগৰাকীমান শিল্পীৰ জীৱনীও প্ৰকাশ কৰিছিল। অজিতবাবুৰ মৃত্যুত মই এগৰাকী যথাৰ্থ বন্ধুক হেৰুৱালো।

মোৰ দ্বিতীয় প্ৰদৰ্শনীৰ ভিতৰেদি যি নবীন আৰু প্ৰবীণ শিল্পীসকলৰ লগত পৰিচয় হয় তেওঁলোকৰ মাজত এগৰাকী হ'ল বিখ্যাত প্ৰতিকৃতি শিল্পী অতুল বসু। মোৰ কাম দেখি তেওঁৰ ভাল লাগিছিল বুলি মোৰ ষ্টুডিঅ'লৈকো আহি ছবি চাই মোক উৎসাহিত কৰিছিল। বিড়লা একাডেমিত অনুষ্ঠিত মোৰ প্ৰদৰ্শনীত ছবি চাই তেওঁ বিধুবাবুক কোৱা কথাষাৰ শুনি খুব ভাল লাগিছিল— 'হেমন্তবাবুৰ ছবি আমাকে বিশেষভাবে আকৰ্ষণ কৰে। সমগ্ৰতা ৰক্ষা কৰবাৰ জন্য তিনি চিত্ৰেৰ যে কোন জায়গায় টেকনিকেল বা অন্য প্ৰব্লেম নিখুঁত ভাবে সমাধান কৰতে পাৰেন। আজকাল অনেক শিল্পীৰ কাজে চিত্ৰেৰ দুই একটি অংশ যেমন তেমন ভাবে ফিনিচ কৰা দেখা যায়। এই ছবিগুলিতে শিল্পীৰ একান্ত নিষ্ঠাৰ ফলে spontaneity কোথাও ক্ষুণ্ণ হয়নি বলে খুবই ভাল লাগছে।'

সুবিখ্যাত ভাষাতত্ত্ববিদ আৰু শিল্প-প্ৰেমিক সুনীতি কুমাৰ চট্টোপাধ্যায়ৰ শিল্প সম্বন্ধে বহুত বক্তৃতা শুনাৰ সৌভাগ্য ঘটিছিল যদিও তেওঁৰ লগত ব্যক্তিগতভাৱে পৰিচয় হয় মোৰ দ্বিতীয় যুগৰ ছবিৰ প্ৰদৰ্শনীত। এই পৰিচয় ঘনিষ্ঠ হৈ উঠে যেতিয়া

সাহিত্য অকাডেমিয়ে লক্ষ্মীনাথ বেজবৰুৱাৰ শত-বাৰ্ষিকী উৎসৱ উপলক্ষে তেওঁৰ দুটি গল্পৰ এটি বাংলা সংকলন 'ৰতন মুণ্ডা ও কয়েকটি গল্প' প্ৰকাশ কৰাৰ পৰিকল্পনা কৰে। সেইসময়ৰ অকাডেমিৰ সভাপতি সুনীতি কুমাৰ চট্টোপাধ্যায়ে কিতাপখন বাংলালৈ অনুবাদ কৰাৰ দায়িত্ব বীণাৰ হাতত দিয়ে।

প্ৰথম দিনাখন আমি যেতিয়া তেওঁৰ ঘৰলৈ যাওঁ তেতিয়া তেওঁ গোপাল হালদাৰ ডাঙৰীয়াৰ লগত কথা পাতি আছিল। আমি গৈ ওলোৱাত স্বাভাৱিকভাৱেই অসমৰ বিষয়ে আলোচনা আৰম্ভ হয়। মধ্যযুগৰ আহোম ৰজাৰ লগত কোচবিহাৰৰ ৰজাৰ চিঠি-পত্ৰৰ আদান-প্ৰদানৰ কথা উঠে। এই চিঠিবোৰৰ ভাষাত প্ৰাচীন বাংলা আৰু অসমীয়া শব্দ মিহলি হৈ থকা কাৰণে সহজে মনত ৰখা নাযায়, কিন্তু তেওঁ অবলীলাক্ৰমে এখন চিঠিৰ প্ৰত্যেকটি কথা মুখেৰেই কৈ যোৱাত আমি অবাক হওঁ।

কথাৰ মাজতে আধুনিক অসমীয়া সাহিত্যৰ সুবিখ্যাত লেখক সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ কথা ওলোৱাত তেওঁ কোৱা কথাষাৰ ভালদৰে মনত আছে— 'লক্ষ্মীনাথে মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰৰ পৌত্ৰী প্ৰজ্ঞাসুন্দৰীক বিয়া কৰাইছিল বুলি জানো কিন্তু বেজবৰুৱা পৰিয়ালে তেওঁক বোৱাৰী স্বৰূপে গ্ৰহণ কৰিছিল নে নাই সেই কথাটো মই নাজানো।' এনেতে মই হঠাৎ কৈ উঠিলো যে এই কথাটো মই জানো। মোৰ কথাষাৰ শুনি তেওঁ আচৰিত হৈ মোক সুধিলে— 'আপুনি কেনেকৈনো জানিলে?' তেতিয়া মই ক'বলৈ বাধ্য হ'লো যে লক্ষ্মীনাথ মোৰ ককাদেউতা— শিক্ষাবিদ শ্ৰীনাথ বেজবৰুৱাৰ কনিষ্ঠ সহোদৰ। মোৰ মুখৰ পৰা এই কথাটো শুনি চকিত ভালদৰে আঁউজি বহি মোক ক'লে— 'ভালই হ'ল দেখছি, তাহলে আপনাৰ কাছ থেকে চব জানতে পাৰব।' মোৰ কথা শেষ হোৱাত তেওঁ 'মোৰ জীৱন সোঁৱৰণ'ৰ পৰা আওৰাই থোৱা কথা আমাক শুনাইছিল আৰু লগতে এই কথাবোৰো কৈছিল- 'লক্ষ্মীনাথেৰ একটি কথা আমাৰ খুব ভাল লেগেছিল— মহৰ্ষি দেবেন্দ্ৰনাথ বৰপণ হিচাবে টাকাৰ তোড়া দিলে তিনি তা ফিৰিয়ে দিয়ে বলেছিলেন— আমৰা গৃহ লক্ষ্মীকে বৰণ কৰে ঘৰে তুলি এখানে টাকাৰ লেনদেনেৰ কোন কথাই উঠে না।'

সুনীতিবাবুৰ নিজৰ বহুমূলীয়া লাইব্ৰেৰীটো আমাৰ কাৰণে সদায় খোলা আছিল। তেওঁ লাইব্ৰেৰীৰ এটি কুঠৰিত বিছনাৰ ওপৰত উবুৰি খাই শুই চকুৰ খুব ওচৰত কিতাপ খুলি কি কষ্ট কৰি পঢ়া-শুনা কৰিছিল। এই দৃশ্যটো দেখি আমাৰ মনত খুব দুখ লাগিছিল। এই অৱস্থাতো তেওঁ এদিন কৈছিল যে তেওঁ এতিয়া এখন খুব গুৰুত্বপূৰ্ণ কিতাপৰ কাম আৰম্ভ কৰিব খুজিছে আৰু এইখনেই হ'ব তেওঁৰ সৰ্বশ্ৰেষ্ঠ কাম। যদি আৰু দহটামান বছৰ এই কামত লাগি থাকিব পাৰে তেতিয়াহে তাক সম্পূৰ্ণ কৰা যাব। তাৰ পাছত মোৰ পিনে চাই সুধিলে— 'কি বলেন পাৰব তো?' মই অবাক হৈ তেওঁৰ মুখলৈ চাই ৰ'লো— তেতিয়া তেওঁৰ বয়স আশীৰ ঘৰ পাৰ হৈ গৈছে!

চৰকাৰৰ উচ্চ পদস্থ বিষয়া হৈয়ো সাহিত্য সাধনাত সম্পূৰ্ণভাৱে আত্মনিয়োগ কৰিবৰ কাৰণে সেই পদমৰ্যাদা ত্যাগ কৰাৰ উদাহৰণ অতি বিৰল। শ্ৰীযুক্ত অন্নদাশঙ্কৰ ৰায় হ'ল সেই বিৰল ব্যক্তিসকলৰ অন্যতম। তেওঁ অকল বাংলা সাহিত্যৰ ক্ষেত্ৰত

সুবিখ্যাত নহয় আধুনিক ওড়িয়া সাহিত্যৰ ক্ষেত্ৰতো তেওঁৰ দান অবিস্মৰণীয়। তেওঁৰ সৃষ্টিৰ পৰিধি অতি বিস্তৃত। যিগৰাকী লেখকে এদিন 'সত্যাসত্য'ৰ নিচিনা মননশীল সুবৃহৎ উপন্যাস লিখি বিদগ্ধ সমাজক মুগ্ধ কৰিছিল তেওঁৱেই আকৌ শিশুৰ কাৰণে অপূৰ্ব কবিতা লিখি ল'ৰা-বুঢ়া সকলোকেই মতলীয়া কৰি তুলিছে— 'তেলেৰ শিশি ভাঙল বলে খোকাৰ উপৰ ৰাগ কৰ/তোমৰা যে সব বুড়ো খোকা ভাৰত ভেঙে ভাগ কৰ/ তাৰ বেলা'; তেওঁৰ লগত প্ৰথম পৰিচয় হয় শিল্পকলাৰ বিষয় লৈ নহয় গ্ৰন্থ ৰচনাৰ সূত্ৰত হে। বীণাৰ 'পূৰ্বাচলেৰ ৰূপ কথা' নামৰ কিতাপখনৰ পাণ্ডুলিপিটো পঢ়ি ভাল লগাত তেওঁ সাগ্ৰহেৰে পাতনিত লিখি দিছিল— 'একেতো প্ৰতিবেশীদেৰ সম্বন্ধে আমাদেৰ আগ্ৰহ কম, তাৰ উপৰ এৰা অসমীয়া বাদে সকলেই ট্ৰাইবেল বা জনজাতি। এদেৰ মধ্যে সবচেয়ে কম পৰিচিত অৰুণাচলেৰ অকা, তাগিন প্ৰভৃতি জনজাতি। এদেৰ সম্বন্ধে আমৰা এত কম জানি যে লেখিকাৰ কাছে আমৰা এই জন্যে আৰও বেশী কৃতজ্ঞ। বাংলা ভাষায় এই বইখানি অনন্য।' প্ৰতিবেশীৰ সাহিত্য সম্বন্ধে তেওঁ যে কিমান সজাগ এই কথাটো তেওঁৰ লগত হোৱা আলাপ-আলোচনাৰ মাজেদি ভালদৰে উপলব্ধি কৰিছিলো। তেওঁ এবাৰ এখন পত্ৰিকাৰ সাক্ষাৎকাৰৰ সময়ত কৈছিল— দেশ আৰু জাতিক চিনিবলৈ হ'লে ভাৰতৰ বেলেগ বেলেগ গোষ্ঠীৰ ভাষা আৰু ৰূপকথাৰ লগত পৰিচিত হোৱা উচিত।' এই প্ৰসঙ্গত তেওঁ বীণা মিশ্ৰৰ প্ৰচেষ্টাৰ কথাও উল্লেখ কৰিছিল। তেওঁৰ লগত দেখা হ'লে অসম সম্পৰ্কে বহুত ধৰণৰ কথা জনাৰ আগ্ৰহ দেখি আহিছো। প্ৰতিবেশী ৰাজ্যসমূহৰ বিষয়ে এনেকুৱা আগ্ৰহ থকা ব্যক্তিৰ সংখ্যা অতি কম বুলিব পাৰি। তেওঁৰ উৎসাহদানৰ কাৰণে বীণাই অনুবাদ সাহিত্যত মন দিয়ে। তেওঁৰ অনূদিত 'বুঢ়ী আইৰ সাধু' কিতাপখনৰ বিষয়ে লিখিছিল— 'আপনাৰ ঠাকুৰমাৰ ৰূপ কথা বইখানিৰ প্ৰত্যেকটি কাহিনী আমি সাদৰ কৌতূহলেৰ সঙ্গে পড়েছি। পড়বাৰ সময় একবাৰও মনে হয় না যে কাহিনীগুলি স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুয়া মহাশয়েৰ সুস্বাদু ৰচনাৰ অনুবাদ। ... সুন্দৰ ভাষাৰ জন্য বেজবৰুয়া মহাশয়কে যেমন ধন্যবাদ তেমনি শ্ৰীমতী বীণা মিশ্ৰকে। বাংলা ও আসামেৰ যোগাযোগ এইভাবেই হ'বে।' এদিন তেওঁৰ লগত নানান কথা আলোচনা কৰি বিদায় লোৱা সময়ত তেওঁ কোৱা কথাষাৰ মনত পৰিছে— 'আপনাৰা এলে খুশী হব, নতুন বই হাতে নিয়ে এলে আৰও বেশি খুশী হ'ব।' এই কথাটো যে কিমান আন্তৰিক তাক কিছুদিন পাছত ভালদৰে উপলব্ধি কৰিছিলো। মোৰ চিত্ৰ প্ৰদৰ্শনীবোৰলৈ তেওঁ আগ্ৰহেৰে আহি তেওঁৰ মন্তব্যও লিখি গৈছে। মোৰ এই গ্ৰন্থখনৰ বাংলা সংস্কৰণৰ ভূমিকাত তেওঁ যি মূল্যবান কথাখিনি লিখিছে তাৰ তাৎপৰ্য আজিৰ পৰিস্থিতিত সকলোৱেই বুজিব পাৰিব।

শ্ৰীঅন্নদাশঙ্কৰ ৰায়ৰ সুযোগ্য সহধৰ্মিণী শ্ৰীমতী লীলা ৰায়ৰ কথা উল্লেখ কৰা প্ৰয়োজন বুলি ভাবো। তেওঁৰ জন্মভূমি আমেৰিকা হ'লেও আমাৰ দেশক একান্তভাৱে আপোন কৰি লৈছিল। তেওঁৰ অমায়িক স্বভাৱ আৰু মধুৰ ব্যৱহাৰে সকলোকে মুগ্ধ কৰি ৰাখিছিল। তেওঁৰ লিখাৰ ভিতৰেদি বাংলা সাহিত্যৰ প্ৰতি অনুৰাগ সুস্পষ্ট হৈ উঠে।

তেওঁ বহুত সংস্কৃতিমূলক প্ৰতিষ্ঠানৰ লগত জড়িত আছিল। কিছুকাল আগতে তেওঁ এই সংসাৰৰ পৰা বিদায় ল'লে।

প্ৰসঙ্গত শ্ৰীক্ষিতীশ ৰায়ৰ কথা মনলৈ আহে। তেওঁ এসময়ত সাহিত্য একাডেমিৰ কলিকতা শাখাৰ সচিব আছিল। তেওঁ অসমীয়া ভাষাত কথা পাতিব পাৰে আৰু কেইবাখনো অসমীয়া কিতাপ বাংলাভাষালৈ অনুবাদো কৰিছে। মোৰ বাংলা কবিতাৰ 'ৰূপেৰ অন্তৰে ৰূপ' কিতাপখন পঢ়ি তেওঁ মোক অভিনন্দন জনাই লিখিছিল— 'ছবিতে যেমন কবিতাতেও তেমনি আপনি একটি নতুন স্বাদ আমদানি কৰেছেন। আপনিতো সব্যসাচী— বাংলা অসমীয়া উভয় ভাষাতেই নিজেৰ ব্যক্তি মানস কেমন সুন্দৰভাৱে প্ৰকাশ কৰতে পাৰেন।'

সুবিখ্যাত ভাস্কৰ দেৱীপ্ৰসাদ ৰায়চৌধুৰীৰ লগত মোৰ পৰিচয় হোৱাৰ অতি কম সময়ৰ ভিতৰতেই এটি আন্তৰিক যোগাযোগ গঢ়ি উঠিছিল। তেওঁৰ লগত দেখা হোৱাৰ বহুত দিন আগতেই তেওঁ নেচনেল গেলেৰীৰ কাৰণে মোৰ ছবি সংগ্ৰহ কৰিছিল আৰু মোৰ ছবিৰ খুব প্ৰশংসাও কৰিছিল। তেওঁৰ লগত আলাপ-আলোচনা খুব আনন্দদায়ক আছিল। গধূলি বেলিকা প্ৰায়েই তেওঁৰ ঘৰত বহুত গুণী ব্যক্তিৰ মেল বহিছিল। তেওঁলোকে শিল্পকলাৰ বিষয়ে নানান আলোচনা কৰিছিল। তেওঁ খুব ৰসাল গল্প কৰাৰ ওস্তাদ আছিল। তেওঁ মোক ইমান ভাল পাইছিল যে কেইদিনমান দেখা নাপালে ফোন কৰি খবৰ লৈছিল।

বিড়লা একাডেমিত মোৰ প্ৰদৰ্শনী অনুষ্ঠিত হোবাৰ সময়ত এটা মজাৰ ঘটনা ঘটে। সেইসময়ত তাত এখন সভা পতাৰ কথা আছিল। কিউৰেটাৰে সেইদিনাখন দেৱীপ্ৰসাদক মোৰ প্ৰদৰ্শনী চাবলৈ অহা দেখি হঠাৎ তেওঁক লিফ্‌টত তুলি সেই সভাৰ সভাপতি কৰিবৰ কাৰণে লৈ যোৱাত বিৰক্ত হৈ এই কথাষাৰ কৈছিল— 'তোমালোকে মোক ক'লৈ আনিলা? মোৰতো ইয়ালৈ অহাৰ কথা নাছিল, মই হেমন্ত মিশ্ৰৰ ছবিহে চাবলৈ আহিছো। মোক তালৈ লৈ যোবা।' একাডেমিৰ কিউৰেটাৰে তেওঁৰ মেজাজৰ বিষয়ে একোকেই নজনা কাৰণে এনে অৱস্থাৰ সৃষ্টি হৈছিল। মোৰ ছবি চাই তেওঁ কিছু অভিমত প্ৰকাশ কৰিবলৈ ধৰোতেই উপস্থিত দৰ্শকসকলে তেওঁৰ কথা শুনিবৰ কাৰণে ঘেৰি ধৰে। এনেতে তেওঁ মোক ক'লে— 'মোৰ ক'বলগীয়া কথা আপোনাক লিখি জনাম।' এসপ্তাহৰ ভিতৰতেই তেওঁৰ অভিমত লিখি পঠিওৱা চিঠিখন পাও আৰু সেই চিঠিখন সযত্নেৰে ৰাখি থৈছো। তাৰে অলপ ইয়াত উধৃত কৰিলো— 'In short the expressions registered in the patterns are visions of a poet charged with philosophical contents. The beauty of his works has to be judged from a defferent angle since the result is distinct from what is expected of the stereotyped process of picture making.

It is indeed a revealation of a mystery which envelops his emotional theme and elevates the oulooker to a plane far beyond physical experience.'

একেধাৰে চিত্ৰশিল্পী, ভাস্কৰ, সঙ্গীতশিল্পী, সুলেখক দেৱীপ্ৰসাদৰ উদাৰ মনোভাব, দিলদৰিয়া স্বভাব আৰু প্ৰবল ব্যক্তিত্বই মোক বিশেষভাৱে আকৃষ্ট কৰিছিল। একালত তেওঁ মল্লবীৰ ৰূপেও জনাজাত আছিল। বিদেশী আমোলৰ এটি ঘটনা তেওঁৰ পত্নীৰ মুখৰ পৰা শুনিছিলো। এদিনাখন কোনো এঠাইলৈ যোৱাৰ কাৰণে তেওঁলোক দুয়ো ৰেলগাড়ীৰ এটা প্ৰথম শ্ৰেণীৰ কামৰাত উঠা সময়ত কেইজনমান চাহাবে গুজৰি উঠি তৎক্ষণাত নামি যাবলৈ আদেশ দিলে। এই কথা শুনি দেৱীপ্ৰসাদে খঙত জ্বলি-পকি উঠি তাৰে এজনক হাতত ধৰি একেটানে প্লেটফৰ্মত নমাই দিয়ে। তেওঁৰ বাহুৰ জোৰ দেখি ভয়ত বাকীবোৰ চুপ মাৰিলে। এনেধৰণৰ ঘটনা আৰু কেইবাৰমান ঘটিছিল বুলি শুনিছিলো। ইয়াৰ পৰাই বুজিব পাৰি যে আত্মমৰ্যাদাৰ বিষয়ে দেৱীপ্ৰসাদ কিমান সজাগ আছিল আৰু এনে প্ৰতাপেৰেই তেওঁ আজীৱন কটাই গ'ল।

তেওঁ এগৰাকী সুৰসিকো আছিল; মজাৰ মজাৰ গল্প কৈ আমাক প্ৰায়েই হঁহুৱাইছিল। এদিন ৰাতিপুৱা তেওঁ ঘৰৰ সমুখৰ বাটত টহলি থাকোতে এজন মানুহে এটা ঘৰৰ নম্বৰ সোধাত— 'এইটো মোৰ ঘৰৰ নম্বৰ, আপুনি কাকনো বিচাৰি আহিছে' বুলি ক'লে। মানুহজনে মই এটি পাত্ৰৰ সন্ধানত আহিছো বুলি কোৱাত দেৱীপ্ৰসাদে ক'লে— 'ও আপনি ঘটক? পাত্ৰ আমিই, পছন্দ হবে কি?' গেৰুৱা লুঙি ভৰিত খৰম, হৃষ্টপুষ্ট খালি গাৰ পাত্ৰজনক দেখি ঘটকে থতমত খাই উঠি ক'লে 'যাঃ তুমিতো বুড়ো!' 'দেখতো বিয়েটা কেমন ফসকে গেল' বুলি কোৱাত আমি সকলোৱেই হাঁহিবলৈ ধৰিলো।

তেওঁ কোৱা আৰু এটি কথা মনত পৰিছে— 'মইতো আজিকালি ক'লৈকো যাব নোৱাৰো কিন্তু তোমাৰ ছবি চাবলৈ মন গৈছে, আকৌ আহিলে কেইখনমান ছবি লগত লৈ আহিবা।' বাৰু, আহিলে মোৰ কেইখনমান পুৰণি ছবি লৈ আহিম বুলি কোৱাত তেওঁ ক'লে— 'ছবি কি কোনদিন পুৰাণো হতে পাৰে?' প্ৰশ্নটো কৌতুকপূৰ্ণ হ'লেও শিল্পী বা শিল্প-প্ৰেমিকৰ চকুত ছবিৰ ৰূপ নতুন হৈ দেখা দিয়ে। শিল্পীৰ তুলিৰ প্ৰত্যেকটি আঁচেই অনন্তৰ বুকুত একোটা gesture যেতিয়া পুৰণি হৈ যোৱাটো সম্ভৱ নহয় বুলি ক'ব পাৰি। তেওঁৰ কৌতুক আশ্ৰিত বহুত কথাই সময়ে সময়ে খুব আনন্দ দান কৰিছিল। তেওঁৰ 'Ironies and Sarcasams' গ্ৰন্থত হাস্যৰসাত্মক মন্তব্য সহ ব্যঙ্গ চিত্ৰবোৰত সাময়িক সমাজ সম্পৰ্কে তেওঁৰ সচেতনতাৰ সুন্দৰ নিদৰ্শন পোৱা যায়। তাৰ উপৰিও তেওঁৰ বেহু কেইখনমান উপন্যাস, গল্প সংকলন, চিকাৰ কাহিনী, আৰু 'প্লেলেট' প্ৰকাশ হৈছিল। তেওঁৰ লগত সমাজচিন্তা আৰু শিল্পবিষয়ক যি আলোচনা হৈছিল সেইকথা ইয়াত লিখাৰ অৱকাশ নাই। তেওঁৰ মৃত্যুৰ সময়ত মই দিল্লীত আছিলো। হঠাৎ এই খবৰটো পাই খুব মৰ্মাহত হৈছিলো। তেওঁৰ শিল্পকৰ্মৰ এখন প্ৰদৰ্শনী অনুষ্ঠিত কৰা নিতান্ত প্ৰয়োজন বুলি কোৱাত তেওঁ খুব ভাল পাইছিল। আমাৰ দুৰ্ভাগ্য যে বহুমুখী প্ৰতিভাৰ অধিকাৰী এই শিল্পীগৰাকীৰ জীৱদ্দশাত কলিকতা মহানগৰীত এখন প্ৰদৰ্শনী অনুষ্ঠিত কৰা নহ'ল। সম্প্ৰতি বিড়লা একাডেমিৰ সৌজন্যত

তেওঁৰ ভাস্কৰ্য আৰু চিত্ৰৰ এখন প্ৰদৰ্শনী অনুষ্ঠিত হৈছে।

প্ৰেমেন্দ্ৰ মিত্ৰৰ লগত মোৰ পৰিচয় হয় 'আবাহন'ৰ সম্পাদক দীননাথ শৰ্মাৰ গনেশচন্দ্ৰ এভিনিউৰ বহাত। এই বিখ্যাত আলোচনীখন বহু যুগ আগতেই লুপ্ত হৈ গ'ল। এই আলোচনীৰ লেখকসকলে আবাহন যুগৰ লেখক বুলি অসমীয়া সাহিত্যৰ বুৰঞ্জীত স্থান লাভ কৰিছে। প্ৰসঙ্গত 'জোনাকী যুগ'ৰ কথা উল্লেখযোগ্য। উনৈশ শতিকাৰ শেষ ভাগত এই কলিকতাত পাঠৰত কেইজনমান অসমীয়া ডেকাই সেই যুগৰ নতুন ভাবধাৰাৰ দ্বাৰা অনুপ্ৰাণিত হৈ 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা' নামেৰে এটি সংস্থা স্থাপন কৰি তাৰ মুখপাত্ৰ হিচাপে 'জোনাকী' আলোচনীখন প্ৰকাশ কৰে। এই আলোচনীয়েই অসমীয়া সাহিত্যত আধুনিকতাৰ সূত্ৰপাত কৰে। 'জোনাকী'য়ে অসমৰ নব্য শিক্ষিত সমাজৰ চিন্তাধাৰাক পৰিপুষ্ট কৰি অৰ্ধশতিকা ধৰি অসমীয়া সাহিত্যৰ ওপৰত অতুলনীয় প্ৰভাৱ বিস্তাৰ কৰিছিল। সেইযুগৰ বিশিষ্ট লিখকসকল হ'ল— লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী, চন্দ্ৰকুমাৰ আগৰৱালা, সত্যনাথ বৰা, কনকলাল বৰুৱা আদি। কোৱা বাহুল্য যে লক্ষ্মীনাথৰ প্ৰতিভাই অসমীয়া সাহিত্যৰ প্ৰত্যেকটি শাখাকেই সমৃদ্ধ কৰি তুলিছিল। তেওঁ একেধাৰে আছিল নাট্যকাৰ, প্ৰবন্ধ ৰচয়িতা, চুটি গল্প লেখক, হাস্যৰসৰ স্ৰষ্টা, জীৱনী ৰচয়িতা, কবি, শিশু সাহিত্যিক আৰু সমালোচক। অসমীয়া সাহিত্যৰ ভালেমান বিষয়ৰ তেওঁ এগৰাকী পথিকৃৎ লেখক স্বৰূপে সুখ্যাতি অৰ্জন কৰিছিল।

সুপ্ৰসিদ্ধ কবি প্ৰেমেন্দ্ৰ মিত্ৰই প্ৰথম আলাপ-আলোচনাতেই মোক খুব আকৃষ্ট কৰিছিল। তেওঁ সেইদিনাখন বাংলাৰ শিল্পকলা আৰু 'কেলকাটা গ্ৰুপ'ৰ বিষয়ে বহুত আলোচনা কৰিছিল। মোৰ ছবিয়ে তেওঁক বিশেষভাৱে আকৰ্ষণ কৰিছিল। মোৰ কবিতাৰ কিতাপৰ পাণ্ডুলিপিখন তেওঁক দেখুওৱাত আনন্দিত হৈ কৈছিল— 'আপনাকে এতদিনতো শিল্পী বলেই জানতাম কিন্তু আপনি যে কবিতাও লেখেন তাতো জানতাম না।' মই কিছুদিন ধৰি কবিতা লিখিছো বুলি শুনি তেওঁ আকৌ ক'লে— 'যৌবনে বহুলোকেই কবিতা লেখে কিন্তু আপনি পৰিণত বয়সে নতুন আৰ একটি মাধ্যমে নিজেকে প্ৰকাশ কৰবাৰ চেষ্টা কৰছেন দেখে বড় খুশী হলাম।' মোৰ কবিতা পঢ়ি তেওঁৰ ভাল লাগিছিল কাৰণে কিতাপখন ছপাবলৈ উৎসাহ দিয়ে আৰু তেওঁৰ নিজৰ অভিমতো লিখি দিয়ে। তাৰে অলপ উদ্ধৃত কৰিছো— 'গুণী ৰসিকৰা বলে থাকেন বটে যে শব্দেৰও ৰঙ আছে, আছে দৃশ্যমান ৰঙৰেখাৰ মধ্যে ধ্বনিৰ ঝঙ্কাৰ; কিন্তু শিল্পেৰ গহন সত্য বিষয়ে মহাজনদেৰ সেই অনুমান কোনো এক সাৰ্থক স্ৰষ্টাৰ হাতে যথাৰ্থই বাস্তবায়িত হয়ে উঠবে এটা যে একৰকম আশাতীতই ছিল তা অস্বীকাৰ কৰবাৰ নয়। হেমন্ত মিশ্ৰ কিন্তু তাঁৰ 'ৰূপেৰ অন্তৰে ৰূপ' এৰ কবিতাগুলিতে সেই অসাধ্যসাধন কৰেই আমাদেৰ চমৎকৃত কৰেছেন। সাৰ্থক চিত্ৰশিল্পীদেৰ মনে নিজস্ব একটা ৰূপ-ৰঙেৰ জগৎ থাকে, সে জগৎ বৰ্ণাঢ্য কিন্তু নীৰৱ। হেমন্ত মিশ্ৰেৰ বেলায় কিন্তু ৰূপ ৰঙেৰ জগতেৰ পাশাপাশি একটি সৰব ভাষাৰ জগৎও প্ৰথম থেকে নিশ্চয়ই ছিল। নইলে

মনেৰ নীৰৱ ৰঙ, ৰেখাকে শুধু সৰব ভাষায় অনুবাদ কৰাৰ চেষ্টা কৰে এমন স্বতঃস্ফূর্ত মৌলিক কাব্য ৰচনা কৰা যায়না।'

কোনো কোনো সময়ত প্ৰকৃতিদেৱীয়ে মুক্তহস্তেৰে প্ৰতিভা দান কৰে। প্ৰেমেন্দ্ৰ মিত্ৰৰ ক্ষেত্ৰত এই কথাটো প্ৰযোজ্য। তেওঁ আছিল কবি, গীতিকাৰ, গল্প ৰচয়িতা, ঔপন্যাসিক, শিশু সাহিত্যিক আৰু ছায়াছবিৰ নিৰ্মাতা। তেওঁ এদিন দৃষ্টি শক্তিৰ দুৰ্বলতাৰ বিষয়ে কৈছিল যে দুপৰ ৰাতিলৈকে পঢ়া-শুনা কৰি চকুৰ ওপৰত বহুত অত্যাচাৰ কৰিছিল বুলিয়েই আজি তেওঁৰ চকুৰ এনে শোচনীয় অৱস্থা হৈছে। তেওঁ আছিল বিজ্ঞানৰ ছাত্ৰ, হয়তো সেইকাৰণেই তেওঁৰ সকলো বিষয়ত অসাধাৰণ অনুসন্ধিৎসা আছিল। সাহিত্য, শিল্পকলা, ৰাজনীতি, ছায়াছবিৰ পৰা আৰম্ভ কৰি উদ্ভিদ বিদ্যা সম্বন্ধেও তেওঁৰ আগ্ৰহ দেখি মই আচৰিত হৈছিলো। এদিন মোক কৈছিল— 'আপুনি পাহাৰলৈ যায় যেতিয়া এবাৰ খবৰ ল'ব পাৰিবনেকি গোম্ধানৰ খেতি প্ৰথমতে অসমৰ পাহাৰত হৈছিল নে বিদেশৰ পৰা অনা হৈছিল।' এবাৰ তেওঁ পাহাৰৰ পাচলি স্কোৱাচ ভৈয়ামত খেতি কৰি সফল হৈছিল। সেই বয়সতো তেওঁৰ চিন্তা শক্তিৰ স্বচ্ছতা আৰু গভীৰতা অক্ষুণ্ণ আছিল। তেওঁৰ লগত কথা পাতি যেনে আনন্দ পাইছিলো তেনেকৈ নতুন সৃষ্টিৰ অনুপ্ৰেৰণাও লাভ কৰিছিলো। তেওঁ খুব আগ্ৰহ সহকাৰেই মোৰ পূৰ্বাপৰ প্ৰদৰ্শনী চাবলৈ আহি ভিজিটৰ বুকত এই কথাষাৰ লিখি থৈ গৈছিল— 'একদিন দেখে আশ মিটল না, আৰ একদিন আসাৰ সঙ্কল্প নিয়ে যাচ্ছি।'

এদিন শিল্প সাহিত্যৰ বিষয়ে আলোচনা কৰোঁতে তেওঁ কৈছিল যে 'কোনো এটি সৃষ্টিকৰ্মৰ দুই-চাৰিজন মাত্ৰ সংবেদনশীল দৰ্শক বা পাঠক পালেই আপোনাৰ সৃষ্টি সাৰ্থক বুলি ধৰি ল'ব পাৰে।' এগৰাকী প্ৰথিতযশা সাহিত্যিকৰ গোটেই জীৱনৰ অভিজ্ঞতা প্ৰসূত এই মন্তব্যটো মোৰ খুব ভাল লাগিছিল। তেওঁ হঠাৎ যেতিয়া অসুস্থ হৈ পৰে তেতিয়া মই ভাবিব পৰা নাছিলো যে ইমান সোনকালে তেওঁ আমাৰ মাজৰ পৰা চিৰবিদায় ল'ব। তেওঁৰ মৃত্যুত মই মোৰ এগৰাকী অত্যন্ত হিতাকাংক্ষী ব্যক্তিক হেৰুৱালো।

বহুত দিন আগতে নতুন দিল্লীত এজন শিল্পী বন্ধুৱে তাৰ কেইজনমান শিল্পীৰ লগত মোক এনেদৰে চিনাকি কৰি দিছিল— এওঁ এজন শিল্পী কিন্তু লেখকৰ লগতহে বেছি যোগাযোগ। কথাটো সম্পূৰ্ণ সত্য নহ'লেও কিছু পৰিমাণে সত্য। কলিকতাত মোৰ প্ৰদৰ্শনীৰ সময়তো বহুতৰ মুখত একে কথাটোকে শুনিছিলো।

মহানগৰীৰ শিল্পকলাৰ বিষয়ে ভাবিলে লেডী ৰাণু মুখাৰ্জীৰ কথা উল্লেখ কৰা দৰকাৰ। উনৈছ শ তিৰাশী চনত একাডেমি অব ফাইন আৰ্টচৰ সুৱৰ্ণ জয়ন্তী অনুষ্ঠিত হৈ গ'ল। তেওঁ যেতিয়া এই একাডেমিৰ প্ৰতিষ্ঠা কৰে তেতিয়ালৈকে এনে কোনো সংস্থা ইয়াত নাছিল। মনত পৰে একালত ইণ্ডিয়ান মিউজিয়ামৰ বাৰাণ্ডা আৰু দুই-এটি কুঠৰিলৈ একাডেমিৰ প্ৰদৰ্শনী অনুষ্ঠিত হৈছিল। বাংলাৰ আৰু ভাৰতৰ বহুত ঠাইৰ শিল্পকৰ্মই এই প্ৰদৰ্শনীত স্থান লাভ কৰিছিল। লেডী মুখাৰ্জীৰ অক্লান্ত পৰিশ্ৰমত

একাডেমিৰ এই বিশাল ঘৰটো সজা সম্ভব হয়। অৱশ্যে এই পৰিকল্পনাত তেওঁৰ স্বামী ছাৰ বীৰেন মুখাৰ্জীৰো যথেষ্ট অবদান আছে। এই একাডেমিৰ ভিতৰত শিল্পীৰ কাৰণে এটা স্কেচিং ক্লাব বহুত দিনৰ পৰা চলি আছে। অলপতে এটা 'Institute of Visual Art' খোলা হৈছে। তাত ছাত্ৰ-ছাত্ৰীয়ে শিল্প-ভাস্কৰ্য দুয়োটা বিষয়তে শিক্ষা লাভ কৰিবলৈ সুবিধা পাইছে। তাৰ উপৰিও একাডেমিৰ যিটো ডাঙৰ অডিট'ৰিয়াম আছে তাত সদায় 'গ্ৰুপ থিয়েটাৰ' বোৰৰ অভিনয় প্ৰদৰ্শন কৰাৰ সুব্যৱস্থা আছে।

একাডেমিৰ আৰু নানা সংস্থাৰ কামত সদায় ব্যস্ত থাকিলেও লেডী মুখাৰ্জীয়ে মাজে-সময়ে মোৰ তালৈ আহি বহুত আলাপ-আলোচনা কৰে। আজি যিসকল শিল্পীয়ে শিল্পজগতত প্ৰতিষ্ঠা লাভ কৰিছে তেওঁলোকৰ বহুতেই প্ৰথমতে স্বীকৃতি লাভ কৰিছিল এই একাডেমিতেই। লেডী মুখাৰ্জীৰ সুৰুচিপূৰ্ণ ব্যৱহাৰ আৰু শিল্পীৰ প্ৰতি সহানুভূতিৰ কথা বহুতেই জানে। প্ৰয়োজন হ'লে ব্যক্তিগতভাৱেও তেওঁ বহুত শিল্পীক নানাভাৱে সহায় কৰি আহিছে। এতিয়া বয়সৰ কাৰণে তেওঁৰ কৰ্মক্ষমতা কমি আহিলেও একাডেমিৰ প্ৰেছিডেণ্ট হিচাপে কৰণীয় চব কামেই নিখুঁতভাৱে কৰি গৈছে। মই একাডেমিত যোগদান কৰাৰ পাছত বিখ্যাত ভাস্কৰ সুনীল পাল আৰু বিখ্যাত শিল্পী ৰথীন মৈত্ৰৰ লগত যোগাযোগ বাঢ়ি উঠিছিল। এই দুগৰাকীয়েই বৰ্তমান একাডেমিৰ যুগ্ম সচিব। আগতে ৰথীন মৈত্ৰ আৰু গোপাল ঘোষ যুগ্ম সচিব আছিল। গোপাল ঘোষৰ মৃত্যুৰ পাছত সুনীল পালে সেই দায়িত্ব গ্ৰহণ কৰে। 'কেলকাটা গ্ৰুপ'ৰ সভ্য গোপাল ঘোষ শিল্পজগতত এটি পৰিচিত নাম। তেওঁৰ জলৰঙৰ নিসৰ্গ চিত্ৰবোৰ একালত খুব জনপ্ৰিয় হৈ উঠিছিল। 'কেলকাটা গ্ৰুপ'ৰ সভ্য ৰথীন মৈত্ৰও এগৰাকী বিখ্যাত শিল্পী। এওঁলোক দুজনেই চৰকাৰী আৰ্ট কলেজৰ অধ্যাপক আছিল। একাডেমিৰ উন্নতি সাধনত ৰথীন মৈত্ৰৰ একান্ত প্ৰচেষ্টা বিশেষভাৱে উল্লেখযোগ্য। সুনীল পালৰ লগত পঞ্চাশৰ দশকতেই মোৰ পৰিচয় হয়। এসময়ত আমি একেলগে দামোদৰ ভেলিৰ 'মডেল'ৰ কাম কৰিছিলো। সুনীল পালে এতিয়াও কাম কৰি গৈছে আৰু তেওঁৰ ভাস্কৰ্যই কলিকতা আৰু আন কেইখনমান ঠাই শোভিত কৰি ৰাখিছে। এজন বিখ্যাত ভাস্কৰ হ'লেও তেওঁৰ নিৰহঙ্কাৰ প্ৰকৃতি আৰু অমায়িক ব্যৱহাৰৰ কাৰণে তেওঁ সকলোৰেই প্ৰিয়।

মই একাডেমি অব ফাইন আৰ্টচত যোগদান কৰাৰ পাছত এগৰাকী বিখ্যাত ব্যক্তিৰ লগত পৰিচয় হোৱাৰ সৌভাগ্য ঘটে। তেওঁ হ'ল অধ্যাপক নিশীথৰঞ্জন ৰায়। কলিকতা বিশ্ববিদ্যালয়ত বহুকাল অধ্যাপনা কৰাৰ পাছত তেওঁ ভিক্ট'ৰিয়া মেম'ৰিয়েলৰ কিউৰেটাৰ পদত নিযুক্ত হয়। বৰ্তমান তেওঁ Institute of Historical Studies-ত জড়িত হৈ নানা মূল্যবান গ্ৰন্থৰ সম্পাদনাৰ কামত ব্যস্ত আছে। বহু গ্ৰন্থৰ ৰচয়িতা এই পণ্ডিত ব্যক্তিৰ অমায়িক ব্যৱহাৰে মোক মুগ্ধ কৰিছিল। তেওঁৰ লগত মোৰ যোগাযোগৰ প্ৰধান কাৰণ হ'ল তেওঁৰ চিত্ৰকলাৰ প্ৰতি অনুৰাগ। অধ্যাপক ৰায়ৰ লগত আলাপ-আলোচনা কৰাটো এটি আনন্দদায়ক অভিজ্ঞতা। বহুত সময়ত নানা ধৰণৰ কামত

তেওঁৰ আন্তৰিক সহানুভূতি আৰু সহায় পাই আহিছোঁ।

উনৈছ শ একষষ্টি চনত 'কেলকাটা গ্ৰুপ'ৰ তিনিজন সভ্য প্ৰাণকৃষ্ণ পাল, ৰথীন মিত্ৰ আৰু মোৰ ছবিৰ এখন প্ৰদৰ্শনী আৰ্টিষ্ট্ৰি হাউছত অনুষ্ঠিত হয়। বহুত দিনৰ পাছত 'কেলকাটা গ্ৰুপ'ৰ এই তিনিগৰাকী শিল্পীৰ চিত্ৰই কলাৰসিকসকলক খুব আকৰ্ষণ কৰে। এই প্ৰদৰ্শনীৰ সফলতাৰ বিষয়ে ইয়াৰ পত্ৰ-পত্ৰিকাত বহুত সমালোচনা প্ৰকাশ হয়। সেইবোৰত মোৰ চিত্ৰকৰ্মৰ বিষয়ে লিখা কেইটামান কথা উধৃত কৰিলো— 'Mr. Misra has fresh ideas and an excellent technique to embody them.' (Amrit Bazar Patrika, 1961). শ্ৰীমিশ্ৰেৰ ৰচনা ৰীতি আধুনিক পদ্ধতি অনুসৰণে গঠিত; কিন্তু এই আধুনিকতাৰ মধ্যেও এমন একটি স্বকীয়তাৰ ছাপ আছে যা দৰ্শকদেৰ দৃষ্টি এড়ায় না।' (যুগান্তৰ, ১৯৬১)। 'হেমন্ত মিশ্ৰেৰ ৰচনায় জ্যামিতিক ৰেখা কিছু কিছু আছে তবে ঋজু অপেক্ষা বক্ৰৰেখাৰ ওপৰেই এঁৰ জোৰ বেশী এবং এই বক্ৰৰেখাই— তিনি ছন্দ সৃষ্টিৰ কাজে লাগিয়েছেন। বৰ্ণে স্বচ্ছতাও লক্ষণীয়। প্ৰত্যেকটি ৰচনাই অত্যন্ত ছন্দপূৰ্ণ এবং আনন্দমুখৰ।' (দেশ) 'Details of his complex patterns created with light colours— Sharp geometrical shapes, angular figures violent twists, staccato rhythms... One cannot help but admire the competent manner in which he has used the cubist method to create some forceful pictures of his own... He recreates a strongly personal reponse by playing with fascinating forms and colours'. (Statesman, 1961)

'শ্ৰীমিশ্ৰেৰ কাজে ৰঙ ও আকাৰেৰ মধ্য দিয়ে ব্যক্তিগত সাড়া জাগিয়ে তোলাৰ আবেদন নিহিত আছে।' (স্বাধীনতা, ১৯৬১)

'Sri Misra uses symbols more often than his colleagues and he is able by this means to achieve an intensity which is his principal distinction... he uses the technique of the Modern School with a sense of its appropriateness which gives his studies an individual stamp. 'Spring' a delightful picture, a pattern of colour to which human beings seem almost assimilated. Spring's rejoicings are felt in man and flowers alike. 'Floating Studio' represents the artist's attempt to achieve stability in a world of anarchical disorder... Sri Misra has fresh ideas and an excellent technique to embody them' (Amrit Bazar Patrika, 1961)

গ্ৰুপ প্ৰদৰ্শনী সমাপ্ত হ'ল। একোখন প্ৰদৰ্শনীৰ কাম শেষ হ'লে কিছু পৰিমাণে ক্লান্ত হৈ পৰা স্বাভাৱিক। গ্ৰুপ প্ৰদৰ্শনীত যোগদান কৰিবৰ কাৰণে বা নিজৰ একক প্ৰদৰ্শনীৰ আয়োজন কৰিম বুলি মই প্ৰদৰ্শনীৰ আগত দিনে-ৰাতিয়ে খাটি কেইখনমান ছবি কেতিয়াও আঁকি নুলিবাওঁ। এই প্ৰথা মোৰ স্বভাৱ বিৰুদ্ধ। সময়ে সময়ে বহুত শিল্পীয়ে এই প্ৰথা অবলম্বন কৰি অহাটো মই দেখিছোঁ। এই পথেৰে আগবাঢ়ি কোনো মহৎ শিল্পকৰ্ম সৃষ্টি কৰিব পৰা যায় বুলি মই আজিলৈকে বিশ্বাস কৰিব পৰা নাই। ছবি আঁকা মোৰ এটি নিত্যকৰ্ম আৰু স্বাভাৱিক গতিত চলে। কোনো জোৰ জবৰদস্তি তাত নাখাটে।

চিত্র সৃষ্টিৰ প্ৰেৰণা কোনো সময়ত খৰস্ৰোতা পাহাৰী নিজৰাৰ দৰে ধাৱমান, কেতিয়াবা পলস পৰা নৈৰ দৰে মন্থৰ গতিত বৈ যায়, আকৌ কেতিয়াবা অচল নিস্তৰঙ্গ ডোঙাত পৰিণত হয়। মোৰ চিত্ৰকৰ্ম্ম অবিৰাম গতিত চলি থাকিলেও মহানগৰীৰ শীতৰ মৰুভূমত বছৰে বছৰে একক প্ৰদৰ্শনীৰ ব্যৱস্থা কৰাৰ কথা মই কেতিয়াও ভবা নাই। এখনৰ পাছত আনখন প্ৰদৰ্শনীৰ সময়ৰ  ব্যৱধানৰ বিষয়ে মোৰ বন্ধু-বান্ধৱ আৰু হিতাকাংক্ষীসকলে ভালদৰেই জানে। বাটে-ঘাটে কাৰো লগত দেখা হ'লে— 'প্ৰদৰ্শনী কেতিয়া পাতিব, নতুন ছবি কেতিয়া চোৱাৰ সুযোগ ঘটিব?' এনে বহুত প্ৰশ্নৰ উত্তৰ মই প্ৰায়েই দিবলগীয়া হৈছে আৰু যে আমনিও নেপাওঁ এনে নহয়। কেইবছৰমান ছবি অঁকাৰ পাছত ষ্টুডিঅ'ত ঠাইৰ অভাৱ হ'লেহে প্ৰদৰ্শনীৰ কথা চিন্তা কৰো আৰু ছবি বাছিবলৈ আৰম্ভ কৰো। প্ৰেৰণা পালেও সদায় একোখন লেখত লবলগীয়া চিত্ৰসৃষ্টি কৰা কি সম্ভৱ? এখন সৰু কাগজৰ টুকুৰাতেই কেতিয়াবা কেতিয়াবা প্ৰেৰণাৰ সমাপ্তি হোৱাটোও অস্বাভাৱিক বুলিব নোৱাৰি। কেতিয়াবা একোখন স্কেচ্ চকুৰ শূল বুলি ফালি-চিৰি পেলোৱাও হয়। দ্ৰুত গতিতেই নাইবা ধীৰ গতিতেই হওক মোৰ প্ৰেৰণাৰ সেই সৰু নৈখনি এতিয়াও বালিৰ চাউনিত হেৰাই যোৱা নাই। এই নৈৰ পানীত চন্দ্ৰ, সূৰ্য, তাৰকামণ্ডল আৰু মহাশূন্যৰ কচমিক জেউতিৰ যৎসামান্য আলোৰ কণা নিশ্চয় প্ৰতিবিম্বিত হয়। তাকেই বুকুত সামৰি লৈ আজি মই জুৰুলা— তাৰ যথাৰ্থ প্ৰকাশ মই কি চিত্ৰপটত ফুটাই তুলিব পাৰিছো?

কোনো এখন প্ৰদৰ্শনী অনুষ্ঠিত হৈ যোৱাৰ পাছত ন-পুৰণি বন্ধুৰ লগত দেখা কৰো বুলি আপোনমনেৰে ঘূৰি-পকি ফুৰিছিলো আৰু এনে সময়তেই মোৰ বীণাৰ লগত প্ৰথম পৰিচয় হয় আৰু কিছুদিনৰ মূৰত বিবাহ-বন্ধনত আবদ্ধ হওঁ। সেইদিন ধৰি মোৰ শিল্পী জীৱনৰ আৰু সংসাৰৰ সুখ-দুখ আশা আকাংক্ষাৰ মূৰ্ত বা অমূৰ্ত বোজাটো কঢ়িয়াবলৈ তেওঁ মোৰ চিৰসঙ্গিনী হৈ উঠে। প্ৰদৰ্শনীৰ পাছত অলপ-অচৰপ টকা মোৰ হাতলৈ আহে। বীণাই লেডী ব্ৰেবৰ্ণ কলেজত অধ্যাপনাৰ কামত নিযুক্ত থকা কাৰণে আমাৰ সংসাৰখনি অলপ সহজ হৈ আহে আৰু মোৰ শিল্প সাধনাৰ কাৰণে বেছি সময়ো দিব পাৰিছিলো। বীণাৰ পৰা মই বাংলা ভাষা ভালদৰে শিকিবলৈ সুযোগ পাওঁ আৰু বাংলা ভাষাত লিখিবলৈ অনুপ্ৰাণিত হওঁ। কোৱা বাহুল্য তেওঁ মোৰ পৰা অসমীয়া ভাষা শিকি সাহিত্য-চৰ্চাত মনোযোগ দিয়ে। তাৰ ফলস্বৰূপে আমাৰ দুয়োৰো লিখা প্ৰবন্ধ পাতি অসম আৰু বাংলাৰ নানান পত্ৰ-পত্ৰিকাত প্ৰকাশ হ'বলৈ ধৰে। বীণাই অসম আৰু উত্তৰ পূৰ্বাঞ্চলৰ বিষয়ে ভালেমান প্ৰবন্ধ লিখি লেখিকা হিচাপে স্বীকৃতি লাভ কৰে। তেওঁৰ 'পূৰ্বাচলেৰ ৰূপকথা' কিতাপখনিয়ে পাঠক সমাজৰ বিশেষ সমাদৰ লাভ কৰে।  তেওঁ অনুবাদ সাহিত্যৰ প্ৰতিও আকৃষ্ট হয় আৰু কেইবাখনো অসমীয়া কিতাপ বাংলা ভাষালৈ অনুবাদ কৰে। তাৰ ভিতৰত 'বুঢ়ী আইৰ সাধু' ৰ অনুবাদ 'ঠাকুৰমাৰ ৰূপকথা' খন লক্ষ্মীনাথ বেজবৰুৱাৰ কিতাপৰ বাংলা ভাষালৈ কৰা প্ৰথম অনুবাদ গ্ৰন্থ। তাৰ পাছত শ্ৰীপ্ৰফুল্ল মিশ্ৰ সম্পাদিত 'পখী ঘোঁৰাৰ সাধু' আৰু শ্ৰীসৌৰভ কুমাৰ চলিহাৰ 'গোলাম' বাংলালৈ অনুবাদ কৰে। সাহিত্য অকাডেমিয়ে লক্ষ্মীনাথ বেজবৰুৱাৰ এখন

। দুটি গল্পৰ সংকলন 'ৰতন মুণ্ডা ও কয়েকটি গল্প' তেওঁৰ হতুৱাই অনুবাদ কৰায়।

মহানগৰীৰ জীৱন-বৃত্তত ভাসমান হৈ লিপ্ত থাকিবলগীয়া হোৱাত আৰু লগতে মোৰ শিল্প সাধনা অটুট ৰখা এটা খুব কঠোৰ পৰিশ্ৰমৰ কাম হৈ উঠাত মোৰ দৃষ্টিশক্তি ভয়ানকভাৱে দুৰ্বল হৈ পৰে। হতাশা নিৰাশাই মোক জুৰুলা কৰে। নানা চিকিৎসা ব্যৱস্থাৰ ফলত দৃষ্টিশক্তি ঘিৰাই পাওঁ যদিও মোৰ সোঁ চকুটো দুৰ্বল হয়েই ৰ'ল। নানান দুখ-কষ্ট-হতাশাক প্ৰশ্ৰয় নিদি জীৱন পথত আগুৱাই গৈছো। শিল্পীয়ে যি বিচাৰে তাক পাই জানো? প্ৰত্যেক যথাৰ্থ শিল্পীয়েই কোনো এটি আদৰ্শ ৰূপায়িত কৰি তুলিবৰ কাৰণে অদম্য মনোবলৰ দ্বাৰা ধাবিত হয়। সেই চিৰবাঞ্ছিত সীমান্তত উপস্থিত হ'ব নোৱাৰিলেও সেই পথত আগবঢ়াৰ প্ৰচেষ্টাই শিল্পীৰ জীৱনক কত ৰূপ-ৰস ঢালি সঞ্জীৱনী মন্ত্ৰেৰে আপ্লুত কৰি ৰাখে। শিল্প সাধনা জীৱনৰ এটি মহৎ সাধনা বুলি মই বিশ্বাস কৰো। শিল্প সৃষ্টিয়ে শিল্পীৰ প্ৰাণত আনন্দৰ জোৱাৰ তোলে। 'সত্য আৰু সুন্দৰৰ পাতিম কানন', এই কানন শিল্পীৰ তুলিকাৰ স্পৰ্শতেই বিকশিত হ'ব পাৰে।

মোৰ দ্বিতীয় যুগৰ সৃষ্টি কৰ্ম সফলতা লাভ কৰিলেও তাতো এটা সীমাৰেখা চকুত পৰিছিল কাৰণে মই আকৌ পৰীক্ষা-নিৰীক্ষা আৰম্ভ কৰো। এইবাৰ মোৰ চেতনাৰ ৰং-ৰূপ চিত্ৰপটত ফুটাই তুলিবৰ কাৰণে এটা অজনা পথেৰে যাত্ৰা কৰিলো। দৃশ্যগ্ৰাহ্য ৰূপ প্ৰকাশৰ পথ এৰি এইবাৰ অৱচেতন জগতৰ ৰূপ প্ৰকাশৰ কাৰণে মনপ্ৰাণ ঢালি দিলো। দ্বিতীয় যুগৰ কামত মোৰ অজ্ঞাতসাৰেই অতীন্দ্ৰিয় জগতৰ ৰূপৰ আভাস দেখা দিছিল যদিও এইবাৰ তাকেই সম্পূৰ্ণভাৱে গ্ৰহণ কৰি সাধনাত মগ্ন হ'লো। তাৰ ফলস্বৰূপে সৃষ্ট চিত্ৰসম্ভাৰ ষাঠিৰ দশকৰ মাজভাগত নতুন দিল্লীৰ শ্ৰীধাৰণী গেলেৰীত প্ৰদৰ্শন কৰো। নতুন দিল্লীত অনুষ্ঠিত মোৰ প্ৰথম একক প্ৰদৰ্শনীয়ে কলাৰসিক আৰু শিল্প সমালোচকসকলৰ অকুণ্ঠ প্ৰশংসা লাভ কৰে। তেতিয়া মনত পৰিছিল কলিকতা মহানগৰীত আয়োজিত মোৰ প্ৰথম আৰু দ্বিতীয় যুগৰ শিল্পকৰ্মৰ ভূয়সী প্ৰশংসাৰ কথা। পঞ্চাশৰ দশকৰ কলিকতাৰ শিল্প-প্ৰেমিক জনগণৰ প্ৰাণত মোৰ চিত্ৰকলাই স্থান লাভ কৰিছিল। এইবাৰ তৃতীয় যুগৰ চিত্ৰকৰ্ম দিল্লীৰ কলাৰসিক সমাজে কেনেভাৱে গ্ৰহণ কৰিছিল তাৰে কেইটামান কথা উৰ্ধত কৰিলো—

**A Surrealist of Merit**

Only occasionally have we had a good group show or an individual show from Calcutta. Mr. Misra's exhibition is one of the best in recent years. I wish he had come earlier, for here is an artist of great merit who had all the means to make a clear pictorial statement. His paintings make a slow but sure and lasting impact as one sees them closely. The Paintings also suggest the essential mind and mood of the artist which is unmistakebly surrealistic. Mr. Misra has been deeply moved by surrealism and this is his forte. He is an accomplished technician, a sensitive colourist with a highly imaginative mind —all of which are eessential prererequisites of a successful surrealist painter.

**Galaxy of Figures**

In his hands what appears to be, at the first glance, a picture of shreds of clouds floating in the sky turns into a galaxy of human figures, a hillock rises fantastically from surging waves and merges in the clouds forming a deeply felt integrated composition. He creates pathos disquietingly beautiful, with a Cross, a head of the Buddha and a pair of hands desparately reaching into the Heavens. ('Spirit Indomitable') against a background of green fire and smoke. He can transform a common spectacle in a circus ('Trapeze') into a superbly organised and imaginative painting without sacrificing the beauty and thrill aroused by the swringing acrobats. The surrealist approach demands and impeccable technique and a mind full of strange imagery. Mr. Misra's temperament is born out by the picture of a desert ('Pervading Peace') desolate and peaceful, almost beautific in its total impact.

S.A. Krishnan (Statesman Delhi, Oct., 1965)

Misra's surrealism has a touch of poetry. In Misra's work the nightmare element in surrealism is played down and the poetic emphasised... His 'Floating Studio' is by any standard a successful and impressive painting. There are works in this exhibition which are in a class by themselves. 'Improvisation', 'Two Forms' and 'Green Souls Struggling Under The Sun' are distinctly mature paintings. The latter has for its motif a giant hieroglyphic— a kind of ideograph. This complex swastika which is made up of stylised human forms spirals towards the sun. The green bodies are set off bfrilliantly against the red.

(Times of India Delhi, 1965)

তাৰ দুবছৰ পাছত কলিকতাতো এখন প্ৰদৰ্শনীৰ আয়োজন কৰো। এইখনেই মোৰ কলিকতাত অতিবাস্তৱ শিল্পকৰ্মৰ প্ৰথম প্ৰদৰ্শনী। এই বিষয়ে Statesman পত্ৰিকাই লিখিছিল—

Mr. Hemanta Misra's work has been admired in these columns before and his emergence as a leading surrealist painter noted... He creates the atmosphere or feeling of the dream world without rejecting concrete forms.. There are works with their endless perspective to indicate the dream world or the passage of time... What is impressive is the seriousness underlying the compositions, the subtle use of light and the choice of varied colours which are not merely his means but also his inspiration.

(Statesman, 1967)

ৰকমাৰি অনুশীলন দেখাৰ মধ্যে হঠাৎ কোনো হাত আমাদেৰ চমৎকৃত কৰে। সেদিক থেকে হেমন্ত মিশ্ৰৰ কথা ধৰা যায়... তাঁৰ আৰোপ পদ্ধতিতে কোন ইতস্ততঃ নেই ৰবং ভাৰী পৰিপাটি। তাঁৰ ৰঙ বিচাৰ সকল দৰ্শককেই আনন্দ দেয়।

(কমল মজুমদাৰ : আনন্দবাজাৰ পত্ৰিকা, ১৯৬৭)

'শ্ৰীহেমন্ত মিশ্ৰ পৰিণত চিত্ৰশিল্পী কিন্তু কোন সময়েই তিনি তাঁৰ ছবিকে সম্ভবত, একটি পৰিণতিতেই থেমে থাকতে দিতে প্ৰস্তুত নন। চিত্ৰকলায় তাঁৰ এই সংযত ধৈৰ্য ও নিৰীক্ষা তাই আমাদেৰ আগ্ৰহকে সবসময় জাগ্ৰত ৰাখে, এবং এই শিল্পীৰ ছবিৰ জগত য'তই স্বপ্ৰাচ্ছন্ন, কবিত্বধৰ্মী ও নিভৃত হউক তিনি যে বাৰ বাৰ স্বপ্ন ও বাস্তবেৰ মধ্যবৰ্ত্তী কোন একটি বিন্দুতে নিজেৰ কাজকে স্থাপনা কৰতে চাইছেন এই অনুভব তাঁৰ প্ৰদৰ্শনীকে তাই আমাদেৰ কাছে আকৰ্ষণীয় কৰে। ('পৰিচয়' পত্ৰিকাত বিখ্যাত কবি শ্ৰীসিদ্ধেশ্বৰ সেনৰ উক্তি)

'হেমন্ত মিশ্ৰেৰ এইটি কলকতায় তৃতীয় প্ৰদৰ্শনী। নব্য শিল্পধাৰা অনুশীলনে যে গোষ্ঠী প্ৰথম সৃষ্ট হয়। ইনি সেই 'ক্যালকাটা গ্ৰুপে'ৰ সদস্য। এইখানে তাঁৰ চব্বিশটি ছবি ছিল। ভাল কাজ দেখতে পাওয়া যখন সাধাৰণ দৰ্শকেৰ. প্ৰায় ভাগ্যেৰ কথা হয়ে দাঁড়িয়েছে ঠিক এমন সময় তাঁৰ প্ৰদৰ্শনীৰ আয়োজন হ'ল। প্ৰত্যেকটি ফ্ৰেমেৰ ভাবুকতা, অ্যাটমছফিয়াৰ এবং মুনশীয়ানা (ড্ৰাফ্‌টচম্যানশিপ), অৰ্থাৎ খেলিয়ে তোলাৰ কৌশল আমাদেৰ খুবই ভাল লাগে। তাঁৰ প্ৰায় ছবিই সুৰৰিয়ালিজম আত্মক এবং আমৰা জানি এই সুৰৰিয়ালিজম অনুপ্ৰাণিত ছবিৰ উদ্দেশ্য সোজা মানুষেৰ মনবুদ্ধিচিত্তে একটা ক্ৰিয়া কৰা, সেটা কখনই অপ্ৰাকৃতিক নয়, বিবিধ, ৰূপ নিয়ে, তাৰ প্ৰাকৃতিক সম্বন্ধ ছেড়ে, এক অনৈসৰ্গিক সম্বন্ধ সৃজন কৰা— এবং এৰূপ ঘটিয়ে তোলায় সুৰৰিয়ালিষ্ট কখনও ডেক'ৰেটিভ হবে না। তাঁৰ কবিত্বই এখানে কাজ কৰবে। হেমন্ত মিশ্ৰ একজন কবি, তাঁৰ ছবিৰ ৰঙ বিবেচনা এবং গঠন ক্ষমতা থেকে তা সাধাৰণেও বুঝতে পাৰবে। যথাঃ 'ফ্ৰোটিং ষ্টুডিও' ও অনেক গুলিতেই তাৰ প্ৰমাণ আছে। এখানে ঐ আঙ্গিক ছাড়াও অন্য আধুনিক অৰ্থাৎ, অবয়ব আৰোপ, পদ্ধতিৰ কাজ ছিল। যথা 'টু ফৰ্মস্'— এটি একটি চমৎকাৰ কাজ এখানে ঘটিয়ে তোলা ডৌলত্ব ক্ৰমশ ওকাৰবাদী ৰঙে আমাদেৰ আনন্দ দিয়েছে।' (কমল মজুমদাৰ, দেশ ১৯৬৭)

The group shows are over and the season of one man shows set in By far the best of these was the exhibition of paintings by Hemanta Misra at the Aritistry House which began in January 23. The genre of surrealist painting is a diificult field all the more because of the fascinating flights of fancy it offers to the artist. Hemanta Misra has successfully avoided the sentimental cliches which have almost a part of surrealisit paintings and has created imaginative and original forms which evoke half forgotten association and repressed contents of the unconscious.

Some of the paintings like 'Music' 'Awakening' and 'Pervading Peace' are beautiful landscapes which can be appreciated without any effort to untangle psychological puzzles. Distant seascapes with rugged earth and clear and luminous views of the skies in these paintings establish Hemanta Misra's right as a master in draughtmanship. It only goes to prove that a superb command over lines and colour is absolutely essential

for treading in the world of the surrealistic.

The best of the twentyfour paintings on view was 'Drought' a powerful composition striking in its arrangement of forms in the shape of a blazing orb with the wings of vulture crouching upon helpless human figures. The intensity of a scorching heat drying up the earth perhapes could never be expressed more imaginatively.

In the other paintings Hemanta Misra juxtaposes chance objects. They are founded on strangeness and contrast. The familiar signs of putrefaction, long shadows of bonelike objects and silhouette haunt the cavases

(Now Vol-III, Feb,3, 1967)

'প্ৰখ্যাত শিল্পী হেমন্ত মিশ্ৰেৰ একটি একক চিত্ৰপ্ৰদৰ্শনী সম্প্ৰতি আৰ্টিষ্ট্ৰি হাউসে অনুষ্ঠিত হয়েছে। প্ৰদৰ্শনীত আছে তাঁৰ চব্বিশটি তেল ৰঙেৰ কাজ। শিল্পী এই ছবিগুলিৰ মধ্যে দিয়ে এক স্বপ্নময় জগত ও বাস্তবতাৰ জগতকে পাশাপাশি ৰাখতে চেয়েছেন এবং শৈলী হিসেবে পৰা— বাস্তবতাকে প্ৰধানতঃ গ্ৰহণ কৰেছেন। স্নিগ্ধ নীলৰঙে 'প্ৰসাৰিত শান্তি' কিংবা 'মুগ্ধ' ছবিৰ সঙ্গে ৰয়েছে 'মুমূৰ্ষ সূৰ্য' কিংবা 'ছিন্নমূল' এৰ মতো ধাক্কা দেওয়াৰ মত ছবিও। 'অদম্য সত্তা'ৰ মতো ছবিও সেই সঙ্গে আছে।'

(কালান্তৰ, ১৯৬৭)

'শ্ৰীহেমন্ত মিশ্ৰেৰ ছবিগুলিতে শিল্পীৰ সাধনাৰ এক অপূৰ্বৰূপ সুন্দৰভাৱে প্ৰকাশ পেয়েছে।

শ্ৰীমিশ্ৰ প্ৰাচ্য ও পাশ্চাত্য শিল্পধাৰা গভীৰভাবে অধ্যয়ন কৰেছেন। তবে একথা নিঃসন্দেহে বলা যায় যে তাঁৰ শিল্পকলা সকল প্ৰভাৱ মুক্ত। বৰ্তমানে তাৰ মধ্যে এসেছে এক নিজস্ব জীবন দৰ্শন— যা তাঁৰ শিল্পকে এক বৈভৱ দান কৰেছে। শিল্পীৰ চিত্ৰবিদ্যাৰ ব্যাকৰণেৰ দখল প্ৰশংসনীয়। প্ৰথাগত ধাৰাকে অস্বীকাৰ কৰলেও তাঁৰ স্বাতন্ত্ৰ্য আমাদেৰ আনন্দ দেয়। ছবিগুলিৰ মধ্যে কখনো দেখা গিয়েছে সুৰিয়ালিজমেৰ এক অপৰূপ প্ৰকাশ, কখনো বা কিউবিজমেৰ চমৎকাৰিত্ব, কখনও শিল্পী আপনভাব কল্পনা ও অনুভূতিকে ৰঙ ও ৰেখাৰ সাহায্যে চিত্ৰৰূপ দান কৰেছেন। যাৰ মধ্যে গীতি-কবিতাৰ এক মাধুৰ্যপূৰ্ণ সুৰেৰ ৰেশ দেখা যায়। তাঁৰ এই শিল্পকলায় ৰিয়ালিজম অপেক্ষা এবষ্ট্ৰাক্টেৰ প্ৰতিই আকৰ্ষণ বেশী বলেই মনে হয়েছে। তিনি বাস্তব জগত থেকে বৰ্ণনাৰ বিষয় আহৰণ কৰলেও আপন স্বপ্নময় দৃষ্টিভঙ্গিৰ মাধুৰ্যে ৰাঙ্গিয়ে চিত্ৰ সৃষ্টি কৰেছেন। এই স্বপ্নময় মনেৰ অভিপ্ৰকাশ ঘটেছে 'প্ৰগতিৰ পথ', 'পৰিবৰ্তন শীল জগতেৰ সংস্কৃতি' 'আদিম বাতাবৰণ', 'একটি স্বপ্ন' 'সঙ্গীত' 'ৰাগ মেঘমল্লাৰ', 'মুগ্ধ' ছবিগুলিৰ মধ্যে। প্ৰত্যেকটি ছবি শিল্পীমনেৰ মাধুৰিমাৰ এক অতুলনীয় প্ৰকাশ। 'মৃতপ্ৰায়

সূৰ্য' ছবিটিতে জীৱন যেন জীৱনাতীতৰ সন্ধান পেয়েছে। ৰূপ-বৰ্ণ অমূৰ্ত হয়ে ফুটে উঠেছে। এক ৰূপাতীত লোকেৰ সুৰমূৰ্ছনা সৃষ্টি কৰেছে।

কিউবিজম যে কতটা সাৰ্থক পৰিণতি লাভ কৰতে পাৰে সেটি উপলব্ধি কৰা যায় যখন আমৰা দেখি 'দুটি দেহ' 'হাৰেম' 'ছিন্নমূল' ছবিগুলি। ভাবসাম্যপূৰ্ণ কনষ্ট্ৰাকসন এখানে মূলকথা। এ ছবিগুলি দৰ্শককে অপৰিসীম আনন্দ দান কৰবে নিঃসন্দেহে বলা যেতে পাৰে। জ্যামিতিক অঙ্কনেৰ অপৰূপ প্ৰকাশ দেখা যায় 'চলন্ত ষ্টুডিও' ছবিটিৰ মধ্যে। এখানে অঙ্কন ৰীতি ও মননশীলতাৰ একটি অভিনৱ সংযোজন আমাদেৰ মুগ্ধ কৰে। শ্ৰীমিশ্ৰেৰ প্ৰত্যেকটি ৰচনায় বিবিধ বৰ্ণেৰ প্ৰয়োগ, ছন্দোময় ব্যক্তিত্বপূৰ্ণ ৰেখাৰ সমাবেশ তাঁৰ শিল্পকে শ্ৰীমণ্ডিত কৰেছে।'

(যুগান্তৰ, ১৯৬৭)

এই একক প্ৰদৰ্শনী শেষ হোৱাৰ পাছৰ আঢ়ৈ বছৰ কাল আকৌ ছবি আঁকাত ব্যস্ত হৈ পৰো আৰু লগতে নিজকে 'বিকনচাইল' কৰিবলৈ চেষ্টা কৰো। সময়ে সময়ে মোৰ কল্পনাৰ কাণ্ডাৰীহীন নাওখনিত পাল তৰি দিও। এই সৰু নাওখনিয়ে অতল সমুদ্ৰৰ ঢৌ ভাঙি কোনো এক নতুন দিগন্তৰ পিনে বাট লয়। কেতিয়াবা আকৌ আগবাঢ়িব নোৱাৰাত পিছ হুহকিবও লগীয়া হয়। মোৰ মনৰ দাপোণখনিত প্ৰতিবিম্বিত হোৱা ৰূপ সদায় সামৰি ল'ব নোৱাৰাত বা এনেধৰণৰ বহুত সমস্যাৰ কাৰণে বিনিদ্ৰ ৰাতিও কটাবলগীয়া হৈছিল। ভাবাৱেগে স্ৰষ্টাক যেনেকৈ গিৰিশিখৰলৈ তুলি নিব পাৰে তেনেকৈয়ে কোনো অতল কুৰঙ্গতো পেলাই দিব পাৰে। বিষণ্ণ প্ৰভাত দেখা দিলেও শিল্পীৰ প্ৰেৰণাই তাক মচি দিব পাৰে— মোৰ বিশ্বাস শিল্পীৰ প্ৰাণ নলখাগৰিৰ নিচিনাই, নলখাগৰি যিমানেই কটা যায় চাওতে চাওতেই দুনাই গজি উঠে। প্ৰকাশভঙ্গীৰ ৰূপ বদলি গ'লে বেদনাও লগতে তীব্ৰৰূপ ধাৰণ কৰে। তাৰ ভিতৰেদিয়েই সৃষ্টিশীল প্ৰাণ একান্ত প্ৰয়াস লৈ আগবাঢ়ে। ন্যায়সঙ্গত প্ৰচেষ্টাৰ বিফলতায়ো যথাৰ্থ শিল্পসৃষ্টি কৰাত সহায় নকৰি নাথাকে। আকাশী লতাৰ দৰে আগ-গুৰিহীন ইমেজবোৰ যেতিয়া দেখা দিয়ে সেইবোৰ সত্য নে মৰীচিকা তাক আওকাণ কৰি চিত্ৰপটত ৰূপদান কৰাটোৱেই কাম্য। চিত্ৰপটত প্ৰতিফলিত কৰিব পাৰিলেই ইমেজবোৰ মুক্তি লাভ কৰে আৰু লগতে ময়ো অপ্ৰকাশৰ বেদনাৰ পৰা মুক্তি লাভ কৰিব পাৰো। সকলো সময়তে এই ইমেজবোৰৰ আঁতিগুৰি বিচাৰ কৰা সম্ভৱ নহয়। যদি সম্ভৱ হয় তেনেহ'লে তাক প্ৰেমিকাৰ চিঠিৰ দৰে গোপন কৰি নেৰাখি অন্তৰৰ ৰং-ৰূপ সানি প্ৰকাশ কৰাটোৱেই কাম্য।

শিল্পীৰ জীৱন তৃপ্তিহীন। পৰম আনন্দৰ এটি জিলিকনিয়েই তেওঁক শত ঘাত-প্ৰতিঘাত সহ্য কৰি স্বপথত আগবাঢ়ি যাবলৈ অনুপ্ৰাণিত কৰি ৰাখে। সেয়েহে এদিন মই যি কবিতাটো লিখিছিলো তাৰেই কেইটিমান পংক্তি উধৃত কৰিছো—

The blossoms I see in dreams fades,
But on endless canopy above

One bright star shines in solitude,
And kisses my sordid thoughts of love and joy,
Which the countless age often robs.

I visualise a twisted long caravan
Hazy in some distant land,
Toil I hard to reach the destination,
Timid souls I pity you, Your path is obscured,
By a tempting mirage.

In the rovering ocean of my mind
Toil I hard too, though weak, feeble and pale
To reach the goal my scarlet heart dictates.

মোৰ সুদূৰৰ পিয়াসী প্ৰাণত এটি ঢৌ উঠিল হঠাতে যেতিয়া ৰুছদেশৰ পৰা এখন আমন্ত্ৰণ লিপি মোৰ হাতলৈ আহিল। উনৈছ শ পয়ষষ্ঠী চনৰ মাজভাগত মোৰ চিত্ৰসম্ভাৰ লৈ মস্কো অভিমুখে যাত্ৰা কৰিলো।

তাৰ 'ব'ৰ্ড অব দি ইউনিয়ন অব পেইণ্টাৰ্চ'ৰ অতিথি হৈ সেই দেশত এমাহকাল কটাইছিলো। এদিন ৰাতিপুৱা মোৰ লগত থকা দোভাষী ছোৱালীজনীয়ে এটা মূৰ্তিৰ কাষত থিয় দি মোক এটি প্ৰশ্ন কৰে— এইটো কাৰ মূৰ্তি ক'ব পাৰিবনেকি? মই মুহূৰ্ততে উত্তৰ দিলো— পুশকিনৰ মূৰ্তি। ছোৱালীজনীয়ে আচৰিত হৈ ক'লে— আপুনি কেনেকৈ জানিলে? মই তাইক আৰু বেছি আচৰিত কৰি ক'লো— টলষ্টয়, পুশকিন, তুৰ্গেনিভ, গৰ্কি আদিক আমাৰ ঘৰৰ মানুহ বুলিয়েই ধৰা যায়। বেচেৰীয়ে নাজানিছিল যে আমাৰ দেশৰ বেছি ভাগ মানুহেই এওঁলোকৰ লিখাৰ লগত পৰিচিত। এওঁলোকসকলৰ লিখা কিতাপ পঢ়ি সৰু কালৰ পৰাই ৰুছদেশৰ প্ৰতি আকৃষ্ট হৈছিলো আৰু সেইকাৰণেই এই দেশ চাবলৈ পাই খুব আনন্দিত হৈছো।

মস্কো পোৱাৰ পাছদিনাখন দোভাষী ছোৱালীজনীয়ে মোক এখন ফুলনি দেখুবাবলৈ লৈ যায়। জুলাই মাহ— বসন্তৰ আগমনত গোটেই ঠাইবোৰ সেউজীয়া হৈ উঠিছে। গোলাপ আৰু কত ৰকমৰ ফুল বতাহৰ বাঁত নাচিব লাগিছে। নীলা আকাশৰ তলত এই অপৰূপ ফুলনিখনৰ ৰং-ৰূপ উপভোগ কৰি Green House-টোত সোমালো। ইয়াত বিভিন্ন দেশৰ গছ-গছনি যি তাপ মাত্ৰাত গজি উঠে সেইভাৱেই তাপমাত্ৰা নিয়ন্ত্ৰণ কৰি থোৱা হৈছে।

অলপ পাছতেই হোটেললৈ উভতি আহিবলগীয়া হ'ল কিয়নো 'নভস্তি'ৰ আৰু পেইণ্টাৰ্চ ইউনিয়নৰ দুগৰাকী মানুহ মোৰ লগত সাক্ষাৎকাৰৰ কাৰণে আহে। অলপ-অচৰপ আলোচনা কৰাৰ পাছত তেওঁলোকৰ প্ৰশ্নৰ উত্তৰ দিয়াৰ পাল পৰিল। মোৰ উত্তৰবোৰ শুনি তেওঁলোকে ভাল পালে; কিন্তু মোৰ বয়সৰ কথা উঠাত তেওঁলোকে তাক একেবাৰেই মানি ল'ব নুখুজিলে। কি মছিলত পৰিলো? ১৯১৭ চনত হোৱা

অক্টোবৰ বিপ্লৱৰ সময়ত মোৰ জন্ম হয়। মোৰ বয়সৰ কথাটো তেতিয়াও তেওঁলোকে মানি ল'ব নোৱাৰা দেখি ছবিৰ ফলিওৰ পৰা এটি Bio-Data উলিয়াই দেখুৱালো। এইবাৰ বিশ্বাস কৰিবলৈ বাধ্য হৈয়ো মোক যেন সান্ত্বনা দিয়াৰ দৰে ক'লে— আপোনাৰ বয়স ইমান বুলি ভাবিবই পৰা নাযায়। যিহকেই হওক ইয়াৰ পৰাই আপোনাৰ কেৰিয়াৰ আৰম্ভ হ'ল বুলি ধৰাই ভাল, আপুনি কি কয়?

সাক্ষাৎকাৰ শেষ হোৱাৰ পাছত মোৰ ছবিবোৰ লৈ পেইণ্টাৰ্ছ ইউনিয়নৰ অফিচ সোমালোগৈ। কলিকতাত কিছুদিন আগেয়ে টলষ্টয়ৰ কেইখনমান কিতাপৰ ৰঙীন ইলাষ্ট্ৰেচন কৰিছিলো আৰু তাৰেই এখন কিতাপ মোৰ লগত আছিল। অফ্‌চেটত ছপোৱা এই কিতাপবোৰে ইলাষ্ট্ৰেটৰ হিচাপেও মোক এদিন সুনাম অৰ্জনত সহায় কৰিছিল, ইয়াতো একেই হ'ল। কিতাপখন দেখি নভস্তিৰ মানুহগৰাকীৰ ইমান ভাল লাগিছিল যে তেওঁলোকৰ পত্ৰিকাত মোৰ প্ৰকাশিত সাক্ষাৎকাৰটোৰ লগত কিতাপখনৰ এটি ইলাষ্ট্ৰেচনো প্ৰকাশ কৰে। ইয়াৰ কেইদিনমান যোৱাৰ পাছত নভস্তিৰ সেই ভদ্ৰলোকগৰাকী আহি মোক জনালে যে এই পত্ৰিকাৰ মাধ্যমত গোটেই দেশতে আপুনি পৰিচিত হৈ পৰিছে। এই দেশত মই অফিচিয়েলি এগৰাকী ভাৰতীয় অতিথি শিল্পী বুলি পৰিচিত হ'লেও যিসকলৰ লগত মোৰ খুব বেছি যোগাযোগ হৈছিল তেওঁলোকে মোক সচৰাচৰতে 'কালকুত্তা' আৰ্টিষ্ট বুলি অভিহিত কৰিছিল।

পেইণ্টাৰ্ছ ইউনিয়নৰ অফিচত সোমোৱাৰ লগে লগেই সচিবগৰাকী আহি হাঁহি মুখে মোক সম্ভাষণ জনালে। তেওঁৰ নামটো যেনে দীঘল তেনেকৈয়ে তেওঁৰ দেহটোও দীঘল আৰু মজবুত, কিন্তু তেওঁৰ শ্ৰুতিমধুৰ স্বৰে মোক মুহূৰ্ততে মুগ্ধ কৰিছিল। তেওঁৰ অতিথিপৰায়ণতা দেখি মই আচৰিতো হৈছিলো। মস্কৌলৈ গৈ মই চিগাৰেটৰ যি ব্ৰেণ্ডটো ধৰিছিলো সেইটোকে মোক আগবঢ়াই দি ক'লে— লওক এইটোৱেই আপোনাৰ প্ৰিয় চুৰট নহয় জানো? অবশ্যে মই ধূমপান নকৰো, কিয়নো মই বেছিদিন জীয়াই থাকিব খোজো। ইতিমধ্যে তেওঁলোকে মোৰ ছবিৰ বাকচটো খুলি ছবি চাবলৈ আৰম্ভ কৰিছিল। পঞ্চাশৰ দশকত কলিকতাত অনুষ্ঠিত ৰুছ প্ৰদৰ্শনীত, Socialist Realism-ৰ আদৰ্শত আঁকা ছবিবোৰ দেখিছিলো আৰু ৰুছ শিল্পীসকলেও আমাৰ ছবি চাইছিল। সেইসময়ত মোৰ ছবি তেওঁলোকৰ ভাল লগাৰ কাৰণেই মই তালৈ নিয়া ছবিবোৰ বাছি লোৱাত বেছ সুবিধা হৈছিল। ছবিবোৰ চাই তেওঁলোকে মোক অভিনন্দন জনালে। এই দেশত ভৰি দি ৰুছ শিল্পী আৰু কলাৰসিকসকলৰ লগত কথা পাতোতে মনত পৰিছিল বাছিয়া ভ্ৰমণৰ পাছত ৰবীন্দ্ৰনাথে আঁকা এখন ছবিৰ কথা। এই বিশাল দেশৰ এজন অতিথি শিল্পী হিচাপে মোৰ অভিজ্ঞতা প্ৰায় তিনি যুগ আগৰ। এই দেশৰ কোনো কামত অগ্ৰসৰ হোৱাৰ ৰীতি আমাৰ দেশৰ নিচিনা নহয়। কোনো এটি কামৰ দায়িত্ব হাতত লোৱাৰ আগেই এখন কনফাৰেন্স পাতি সিদ্ধান্ত গ্ৰহণ কৰিব লাগে। কামত আগবাঢ়িবৰ কাৰণেই এই ব্যৱস্থা। সুকীয়াভাৱে প্ৰত্যেক কামৰ কাৰণে একোটা সুকীয়া পন্থা ঠিক কৰি লোৱা। গতিকে কাম অত্যন্ত দ্ৰুতগতিত সম্পন্ন হয়। সেইবাবেই

ইউনিয়নৰ অতিথি হিচাপে মই কোনো চিন্তা কৰিবলগীয়া নহৈছিল যদিও তেওঁলোকৰ প্ৰ'গ্ৰামৰ লগত তাল মিলাই চলাটোৱেই মোৰ পক্ষে এটা টান কাম যেন লাগিছিল। মাত্ৰ কেইদিনমানৰ ভিতৰতেই ৰেডস্কোৱেৰ, লেনিন মুচলিয়াম, পুশকিন মিউজিয়াম অৰ ফাইন আৰ্টচ, ত্ৰেত্ৰিয়াকভ নেচনেল আৰ্ট গেলেৰী তন্নতন্নকৈ চোৱাৰ সুযোগ পাইছিলো। এই সময়ত বুলগেৰিয়াৰ পৰা অহা এটা ডেলিগেচনৰ শিল্পীসকলৰ লগত মোক তেওঁলোকে পৰিচয় কৰাই আৰু মোৰ ছবিও দেখুৱায়। এই শিল্পীসকল খুব দিলদৰিয়া স্বভাৱৰ মানুহ আছিল আৰু বুলগেৰিয়ালৈ যাবৰ কাৰণে মোক অনুৰোধ কৰিছিল। গধূলি বেলিকা বলচয় থিয়েটাৰলৈ বা আন কোনো ঠাইলৈ গৈ বেলে, অপেৰা ইত্যাদি উপভোগ কৰাৰ ব্যৱস্থা কৰিছিল। একালৰ যুৱৰাজৰ প্ৰাসাদ আজি 'অষ্টাৰ মিউজিয়াম' নামে খ্যাত, তালৈকো গৈছিলো। তাত তাহানিৰ ক্ৰীতদাসবিলাকৰ শিল্পকৰ্মৰ নিপুণ নিদৰ্শনবোৰ চাই খুব ভাল লাগিছিল। 'আন্দ্ৰে ৰুব্‌লভ্‌ আইকন মিউজিয়ামে' কেবল মোক মুগ্ধই কৰা নাছিল বুৰঞ্জীৰ কাহিনী সোঁৱৰাই দি মোৰ চিন্তাৰ খোৰাকো যোগাইছিল।

এই দেশৰ চিত্ৰকৰ্মৰ Restoring বিভাগটো যিকোনো শিল্পীৰ পক্ষে আকৰ্ষণীয়— অতি নিস্তব্ধ নিৰ্জন এই ঠাইডোখৰ। অত্যন্ত ধীৰ গতিত কামত মগ্ন শিল্পী আৰু ৰাসায়নিকসকলক দেখি এই কথাটো মনলৈ আহিছিল যে ইয়াত সময় অচল-ঘড়িৰ কাটাৰে নচলে। পুৰণি গীৰ্জাৰ পৰা আহৰিত ছবিৰ এটি অংশ শিল্পীয়ে দিনৰ পাছত দিন, মাহৰ পাছত মাহ অমানুষিক ধৈৰ্যেৰে কাম কৰি যি এক স্কোৱেৰ ইঞ্চি মাত্ৰ উদ্ধাৰ কৰিছিল সেই টুকুৰা হ'ল খাটি সোণ। তাৰ চাৰিওফালে জেড ব্ৰেক অৱস্থাত থকা ছবি উদ্ধাৰ কৰাৰ এই প্ৰচেষ্টানো কেতিয়া শেষ হ'ব, সেই কথা ভাবি মই আশ্চৰ্য হৈছিলো। চিত্ৰকৰ্ম ৰক্ষা কৰাৰ কাৰণে এনেকুৱা সযত্ন প্ৰচেষ্টা দেখি আমাৰ দেশৰ কথা ভাবি দীঘল হুমুনিয়াহ পেলাবলগীয়া হৈছিল।

ইতিমধ্যে 'ইয়ং পায়োনিয়াৰ্চ' সংস্থাৰ পৰা এটি আমন্ত্ৰণ পাওঁ। সেইসময়ত তেওঁলোক এখন আন্তৰ্জাতিক শিশুচিত্ৰৰ প্ৰতিযোগিতা আয়োজন কৰাৰ কাৰণে ব্যস্ত আছিল। মই তাত কালকুত্তা শিল্পী হিচাপে অতি কম সময়ৰ ভিতৰতেই জনাজাত হৈ পৰিছিলো। 'ইয়ং পায়োনিয়াৰ্চ' সংস্থাই সেই চিত্ৰবোৰৰ বিষয়ে মোৰ অভিমত বিচাৰিছিল। ইয়াত দুই-এটি মজাৰ ঘটনা ঘটিছিল। গঁড়ৰ বিষয়ে তেওঁলোকৰ জ্ঞান অতি সীমিত বুলিয়েই হয়তো এই জন্তুটোৰ বিষয়ে বহুত কথা জানিব খুজিছিল, সেইবাবে গঁড়ৰ বৰ্ণনা আৰু এটি স্কেচ্‌ কৰিও দেখুৱাবলগীয়া হৈছিল। মনে মনে ভাবিছিলো গঁড়ৰ দেশৰ মানুহ বুলিয়েই সেই যাত্ৰাত ৰক্ষা পৰিছিলো।

আন এটি অভিজ্ঞতাৰ কথাও উল্লেখ নকৰি নোৱাৰিলো। আহল-বহল এটা কুঠৰিলৈ মাতি নি তাত শাৰী শাৰী চকি সজাই থোৱা সত্ত্বেও মোকনো কোনখনত বহিবলৈ দিব সেইবিষয়ে তেওঁলোক যেন বিব্ৰত হৈ পৰিছিল। অৱশেষত এফালে পাতি থোৱা বিশেষ এখন চকিত বহিবলৈ দি ক'লে— ইয়াতেই বহক, ৰাজ কাপুৰো এদিন

এই টকিশনতেই বহি গৈছিল। কোৱা বাহুল্য এই কথাবাৰ শুনি মই আচৰিত হ'লেও মুহূৰ্ততে মনত পৰিল যে ৰাজ কাপুৰ এই দেশৰ মানুহৰ মাজত এগৰাকী অতি জনপ্ৰিয় তাৰকা, আৰু সেইকাৰণেই মোৰ প্ৰতি এনে সমাদৰ।

আলাপ-আলোচনা শেষ হোৱাৰ পাছত তেওঁলোকৰ পত্ৰিকাত এটি লেখা দিবৰ কাৰণে অনুৰোধ কৰে। মই সময়মতেই লেখাটো পঠিয়াই দিছিলো। দেশলৈ ফিৰি অহাৰ দুই-এদিন আগতে হঠাৎ এটি বহল খাম পাই খুলি চাই দেখিলো এইখন ৰুছ পত্ৰিকা। ৰুছ বৰ্ণমালা নাজানিলেও মোৰ নামৰ আখৰকেইটা চিনি লৈছিলো বুলি মোৰ লিখা প্ৰবন্ধটো আবিষ্কাৰ কৰিব পাৰিলো আৰু লগতে মোৰ লিখাৰ মাননী স্বৰূপে এখন চেকো পাই খুব আচৰিত হৈছিলো।

এনেতে ইউনিয়নৰ পৰা মোৰ নতুন প্ৰ'গ্ৰামখন আহি পৰিল আৰু পাছদিনা ৰাতিৰ গাড়ীত উঠি লেনিনগ্ৰেডলৈ যাত্ৰা কৰিলো। দোকমোকালিতেই লেনিনগ্ৰেড পালোগৈ। তাৰ ইউনিয়নৰ দুগৰাকী প্ৰতিনিধি আহি মোক স্বাগত জনাই এটি হোটেললৈ লৈ গ'ল। তাৰপাছত ইউনিয়নৰ অফিচলৈ গৈ সকলোৰে লগত দেখা-সাক্ষাৎ আৰু আলোচনাও হ'ল। তেওঁলোকৰ ব্যৱস্থা মতে 'হাৰমিটেজ গেলেৰী'ত সোমাই ছবি চাই গোটেই দিনটোৱেই কাটি গ'ল। 'হাৰমিটেজ' এটা বিশাল আৰু সুবিখ্যাত গেলেৰী। ৰুছ দেশৰ অতীত আৰু বৰ্তমান কালৰ শিল্পকৰ্মৰ পৰা আৰম্ভ কৰি আধুনিক ইউৰোপীয় শিল্পীৰ আৰু লগতে মাতিচ আৰু পিকাচো আদিৰ চিত্ৰকৰ্মৰ আগতো থিয় দিছিলো।

পাছদিনাখন তেওঁলোকৰ শিল্পী-ভাস্কৰৰ ষ্টুডিঅ' চাবলৈ গৈছিলো। এই বিৰাট অট্টালিকাটো আছিল বহুত প্ৰতিষ্ঠিত শিল্পীৰ কৰ্মস্থল। তলৰ তলাবোৰত ভাস্কৰসকলে নিজৰ নিজৰ ষ্টুডিঅ'ত কাম কৰে আৰু ওপৰৰ তলাবোৰ ৰখা হৈছিল চিত্ৰশিল্পীৰ কাৰণে। এই শিল্পীসকলক প্ৰত্যেক বসন্তকালত নানা দেশলৈ গৈ স্কেচ্ছ্ কৰাৰ ব্যৱস্থা ইউনিয়নে কৰে। যি শিল্পীগৰাকীয়ে মোৰ কাৰণে অপেক্ষা কৰিছিল তেওঁ দুই-চাৰিদিন মান আগতে ফ্ৰান্স আৰু ইটালিৰ পৰা উভতি আহিছিল। তেওঁ আঁকি অনা ছবিবোৰ মোক দেখুৱালে আৰু বহুত সময় ধৰি কথা-বতৰাও পাতিলে। তেওঁৰ যোৱা বছৰৰ কামৰ এটি কিতাপো মোক উপহাৰ দিলে। এই স্কেচ্ছ্বোৰৰ পৰা finish কাম ইউনিয়নে দেশৰ নানা ঠাইৰ কাৰণে সংগ্ৰহ কৰে। এই শিল্পীগৰাকীৰ কাম কলিকতাত আয়োজিত ৰুছ প্ৰদৰ্শনীত দেখুওৱা হৈছিল কাৰণে কলিকতাৰ প্ৰতি তেওঁ খুব interested হৈ পৰিছিল। তেওঁৰ নানা প্ৰশ্নৰ উত্তৰ দিয়াৰ সময়ত মই বহুত কথাই ভাবিছিলো। আমাৰ দেশৰ শিল্পীসকলে কিমান ঠেক এটা কুঠৰিত অতি অসুবিধাৰ মাজত কাম কৰিব লাগে। ছবি বেচা-মেলাৰ কথাই নুঠে। অথচ এই দেশত তৰুণ শিল্পী ভাস্কৰবোৰেও নিজৰ নিজৰ প্ৰতিভা বিকাশৰ অফুৰন্ত সুযোগ সুবিধা পায়। এওঁলোকে যি চৰকাৰী পৃষ্ঠপোষকতা লাভ কৰে সেইটো আমাৰ দেশত কল্পনাৰো অতীত।

লেনিনগ্ৰেডৰ নানান ঠাইলৈ গৈছিলো। সন্ধিয়াটো কাটিছিল অভিনয় অপেৰা

ইত্যাদি উপভোগ কৰি। অবসৰ সময় কটাইছিলো পেইণ্টার্চ ইউনিয়নৰ অফিচত। তেওঁলোকৰ শিল্পকলাৰ বিষয়ে মোৰ অভিমত কি তাকো জনাৰ খুব আগ্ৰহ দেখিছিলো।

এইবাৰ তাৰ ইউনিয়নৰ সচিবে মোৰ হাতত এখন নতুন প্ৰ'গ্ৰাম তুলি দিয়াত মই ৰাতিৰ গাড়ীত ইষ্টনীয়া অভিমুখে যাত্ৰা কৰিলো আৰু ৰাতিপুৱা তালিন পালোহি। তাৰ ইউনিয়নৰ পৰা গুলোভ টেডাৰ ষ্টেচনলৈ আহি মোক অভ্যৰ্থনা জনাই হোটেললৈ লৈ গ'ল। টেডাৰ ইউনিয়নৰ এজন উচ্চপদস্থ কৰ্মচাৰী হ'লেও জাতশিল্পী বুলি সম্পূৰ্ণভাৱে ইনফৰমেল আছিল। অলপ পাছতেই তেওঁক মোৰ এজন অতি পুৰণি বন্ধু যেন লাগিছিল। আমি হোটেলৰ এখন বাৰাণ্ডাত বহিলো। পৰিবেশ অতি মনোৰম। দিগন্ত বিস্তৃত সাগৰ, সেউজীয়া বন, জাকে জাকে উৰন্ত ছিগালৰ শুকুলা ডেউকাই নীল আকাশ আৰু উজ্জ্বল কৰি তুলিছিল।

মস্কোৰ পৰা যিমানেই দূৰলৈ আহিছিলো মানুহৰ ব্যবহাৰ বেছি ইন্‌ফৰমেল হৈ আহিছিল। ইয়াত উপস্থিত হৈ এই কথাটো খুব বেছিকৈ অনুভৱ কৰিছিলো। টেডাৰ হঠাৎ ব্যস্ত হৈ পৰাত ভাবিছিলো এইবাৰ চাহ আহিব ; কিন্তু চাহ-কফিৰ পৰিবৰ্তে আহিল ড্ৰিঙ্ক। ৰাতিপুৱা খালিপেটে এইটো গলাধঃকৰণ কৰিব লাগিব বুলি মই ইতস্ততঃ কৰা দেখি টেডাৰে মিচিকিয়াই হাঁহি ক'লে— 'ইয়াত অতিথিক প্ৰথম আপ্যায়ণ কৰাৰ এইটোৱেই ৰীতি।' এই পৰিস্থিতিত মোৰ অৱস্থাৰ কথা অতি সহজেই অনুমান কৰা যায়। যি হওক কোনো প্ৰকাৰে মেনেজ কৰিলো। তালিনত থকা দিনবোৰ কোনো নহয় কোনো এঘৰত ৰাতিৰ সাজৰ বাবে নিমন্ত্ৰিত হৈছিলো।

তালিন এখন Two-in-One চহৰ। ওপৰৰ পৰা চালে তলৰফালে সাগৰৰ তীৰত এখন পুৰণি চহৰ— অতীতৰ স্থাপত্যৰীতিৰ ঐতিহ্য বহন কৰিছে। ইয়াৰ পৰা তললৈ চালে এই কথাটো মনলৈ আহে যে এই পুৰণি চহৰখনিয়ে ৰঙে-ৰূপে যেন শিল্পীৰ চিত্ৰপটত ধৰা দিবৰ কাৰণে প্ৰতীক্ষা কৰি আছে। এই সময়ত মস্কোৰ পৰা এটা ডেলিগেচন আহিছিল, তেওঁলোকৰ লগতো নানান আলাপ-আলোচনা কৰি আনন্দতেই দিন কটাইছিলো। আকৌ ইয়াৰ পৰা যোৱাৰ দিন আহি পৰিল। বিদায় লোৱাৰ দিনা এই কথাটোৱেই বাৰে বাৰে মনলৈ আহিছিল যেন মোৰ অতি আপোন মানুহক এৰি যাবলগীয়া হ'ল। লেনিনগ্ৰেড আৰু ইয়াত কটোৱা দিনকেইটাত শিল্পীসকলৰ আৰু তেওঁলোকৰ পৰিয়ালৰ পৰা যেনে মৰম-সাদৰ পাইছিলো সেই কথাটো কি পাহৰিব পাৰো?

মস্কো অভিমুখে যাত্ৰা কৰিবলৈ গাড়ীত যেতিয়া উঠো মোৰ লগত অহা কৰ্ম তৎপৰ দোভাষী ছোৱালীজনীয়ে মস্কো গৈ পালে তাৰ প্ৰ'গ্ৰামখন দেখুৱালে। যথাসময়ত মস্কো আহি পাই আৰ্টিষ্ট ইউনিয়নৰ অফিচলৈ যোৱাত তেওঁলোকে মোৰ ভ্ৰমণৰ অভিজ্ঞতাৰ বিষয়ে জানিবলৈ ব্যগ্ৰ হৈ উঠাত মই লেনিনগ্ৰেড আৰু তালিনৰ অভিজ্ঞতাৰ এটা চমু বিবৰণ দিলো। তাৰপাছত অৰিয়েণ্টেল মিউজিয়ামত আধুনিক ভাৰতীয় শিল্প আৰু বিশেষকৈ কলিকতাৰ শিল্পজগতৰ বিষয়ে এটা বক্তৃতা দিবলগীয়া হয়। অৰিয়েণ্টেল মিউজিয়ামে মোৰ এখন চিত্ৰও সংগ্ৰহ কৰে। উপহাৰ পালো ভালেমান শিল্প-বিষয়ক গ্ৰন্থ

আৰু তেওঁলোকৰ জাতীয় ফুল ডেইজি। 'পেইণ্টাৰ্ছ ইউনিয়ন'ৰ সচিবে মোক জনালে যে এণ্ডিয়া আপোনাৰ দেশলৈ উভতি যোৱাৰ সময় ঘনাই আহিছে। আমি ইয়াত আপোনাৰ ছবিৰ এখন একক প্ৰদৰ্শনী অনুষ্ঠিত কৰাৰ কথা চিন্তা কৰিছো আৰু আপুনি ছবিখিনি কিছুদিনৰ কাৰণে থৈ যাব লাগিব। এই প্ৰদৰ্শনী সফল কৰি তুলিবলৈ 'ইন্দো ছোভিয়েট ফ্ৰেণ্ডশ্বিপ সংস্থা'য়ো আমাৰ লগত যোগদান কৰিব খুজিছে। উনৈছ শ পয়ষষ্ঠী চনত মোৰ চিত্ৰ প্ৰদৰ্শনী মস্কোত অনুষ্ঠিত হয় আৰু এই প্ৰদৰ্শনী সফল হোৱা কাৰণে তেওঁলোকে মোৰ আৰু এখন প্ৰদৰ্শনীৰ আয়োজন কৰে।

সেইসময়ত মই দৃষ্টি শক্তিৰ দুৰ্বলতাত ভোগা কাৰণে ৰুছ চিকিৎসকসকলে সযত্নে পৰীক্ষা কৰি যি দৰৱ পাতি দিছিল তাৰ ফলস্বৰূপে মই আজিও কাম-কাজ কৰি যাব পাৰিছো।

ৰুছদেশৰ শিল্পী, কলাৰসিক, সাংবাদিকসকলৰ লগত এমাহ কাল কটাই এটি আনন্দদায়ক অভিজ্ঞতা লৈ কলিকতা পালোহি। কলিকতা আহি পোৱাৰ কেইদিনমানৰ পাছত 'ছোভিয়েত দেশ ঘূৰণীয়া মেজ'লৈ আমন্ত্ৰিত হৈ ৰুছ দেশৰ অভিজ্ঞতা সম্পৰ্কে এটি বক্তৃতা দিছিলো। এই মেলত ৰুছ দেশলৈ আমন্ত্ৰিত হৈ ফিৰি অহা আৰু কেইগৰাকীমান ব্যক্তিয়েও তেওঁলোকৰ নিজ নিজ অভিজ্ঞতাৰ কথা বৰ্ণনা কৰিছিল।

বহুত দিনৰ পাছত পশ্চিমবঙ্গ চৰকাৰৰ পৰা মোক জনালে যে মস্কোৰ পৰা অহা এগৰাকী মহিলাই মোক দেখা কৰিব খুজিছে। মহিলাগৰাকী আছিল অৰিয়েণ্টেল মিউজিয়ামৰ গৱেষক। যথাসময়ত তেওঁ মোৰ তালৈ আহে আৰু দেশৰপৰা মোৰ কাৰণে অনা কেইটামান উপহাৰো দিয়ে। ইমানদিনৰ মূৰতো তেওঁলোকে যে মোক পাহৰি যোৱা নাই সেই কথাটো ভাবি মই খুব আনন্দ পাইছিলো। তেওঁ হঠাৎ এনেদৰে আহি পৰাত মোৰ দিবলৈ হাতত একো নাছিল কাৰণে এখন ফুলবছা অসমীয়া চাদৰকেই তেওঁক উপহাৰ দিছিলো। কাপোৰৰ ডিজাইন তেওঁৰ খুব ভাল লগাত মোক এই কথাষাৰ কৈ গৈছিল— মস্কোলৈ গৈ যদি কওঁ যে কাপোৰখন মই ইউক্ৰেনৰ পৰা আনিছো তেনেহ'লে তেওঁলোকে নিশ্চয় ইউক্ৰেনৰ ডিজাইন বুলিয়েই ধৰি ল'ব। ইয়াৰ পৰাই বুজা যায় যে সকলো দেশৰ লোকশিল্পৰ মাজত কিছু পৰিমাণে মিল চকুত পৰে।

ৰুছ দেশৰ পৰা উভতি আহি মই মোৰ অতিবাস্তৱ চিত্ৰসমূহৰ এখন একক প্ৰদৰ্শনী নতুন দিল্লীত অনুষ্ঠিত কৰাৰ আৰু তাৰপাছত কলিকতাতো এখন একক প্ৰদৰ্শনীৰ আয়োজন কৰাৰ কথা আগেই উল্লেখ কৰি আহিছো।

উনৈছ শ উনষাঠি চনত নতুন দিল্লীৰ All India Fine Arts and Crafts Society-ত মোৰ শিল্পকৰ্মৰ আৰু এখন প্ৰদৰ্শনী অনুষ্ঠিত হয়। এই প্ৰদৰ্শনীৰ বিষয়ে দিল্লীৰ পত্ৰ-পত্ৰিকাত বহুত আলোচনা হয়। Society-ৰ আলোচনী 'ৰূপলেখা'ৰ সম্পাদক কৃষ্ণ চৈতন্যক মোৰ ছবিয়ে বিশেষভাৱে আকৃষ্ট কৰাত মোৰ বিষয়ে এটি প্ৰবন্ধ লিখিবলৈ প্ৰদোষ দাশগুপ্তক অনুৰোধ কৰে। দাশগুপ্তই লিখা সেই প্ৰবন্ধটো আৰু Statesman-ৰ কলা সমালোচক এচ. এ. কৃষ্ণানে লিখা কথাখিনিও সংক্ষিপ্তভাৱে

ভাবে উদ্ধৃত করিলো—

**Surrealistic Paintings by Hemanta Mirsra**

'Over three years ago we had occasion to commend Hemanta Misra's first exhibitionn in Delhi. Mr. Misra who is one of our outstanding surrealists has changed considerably in his approach since then. I feel in retrospect that his earlier work, on the whole emphasised the formal aspect in comparison with his latest works. The figure then seemed to be stand out more firmly on their own, while there is a much greater integration of the figure, the landscape and other elements in his recent works. There is likewise, a greater fusion of colour and the overall structural concept, so also between the formal and the conceptual. In these new fantacies and visions we recognize a distinct awareness of the human predicament in both the remantic and mystic veins. ... Mr. Misra's mood is highly contemplative, very interpretive intensely poetic and refined. His absorbing visions draw their pictorial elements from the sea, sky, precipitous cliffs, dead trees and ruins- all conceived and depicted as one unified vision.'

Statesman, Delhi

**Hemanta Misra, The Surrealist Painter**

That evening is still fresh in my memory when I first met Hemanta Misra the young artist from Assam during one of our Calcutta Group shows about two decades ago. Hemanta with his unkempt hair baggy trousers and thin built body appeared to me more a revolutionary than an artist. He hardly spoke anything but on my persistent request he agreed to show me some of his drawings and paintings. His drawings validated my assessment of him as a revolutionary. His drawings showed the stamp of his uneasy and restless mind trying to force a way of expression which can be termed as violant.

...On the extraordinary strength of his drawings Hemanta Misra was elected as a member of the Calcutta Group. The gleam of the promise in him justified this election.

It will not be far form truth to say that Hemanta Misra is the sole representative of his native state Assam in the domain of Art. The rigours of the academic method of the British School of that time helped build up the foundation brick by brick and layer by layer.

His colour compositions of this period were mostly of scenic views— bare landscapes or workers shown with a backdrop of landscapes where the figures were subordinated to the environmental situations and finally merging towards a harmonious whole ... The experience in the commercial field made his drawings more sharp and accurate which helped him ultimately to work with a sense of precision and correct judgement in making images with objects in nature in their meticulously accurate form. His rock is stony hard, clouds feathery light and water as liqued as that of a summer lake. The second phase of his artistic career started

in 1952 in cubist manner... which is more akin to Gaganendranath's paintings of the later phase, although with a defference. Both were mystic in their approach and both revelled in going beyond the reality and searching for something in the unknown world... From 1959 this background of cubist style handled in a mystic manner gave him a new impetus in a synthesised form to depict mutilated or encrusted objects in nature in their utter clarity with meticulous detail which actually became meaningful symbols when integrated into the natural phenomena. They created a sense of poetry, a deeper and mystic meaning through the association having a direct psychological impact on the beholder. This inner meaning is often inexplicable but invariably the image creates an uncanny eeriey feeling. This kind of delineation has a surrealistic meaning.. According to surrealistic philosophy the absurd is ordered in a poetic or in a romantic way— poetry is suggested in the atmosphere where the objects are used as symbols. thus a piece of stone can have a pair of wings to fly with, a decaying tree can have a pair of hands to embrace, a headless figure can play a flute... His flights of fantasy are boundless yet the juxtaposed objects painted in luminous colours and placed in the atmosphere always carry with them a pictorial meaning of their own which is image-bound and poetry oriented. Misra's application of colours for creating such an expression of surrealism is unique. His colours merge into the atmosphere without crying out for seperate existence of their own. This abstracted harmony of colour plus the inner content of a mystic message build up his painting to a fruitful meaning... the early revolutionary urge which was the starting point of Misra's artistic career and noticeable in his drawings was subdued and energised through a more sympathetic and constructive policy and found its ultimate repose in his paintings of surrealistic nature. Here Misra's identification has been sincere and complete.

Prodosh Das Gupta, Director National Gallery of Modern Art,
New Delhi, Published in 'Roop-Lekha Vol-XLNoI&II

সত্তৰৰ দশকত বোম্বাইত এখন একক প্ৰদৰ্শনীৰ আয়োজন কৰোঁ জাহাঙ্গীৰ আৰ্ট গেলেৰীত। এই প্ৰদৰ্শনীৰ দ্বাৰা মই বোম্বাইৰ শিল্পজগতত পৰিচিত হওঁ। অৱশ্যে বোম্বাইৰ শিল্পী আৰু কলাৰসিক সমাজত মই একেবাৰে অপৰিচিত নাছিলো। মুলুকৰাজ আনন্দৰ সম্পাদিত শিল্পবিষয়ক আলোচনী 'মাৰ্গ'ত ডঃ ক্লজ ফিচাৰৰ 'কলিকতা গ্ৰুপ'ৰ বিষয়ে লিখা প্ৰবন্ধত মোৰ চিত্ৰকৰ্মৰ বিষয়ে লিখা আৰু লগতে চিত্ৰও প্ৰকাশ হৈছিল। তাৰ বাহিৰেও Illsustrated Weekly of India-ত দুই-এখন চিত্ৰ প্ৰকাশিত হৈছিল।

সত্তৰ চনৰ জানুৱাৰী মাহৰ এটি সন্ধিয়াত প্ৰদৰ্শনীকক্ষৰ দুৱাৰ মুকলি কৰি দিলো। বোম্বাইৰ কলাৰসিক, সংগ্ৰাহক আৰু স্থানীয় শিল্পীসকল আহি এই সন্ধিয়াটি সফল কৰি তুলিলে। বোম্বাইৰ শিল্পীমণ্ডলীৰ অন্যতম প্ৰধান ব্যক্তি আমবেৰকাৰ ডাঙৰীয়াক মোৰ চিত্ৰকৰ্মই খুব আকৰ্ষণ কৰাত তেওঁ তাৰ শিল্পীসমাজত মোৰ

চিত্ৰশৈলীৰ বিশিষ্টতাৰ কথা প্ৰচাৰ কৰে। পাছদিনাখন তেওঁ জে. জে. আৰ্ট কলেজৰ অধ্যাপকসকলক নিজেই লগত লৈ আহি মোৰ চিত্ৰকৰ্মৰ বিষয়ে আলোচনা কৰাত মই খুব আনন্দ লাভ কৰিছিলো আৰু কেইগৰাকীমান স্বনামধন্য শিল্পী মোৰ চিত্ৰৰ প্ৰতি আকৰ্ষিত হোৱাত আৰু শিল্পীসমাজত স্বীকৃতি লাভ কৰাত মই সুখী হৈছিলো। ৰাতিপুৱাৰ পৰা গধূলিলৈকে বহুত ধৰণৰ দৰ্শকৰ সমাগম হয়। তেওঁলোকৰ অভিমত মোৰ ভিজিটৰ বহীত লিপিবদ্ধ হৈ ৰৈছে। শিল্পী, লেখক, সঙ্গীতজ্ঞ, ৰূপালীপৰ্দাৰ তাৰকা আৰু ব্যৱসায় জগতৰ কত ৰৰমূৰীয়া ব্যক্তিৰ লগত মোৰ পৰিচয় হোৱাৰ সৌভাগ্য ঘটে। এদিনাখন এগৰাকী মহিলাই বহুত সময় ধৰি ছবিবোৰ উপভোগ কৰে আৰু আকৌ এবাৰ আহিম বুলি বিদায় লয়। এদিন দহ বাৰগৰাকীমান ক'লা সাজ-পোছাক পিন্ধা দৰ্শক দেখি মই আচৰিত হওঁ। এই দৰ্শকমণ্ডলীৰ মাজৰপৰা ক'লা পোছাকেৰে বিভূষিতা সেইগৰাকী মহিলা আগবাঢ়ি আহি মোক ক'লে— 'আপোনাৰ চিত্ৰই মোক খুব আনন্দ দিছিল বুলিয়েই মোৰ সহকৰ্মীসকলক সেই আনন্দৰ ভাগ দিবলৈ এতিয়া লৈ আহিছো।' তেওঁৰ এই সঙ্গীসকল আছিল হাইকৰ্টৰ এড্‌ভকেট। সেই কলাৰসিক এড্‌ভ'কেট শ্ৰীমতী কলাভিলাৰ কথা আজিও মনত পৰে।

প্ৰদৰ্শনীকক্ষ মানৱ চৰিত্ৰ বিশ্লেষণৰ এটা গৱেষণাগাৰ বুলি ক'ব পাৰি, কিয়নো ইয়াতেই জীৱিকা নিৰ্বাহৰ কাৰণে নানা পথ অৱলম্বনকাৰী নাৰী-পুৰুষক ওচৰতে দেখা যায়। প্ৰত্যেক চিত্ৰৰ ভাব-ভাষা বা ৰঙে তেওঁলোকৰ মনত কি প্ৰতিক্ৰিয়া কৰে তাক ভালদৰে উপলব্ধি কৰা যায়। যথাৰ্থ শিল্পকৰ্মই এক মুহূৰ্তৰ কাৰণে হ'লেও দৰ্শকৰ মুখাটো আঁতৰাই দি ভিতৰৰ মানুহজনক চকুৰ আগত তুলি ধৰিব পাৰে।

জাহাঙ্গীৰ গেলেৰীৰ বেৰত ছবিবোৰ সজাবৰ দিনা সচিবগৰাকীয়ে মোক এটা বিষয়ে সতৰ্ক কৰি দিয়ে। বিষয়টো হ'ল— এই নগৰীত 'হিপি'ৰ সংখ্যা ভয়ানক বাঢ়ি গৈছে আৰু কিছু বিকৃত স্বভাৱৰ মানুহো বিৰল নহয়। এওঁলোকে কেতিয়াবা কেতিয়াবা নিচাৰ জালত বা ক্ষণিক উন্মাদনাতেই হওক কেনভাচৰ বুকুত ছুৰি চলাই আনন্দ লাভ কৰে। এনেকুৱা ঘটনা কেইটাবাও ঘটিছে; কিন্তু এই বিষয়ে মই নিশ্চিন্ত আছিলো যে এনেকুৱা ঘটনা মোৰ বেলিকা কেতিয়াও নঘটে। মোৰ বিশ্বাস যে যথাৰ্থ শিল্পকৰ্মই দৰ্শকক কম-বেছি পৰিমাণে হ'লেও মনৰ খোৰাক যোগাই কোনো এটি উচ্চস্তৰলৈ তুলি নিব পাৰে। যি শিল্পকৰ্মত দৰ্শকৰ বিকৃত মনৰ ৰূপ প্ৰতিফলিত হয় সেই ছবি তেওঁ কেতিয়াও সহ্য কৰিব নোৱাৰে বুলিয়েই তাক ধ্বংস কৰিবলৈ চেষ্টা কৰে। কোনো মানুহেই দাপোণত নিজৰ কুকৰ্মৰ ফলস্বৰূপে মুখমণ্ডলত দেখা দিয়া কুৎসিত ৰেখাবোৰ দেখি শান্তি লাভ কৰিব নোৱাৰে। অস্কাৰ ওৱাইল্ডৰ 'Picture of Dorian Gray' কাহিনীটিয়ে এই কথাটো ভালদৰেই সোঁৱৰাই দিয়ে।

জাহাঙ্গীৰ গেলেৰীত অনুষ্ঠিত মোৰ প্ৰদৰ্শনীয়ে বোম্বাইৰ কলাৰসিক সমাজৰ দৃষ্টি আকৰ্ষণ কৰিছিল। তাৰ উপৰিও বোম্বাইৰ শিল্পীসমাজৰ লগত মোৰ আন্তৰিক যোগাযোগ ঘটিছিল। অধ্যাপক আমৰেৰকাৰে মোক জে. জে. আৰ্ট কলেজলৈ নিমন্ত্ৰণ

কৰি অভিনন্দন জনায়। এই কলেজৰ 'ডীন' অৱ দি ফেকাল্‌টি'ৰ পাল্‌চিকাৰৰ লগত আলোচনা কৰি আনন্দ লাভ কৰিছিলো।

মহাৰাষ্ট্ৰ ৰাজ্যত কলানগৰ বুলি এডোখৰ ঠাই আছে। এই কলানগৰখনি শিল্পীসকলৰ কাৰণে পতা হয়। অতি কম অৰ্থব্যয় কৰি শিল্পীয়ে যাতে বাসস্থান আৰু ষ্টুডিঅ' সজাই ল'ব পাৰে তাৰ কাৰণে চৰকাৰে এই পৰিকল্পনা এদিন হাতত লৈছিল। ইয়াত কেইজনমান প্ৰতিষ্ঠিত আৰু নবীন শিল্পীয়েও নিজৰ ডিজাইন মতে ঘৰ সাজি লৈছে। শিল্পী আমবেৰকাৰে মোক এই কলানগৰীলৈ আমন্ত্ৰণ কৰি নি তাত থকা অন্যান্য শিল্পীসকলৰ লগত পৰিচয় কৰি দিয়ে। এই ষ্টেটৰ ডিৰেক্টৰ অব ফাইন আৰ্টচৰ শ্ৰীআদাৰকাৰৰ লগতো মোক পৰিচয় কৰি দিয়াত তেওঁ মোক কৈছিল— 'শিল্পী হ'লেও মূৰৰ ওপৰত এখনি চালি তলত এটি ভেটি নহ'লে শিল্প চিন্তাত ব্যাঘাত ঘটিব বুলি আমি এই ব্যৱস্থা কৰিছো।' শিল্পীক সুযোগ সুবিধা দান কৰিবলৈ মহাৰাষ্ট্ৰ চৰকাৰৰ প্ৰচেষ্টা দেখি মই অভিভূত হৈছিলো। দেশৰ শিল্প-সংস্কৃতিৰ উৎকৰ্ষ সাধনত যে চৰকাৰৰো এটা দায়িত্ব আছে তাক এইকথাটোৱেই সোঁৱৰাই দিয়ে।

হেব্বাৰ, আৰা, আমবেৰকাৰ এই তিনিগৰাকী শিল্পীৰ লগত মোৰ ভালদৰে পৰিচয় হয়। কেইবছৰমান আগতে কলিকতাৰ একাডেমি অব ফাইন আৰ্টচৰ আমন্ত্ৰণত হেব্বাৰৰ এখন একক প্ৰদৰ্শনী অনুষ্ঠিত হয়। হেব্বাৰে শিল্পী ৰথীন মৈত্ৰক লগত লৈ মোৰ ঘৰ ওলাইহি আৰু আমি তিনিওজনে মিলি গোটেই দুপৰীয়াটো আলাপ-আলোচনাত কটাই আনন্দ লাভ কৰিছিলো। বোম্বাইৰ শিল্পীসকলৰ সমাদৰ, শুভেচ্ছা আৰু সম্বৰ্ধনা লাভ কৰি মই খুব অনুপ্ৰাণিত হৈছিলো। সেইসময়ত মই 'তাজ' গেলেৰীৰ পৰা মোৰ চিত্ৰপ্ৰদৰ্শনীৰ কাৰণে আমন্ত্ৰণ পাইছিলো ; কিন্তু বাৰে বাৰে ছবিৰ বোজা বান্ধি লৈ বোম্বাইলৈ যোৱাটো মোৰ কাৰণে কষ্টকৰ বুলি যোৱা নহ'ল। পুণেৰ আৰ্ট কলেজৰ অধ্যাপক আফেলেও মোৰ ছবিৰ বিষয়ে বহুত কাগজত লিখিছিল আৰু তাত মোৰ এখন প্ৰদৰ্শনী পাতিবলৈ অনুৰোধ জনাইছিল।

মোৰ প্ৰদৰ্শনীৰ সময়ত দুই-এটি নতুন অভিজ্ঞতা হৈছিল। এদিন এজন সন্ন্যাসী আহি বহুত সময় ধৰি মোৰ ছবিবোৰ তন্নতন্নভাৱে চাবলৈ আৰম্ভ কৰে। ডেৰ ঘণ্টামান উকলি যোৱাৰ পাছত তেওঁ মোক কেইটামান প্ৰশ্ন কৰি ভিজিটৰ্চ বহীটো খুলি তাত এটি বেছ দীঘলীয়া মন্তব্য লিখি মোৰ মূৰত এটি ফুল আৰু কমণ্ডলুৰপৰা এছাতি পানী দি আশীৰ্বাদ কৰি এই কথাষাৰ কৈ বিদায় দিয়ে— 'ঈশ্বৰৰ কৃপা নহ'লে এনে ছবি আঁকা সম্ভৱ হ'ব নোৱাৰে।' তেওঁৰ আখৰখিনি চাই একো নুবুজিলেও তেওঁ যে এজন তামিল সন্ন্যাসী সেইটোহে বুজি পাইছিলো। দুই-এদিন ৰূপহী নাৰী আৰু পুৰুষ sunglass নুখুলি ছবি চাবলৈ আৰম্ভ কৰা দেখি মই আচৰিত নহৈ নোৱাৰিছিলো। এবাৰ এগৰাকী সুশ্ৰী পুৰুষে ক'লা চছমাসহ এখন ছবি চাই আনখনৰ ওচৰ পায়েই তেওঁৰ মুখা হিচাপে ব্যৱহাৰ কৰা চছমাযোৰ খুলি পেলাই আৰু হাঁহিমুখে মোৰ ওচৰত থিয় দি অভিনন্দন জনালে। কোৱা বাহুল্য বোম্বাই ছায়াছবিৰ নগৰী আৰু তেওঁ তাৰেই এজন তাৰকা।

আগতেই উনুকিয়াই আহিছো যে ইয়াত বহুতেই বোলে ছবিৰ ওপৰত অস্ত্ৰাঘাত কৰি আনন্দ লভে। এদিনাখন এজন 'হিপি'য়ে মোৰ এখন ডাঙৰ কেনভাচৰ ৰেখাৰ গতি অনুসৰণ কৰি নাচিবলৈ ধৰিছে দেখি ভাবিছিলো আহা! এওঁ দেখোন ছন্দৰ এক চমজদাৰ ব্যক্তি। কথাটো ঠিকেই, দুই-এটা কথা পাতি বুজিবলৈ বাকী নাথাকিল তেওঁ একালত এখন বিখ্যাত শিল্পবিদ্যালয়ৰ ছাত্ৰ আছিল আৰু আজি এই পৰিণতি...। সচিব জনে মোক সতৰ্কবাণী দিছিল সঁচা কিন্তু ক'তা ছবি কটা দূৰৰ কথা কোনেও এটা আঁচোৰো নামাৰিলে।

Evening News of India পত্ৰিকাৰ The Bombay Man's Diary-ৰ কলমত ফাদাৰ ফাৰ্ণাণ্ডেজ, কে. বি. সুবৰ্ণা আৰু মোৰ ফটোগ্ৰাফসহ এটি লিখা প্ৰকাশিত হৈছিল। তাৰে অলপমান ইয়াত উধৃত কৰিলো— 'More than any other artist if was he who put Assam in the art map of India. A former member of the well known 'Calcutta Group' Hemanta Misra has held a series of exhibitions in Calcutta and Delhi. It is bound to be a visual experience for those anxious to see the artist's superb sense of Colour and arrangement of form and space. A radical he does not seek to paint form but to create form, not to imitate life but to find an equivalent for life.. '

The Sunday Standard পত্ৰিকাতো পণ্ডিত ৰবি শঙ্কৰ; নাট্যকাৰ কৃষ্ণান নায়াৰ আৰু আষ্ট্ৰিয়াৰ খ্যাতনামা লেখক আৰু সাংবাদিক পি. ই. ৰিগুল এই তিনিগৰাকী ব্যক্তিৰ লগত মোৰো চমু জীৱনী ফটোগ্ৰাফসহ প্ৰকাশিত হয়।

এই প্ৰসঙ্গত লিখা এষাৰ কথা উধৃত কৰিলো— 'Surrealism needs a lot of imagination and Misra seems to have plenty of it. Probably the beautiful hills and valleys of Assam have contributed much to the development of his poetic imagination.'

দৰাচলতে ক'বলৈ হ'লে বোম্বাই এখন কৰ্মব্যস্ত ব্যৱসায়ী মানুহৰ চহৰ। ৰাতি নৌপুৱাওতেই দৈনন্দিন জীৱন সংগ্ৰাম আৰম্ভ হয়। বেছিভাগ মানুহেই যেন টাকুৰিত ঘূৰাদি ঘূৰিব লাগিছে অৱশ্যে যন্ত্ৰ-জগতৰ চৰিত্ৰ সকলো ঠাইতে একেই বুলিব পাৰি। কোননো ক'লৈ ঢাপলিয়াইছে তাৰ উৱাদিহ পোৱা নাযায়। পগলা ঘোঁৰাৰ আৰোহী যেন লাগে। বোম্বাইয়েই হওক বা কলিকতাই হওক একেটা ৰূপেই চকুৰ আগত ভাঁহি উঠে যদিও তাৰ ভিতৰতো তাৰতম্য আছে। কলিকতা মহানগৰীৰ মানুহে ঘড়িৰ কাটা মাজে-সময়ে অৱহেলা কৰে। এই যন্ত্ৰ-জগততো কবিতাৰ সুৰ কাণত বাজে আৰু সুবিধা পালেই আড্ডাও বহে। বোম্বাইত কিন্তু জীৱন ঘড়িৰ কাঁটাত বন্ধা যেন লাগে। মানুহৰ চলন-ফিৰণ শৃঙ্খলাবদ্ধ মিলিটাৰীৰ নিচিনা, যানবাহনতো এই একেই চেহেৰা। কলিকতীয়া মানুহে তেনে শৃঙ্খলাৰ ধাৰ নধৰে। ট্ৰাম বাছৰ কথাই নুঠে, ফুটপাথতো সেই একেই অৱস্থা। জীৱনযাত্ৰাৰ মাজত ক'ত যেন এটা উদাসীনতা আছে, ভাবিলেও ভাল লাগে; কিন্তু বোম্বাইত এই মনোবৃত্তিৰ ঠাই নাই, জীৱন অত্যন্ত দ্ৰুত গতিত চলে।

সকলোৱেই জানে যে ইণ্ডাষ্ট্ৰিয়েল প্ৰগতিৰ লগতে আকাশচুম্বী অট্টালিকা আৰু slum দুয়োটাই দেখা দিয়ে। slum কলিকতাতো আছে কিন্তু বোম্বাই চহৰৰ দৰিদ্ৰ বস্তিবোৰক (slum) হাৰ মনাব নোৱাৰে। ভাৰত এখন কৃষি-প্ৰধান দেশ। পাশ্চাত্যৰ উন্নত ইণ্ডাষ্ট্ৰিয়েল দেশবোৰৰ লগত সমানে খোজ মিলাই আগবাঢ়ি যাবলৈ হ'লে ইণ্ডাষ্ট্ৰি অবশ্যম্ভাৱী যেতিয়া আমাৰ দেশত কল-কাৰখানা দ্ৰুত গতিত বাঢ়িছে আৰু তাৰেই 'বাই প্ৰডাক্ট' হ'ল স্লাম। এই বস্তিবোৰেই মানুহক কীট-পতঙ্গৰ দৰে জীৱন কটাবলৈ বাধ্য কৰিছে। আধুনিক সভ্যতাৰ এই অভিশাপৰ পৰা তেওঁলোকে কি কোনো দিন মুক্তি লাভ কৰিব পাৰিব?

বোম্বাইৰ পৰা বিদায় লোৱা সময়ত অমৃতবাজাৰ পত্ৰিকাৰ শ্ৰীচাৰু দাশগুপ্ত, শ্ৰীসুভাষ মজুমদাৰ আৰু বিশেষকৈ শিল্পী আৰাৰ কথা মনত পৰিছিল। শিল্পী আৰাৰ মোৰ প্ৰতি আন্তৰিক সহানুভূতি আৰু তেওঁৰ সাহায্যৰ কথা মোৰ স্মৃতিপটত ৰৈ গৈছে। এই শিল্পীগৰাকীয়ে কিছুদিন আগতে আমাক এৰি গ'লেও তেওঁৰ হাঁহিভৰা মুখখনি এতিয়াও চকুৰ আগত ভাঁহি উঠে। আৰা 'বোম্বাই প্ৰগ্ৰেছিভ আৰ্টিষ্টচ' গ্ৰুপৰ সভ্য আছিল। বোম্বাইৰ পৰা উভতি অহাৰ পাছত এবাৰ অজন্তা ইলোৰালৈ যাওতে বোম্বাইত সোমাইছিলো। তেতিয়া তাৰ শিল্পীসকলৰ বছৰেকীয়া প্ৰদৰ্শনী অনুষ্ঠিত হয় জাহাঙ্গীৰ গেলেৰীত। আৰা, আম্বেৰকাৰ প্ৰমুখ্যে আন আন শিল্পীসকলে মোক হঠাতে লগ পোৱাত খুব ভাল পাইছিল। তেওঁলোক সকলোৱেই মোৰ আৰু এখন একক প্ৰদৰ্শনীৰ কাৰণে প্ৰতীক্ষা কৰি আছে বুলি কৈছিল। তাৰ উপৰিও অধ্যাপক আম্বেৰকাৰে মোক কৈছিল, 'আপোনাৰ প্ৰদৰ্শনী বহুত দিন আগতে হ'লেও বোম্বাইৰ শিল্পীসমাজ আৰু কলাৰসিকসকলে আপোনাক পাহৰি যোৱা নাই। ভালেমান দিনৰ পাছত 'কেলকাটা গ্ৰুপ'ৰ শিল্পী ৰথীন মিত্ৰ এটা কমিশন পাই বোম্বাইলৈ যায় আৰু তেতিয়া মোলৈ দিয়া এখন চিঠিত লিখিছিল— 'বোম্বাইৰ শিল্পীসকলে আপোনাৰ চিত্ৰপ্ৰদৰ্শনীৰ কথা এতিয়াও পাহৰি যোৱা নাই দেখি মোৰ খুব ভাল লাগিছে বুলি এই চিঠিখন লিখিলো। তেওঁলোকে আপোনাৰ ছবিৰ বিষয়ে বহুত আলোচনাও কৰিছিল।'

সৰু দিখৌৰ পানী ধীৰে ধীৰে লুইতৰ লগত মিহলি হৈ সাগৰৰ বুকু পায়গৈ। মোৰ সপোন ৰূপায়িত কৰিবৰ কাৰণে ময়ো এদিন সাগৰৰ পাৰ পাইছিলোহি। সাগৰত যিমানে আগবাঢ়িছো জলৰাশি তিমানেই গভীৰৰ পৰা গভীৰতৰ হৈ পৰিছে। বহুত প্ৰতিমা গঢ়িছো আৰু ভাঙিছো, এই প্ৰচেষ্টাত আনন্দ, বেদনা দুয়োটাৰেই অভিজ্ঞতা হৈছে। এই মহানগৰীৰ পটভূমিত নতুন ৰূপে আত্মপ্ৰকাশ কৰিছো, নতুন শিল্প সম্ভাৰ লৈ সাত সাগৰত পাড়ি দিছো, কতনো আনন্দ লাভ আৰু অভিজ্ঞতা সঞ্চয় কৰি উভতি আহিছো এই মহানগৰীলৈকে। আকাশচুম্বী অট্টালিকা, ধূসৰ আকাশ, জনাৰণ্য, একাঁ-বেঁকা গলি এইবোৰৰ লগতে ইয়াৰ ঐশ্বৰ্য— শিল্প, সাহিত্য, সংস্কৃতি মোৰ দিনে দিনে আপোন হৈ উঠিছে। যথাৰ্থ শিল্পীৰ ধৰ্মত কোনো ভৌগোলিক সীমা ৰেখা নাই, তেওঁ নিজৰ সম্ভাৰ বিচাৰি পাই সকলো ঠাইতে সকলো মানুহৰ মাজতে।

শিল্পীৰ আপোন ধৰ্ম আপোন দৰ্শনে তেওঁক স্বপথত আগুৱাই নিয়ে। কল্পিত প্ৰতিমাক ৰূপদানৰ প্ৰয়াসত আজীৱন কটাই দিয়ে কিন্তু পূৰ্ণতাৰ পৰম আনন্দ তেওঁ কি কোনো দিন লাভ কৰিব পাৰে, সেইটো কি সম্ভৱ? যুগ যুগ ধৰি শিল্পীৰ মনত এই প্ৰশ্নই জাগি উঠিছে। এই প্ৰশ্নৰ উত্তৰ পাবলৈ শিল্পীয়ে বহুত ত্যাগ স্বীকাৰ কৰিবলগীয়া হয়, বহুত দুৰ্যোগৰ মুখামুখি হ'বও লাগে কিন্তু কেতিয়াও নিজ পথৰ পৰা বিচলিত নহয়। শিল্পী এদিন হেৰাই যায়, তেওঁৰ সাধনাৰ ফলত সৃষ্ট প্ৰতিমা মহাকালৰ বুকুত টিকি থাকিব নে নাথাকে সেই কথাটোলৈ কেতিয়াও মূৰ নঘমায়। পথ অতিক্ৰম কৰাতেই তেওঁৰ আনন্দ।

শিল্পৰ গভীৰতৰ প্ৰদেশলৈ আগুৱাই যাবৰ প্ৰচেষ্টাত এদিন মই দক্ষিণ-পূব এছিয়াৰ মানুহ আৰু তাৰ শিল্পশৈলীৰ প্ৰতি আকৃষ্ট হওঁ। কলিকতা মহানগৰীৰ পৰা সেই দেশলৈ যোৱা সহজ হ'লেও মোৰ নিচিনা এজন শিল্পীৰ পক্ষে এটি সপোনৰ বাহিৰে একো নহয় যদিও প্ৰাণৰ টানত কেতিয়াবা কেতিয়াবা অসম্ভৱো সম্ভৱ হৈ পৰে।

হাঁচটিত যতসামান্য টকা আৰু ছবিৰ প্ৰকাণ্ড বোজা এটা লৈ এদিন থাইলেণ্ড অভিমুখে যাত্ৰা কৰিলো। তাত মোৰ আত্মীয় ডঃ নীহাৰ চৰকাৰ আৰু তেওঁৰ পত্নী শ্ৰীমতী লীলা চৰকাৰ আছিল কাৰণে বহুত সহায় পাইছিলো। তথাপি এখন অচিনাকি দেশত পদাৰ্পণ কৰি এখন প্ৰদৰ্শনীৰ আয়োজন কৰা যে সহজ কাম নহয় এই কথাটো মোৰ নিচিনা যিকোনো শিল্পীয়েই অনুভৱ কৰিব পাৰিব। অৱশ্যে এনেকুৱা কোনো সমস্যাই মোক কোনোদিন কাহিল কৰিব পৰা নাছিল।

অৱশেষত এই বিষয়ে ভাৰতীয় দূতাবাসে মোক কোনো সহায় কৰিব পাৰিব নেকি বুলি তালৈ এটা ফোন কৰিলো। সৌভাগ্যৱশতঃ সেইসময়ত কলা-প্ৰেমিক শ্ৰীৰমেশ ভাণ্ডাৰী ভাৰতৰ ৰাষ্ট্ৰদূত আছিল। তেওঁ মোৰ লগত কথা পাতি মোৰ ছবি চাবৰ কাৰণে আমাৰ তালৈ আহে। ছবিবোৰ চাই তেওঁ সন্তুষ্ট হৈ মোক লগতে লৈ সিয়াম স্কোৱেৰৰ বৃটিছ কাউন্সিলত সোমাই কালচাৰেল ৰিপ্ৰেজেণ্টেটিভ মিঃ ৰাটাৰৰ লগত চিনাকি কৰি দিয়ে। যি দুই-চাৰিখন  ছবি মোৰ হাতত আছিল তাকে দেখি তেওঁৰো খুব ভাল লাগে আৰু মোৰ প্ৰদৰ্শনী sponsor কৰিবলৈ উৎসাহিত হয়। শ্ৰীভাণ্ডাৰীৰ অমায়িক স্বভাৱ আৰু শিল্পীৰ প্ৰতি এনে সহানুভূতি দেখি মই অনুপ্ৰাণিত হৈছিলো।

দুৰ্যোগ মোৰ চিৰসঙ্গী বুলি জানো। মই যেতিয়া প্ৰদৰ্শনীৰ আয়োজন কৰাত ব্যস্ত আছিলো সেই সন্ধিক্ষণত থাইলেণ্ডৰ ৰাজনৈতিক বুৰঞ্জীত এটি অকল্পিত ঘটনাৰ সূত্ৰপাত হয়। থাইলেণ্ডৰ ছাত্ৰসমাজে গণতান্ত্ৰিক সুযোগ সুবিধাৰ দাবি জনাই সামৰিক চৰকাৰৰ বিৰুদ্ধে এটা অসহযোগ আন্দোলন আৰম্ভ কৰে। এই আন্দোলনৰ সময়ত গোটেই থাইলেণ্ডৰ পৰা দুই লাখ ছাত্ৰ-ছাত্ৰী থাম্মাচাত বিশ্ববিদ্যালয়ৰ Campas-ত মিলিত হয়। সামৰিক চৰকাৰে এই আন্দোলন দুপাত মেলোতেই সম্পূৰ্ণভাৱে নিৰ্মূল কৰিবৰ কাৰণে প্ৰস্তুত হয়। ছাত্ৰসমাজ অলপো বিচলিত নহৈ দৃঢ় সংকল্প লৈ কামত

লাগে। এই আন্দোলন উনৈছ শ তেসত্তৰ চনৰ ছয় অক্টোবৰৰ পৰা একেৰাহে চলিবলৈ ধৰে। 'মিছিল নগৰী' নামে অভিহিত কলিকতাত বাস কৰিলেও এনে এটা শৃঙ্খলাবদ্ধ আন্দোলনৰ অভিজ্ঞতা মোৰ এয়েই প্ৰথম। আমাৰ দেশৰ আন্দোলনৰ লগত তাক তুলনা কৰা নাযায়। মই এজন প্ৰত্যক্ষ দ্ৰষ্টা আছিলো বুলিয়েই এই কথাটো উত্থাপন নকৰি নোৱাৰিলো।

থাম্মাচাত বিশ্ববিদ্যালয়ৰ কেম্পাছত দুই লাখৰো বেছি ছাত্ৰ-ছাত্ৰী এটা অস্বাভাৱিক পৰিস্থিতিৰ ভিতৰত এঘাৰটা দিনে কটাবলগীয়া হয়। আন্দোলনৰ সমৰ্থকসকলে প্ৰতিদিন গাড়ী কৰি তেওঁলোকৰ কাৰণে দুবেলাৰ আহাৰ যোগায়। তাৰ উপৰি 'গাৰবেজ ভেন'ত উচ্ছিষ্ট আদি লৈ যোৱাৰ ব্যৱস্থাও কৰা হয়, কিয়নো তেওঁলোক পৰিষ্কাৰ-পৰিচ্ছন্নতা আৰু স্বাস্থ্যৰ বিষয়ে সতৰ্ক। লগতে 'ফাৰ্ষ্ট এইড্' আৰু অন্যান্য প্ৰয়োজনীয় ব্যৱস্থাও আছিল। ছাত্ৰ নেতাসকলৰ এনে এটি পৰিকল্পনাই মোক আশ্চৰ্য কৰে। প্ৰতি দিনৰ কাঁটাই কাঁটাই চলা কাৰ্যতালিকাৰ বিৱৰণ দিয়া সম্ভৱ নহয় যদিও আন্দোলনৰ শেষ দিনাখনৰ ঘটনাৰ বিৱৰণ অলপ দিয়াটো প্ৰয়োজন।

আন্দোলনৰ আৰম্ভণিত গণতন্ত্ৰ প্ৰতিষ্ঠা কৰিবৰ কাৰণে দাবি জনোৱা যিবোৰ ছাত্ৰ-ছাত্ৰীক বন্দী কৰা হয় তেওঁলোকক মুক্তি দিবৰ বাবে আঢ়ৈ লাখ ছাত্ৰ-ছাত্ৰী মিছিল কৰি ৰজা নৰমৰাম ভুমিবল অডুল্যাডেজৰ লগত দেখা কৰিবলৈ যায়। বন্দী ছাত্ৰ-ছাত্ৰীবোৰক ৰজাই মুক্তিৰ আদেশ দিবলৈ মনস্থ কৰে। ছাত্ৰ-ছাত্ৰীসকলে যেতিয়া ৰাজপ্ৰাসাদৰ আগত অপেক্ষা কৰিছিল তেতিয়া হঠাৎ ক'ৰ পৰা এদল পুলিচবাহিনী আহি তেওঁলোকক মাৰধৰ কৰিবলৈ আৰম্ভ কৰে। চাওতে চাওতেই মিলিটাৰী বাহিনীও আহি গুলিবৰ্ষণ কৰিবলৈ ধৰে। তলত টেঙ্ক ওপৰত হেলিকপ্টাৰৰ পৰা প্ৰচণ্ডভাৱে আক্ৰমণ কৰাত চকুৰ পলকতেই কেইবাশমান যুৱক-যুৱতীৰ মৃত্যু হয় আৰু হাজাৰ হাজাৰ আহত হয়। আন্দোলনকাৰীসকলে পলাবলৈ ধৰে আৰু বেঙ্ককৰ ৰাজপথ ৰাজদামনাৰ্ন এভিনিউ পায়হি। সেইদিনা এই ৰাজপথৰ ওপৰেদি ৰক্তস্ৰোত প্ৰবাহিত হৈ যায়।

থাই চৰকাৰৰ অকল্পনীয় অত্যাচাৰৰ ফলত কিছুমান ছাত্ৰ উত্তেজিত হৈ এটা 'ডেথ স্কোৱাড্' গঠন কৰি পুলিচবাহিনীৰ কেন্দ্ৰীয় অফিচ-বিল্ডিংটোত অগ্নিসংযোগ কৰি দিবলৈ সক্ষম হয়। বেঙ্কক নগৰীৰ এই অস্বাভাৱিক পৰিস্থিতিত ছাত্ৰসকলে উত্তেজিত হোৱাত ভয় খাই সাময়িক চৰকাৰৰ তিনি অধিকৰ্তা একেলগে পদত্যাগ কৰি দেশৰ পৰা পলাই যায়। এই সন্ধিক্ষণত ৰজাই থাম্মাচাত বিশ্ববিদ্যালয়ৰ ডীন ডঃ চান্যাধৰ্মাশোকক প্ৰধানমন্ত্ৰীৰ পদত নিযুক্ত কৰে।

এই পৰিস্থিতিত বেঙ্কক নগৰীৰ আইন-শৃঙ্খলা ৰক্ষাৰ ভাৰ ছাত্ৰ-ছাত্ৰীসকলেই হাতত ল'বলগীয়া হয়। এই সময়ত বেঙ্ককৰ অত্যন্ত কৰ্মব্যস্ত জীৱন স্তিমিত হৈ পৰে। ৰাতিপুৱা ল'ৰা-বুঢ়া সকলোৱেই ৰাজদামনাৰ্ন এভিনিউৰ যুদ্ধক্ষেত্ৰ চাবৰ কাৰণে ওলাই আহে। কি আচৰিত কথা, কেইদিনমান আগতে এই ৰাস্তাৰে যোৱা সময়ত তাত থকা সুন্দৰ 'ডেম'ক্ৰেছি মনুমেণ্ট'টো দেখি এই কথাটোৱেই মোৰ মনলৈ আহিছিল যি ঠাইত

সামৰিক শাসনৰ এনে প্ৰতাপ তাতনো এনেকুৱা মনুমেণ্টৰ কি বা মূল্য? এতিয়া পট পৰিবৰ্তন হৈ গ'ল। ল'ৰা-ছোৱালীহঁতে এতিয়া বেঙ্কক নগৰীক স্বাভাৱিক অৱস্থালৈ ঘূৰাই আনিবলৈ ৰাস্তা-ঘাট ধুই পৰিষ্কাৰ-পৰিচ্ছন্ন কৰিবলৈ ধৰিছে। প্ৰকৃততে থাই জাতিৰ চাৰিত্ৰিক বৈশিষ্ট্য হ'ল চাফ্‌চিকুণ হৈ থকা। ট্ৰেফিক কণ্ট্ৰোলৰ ভাৰ পুলিচৰ ঠাইত তেওঁলোকেই ল'বলগীয়া হৈছে। ইফালে-সিফালে চাই দেখিলো পুলিচ আৰু মিলিটাৰী পলাই ফাট মাৰিছে। পুলিচৰ দুৰ্গ 'লটাৰী' অট্টালিকাটো অৰ্ধভস্ম, ওচৰতে আৰু এটা খাৰ-বাৰুদেৰে বিদ্ধ ঘৰো চকুত পৰিল। এই ঘৰটোতে এসময়ত নেতাজী সুভাষচন্দ্ৰ বসু কেইমাহমান কাল আছিল বুলি শুনিলো। মোৰ প্ৰদৰ্শনী অনুষ্ঠিত কৰিবৰ কাৰণে বেঙ্ককত উপস্থিত হৈছিলো, কেইদিনমানৰ ভিতৰতেই তাৰ সামৰিক শাসন লুপ্ত হৈ সেই ঠাইত গণতন্ত্ৰৰ বিজয় পতাকা উৰাৰ প্ৰত্যক্ষ দ্ৰষ্টাৰ অভিজ্ঞতা লাভ কৰিলো।

গণতন্ত্ৰ প্ৰতিষ্ঠাৰ পাছত ধীৰে ধীৰে দেশত স্বাভাৱিক অৱস্থা আকৌ দেখা দিলে। এই নিদাৰুণ ঘটনাই মোক অভিভূত কৰাত এই বিষয়ে মই এখন ছবি আঁকিবৰ কাৰণে তুলি ধৰিছিলো। শত শত আহত ছাত্ৰ-ছাত্ৰীৰ চিকিৎসাৰ কাৰণে আৰু যিসকলে মৃত্যুবৰণ কৰিবলগীয়া হয় তেওঁলোকৰ পৰিয়ালক সহায় কৰিবৰ কাৰণে ছাত্ৰ সংস্থাই চুলালঙ্কন বিশ্ববিদ্যালয়ৰ কেম্পাছত এটা 'ৰিলিফ কেম্প' খুলিছিল। দেশ-বিদেশৰ বহু সংস্থাই বা ব্যক্তিগতভাৱে বহুতেই দৰব-পাতি আৰু অৰ্থ দান কৰিছিল। এই ৰিলিফ কেম্পৰ কাৰ্যকলাপ দেখি ভাবিছিলো— এওঁলোকৰ এই দুৰ্দিনত মোৰতো দিবলৈ হাতত একো নাই যেতিয়া শ্বহীদসকলৰ সম্মানাৰ্থে অঁকা মোৰ ছবিখনকে দিওঁ বুলি স্থিৰ কৰি জাতীয় ছাত্ৰ সংস্থাক কথাটো জনালো। নিৰ্ধাৰিত সময়ত ছবিখন লৈ চুলালঙ্কন বিশ্ববিদ্যালয়ৰ কেম্পাছ পালোগৈ। মোক দেখা পাই কেইজনমান ছাত্ৰ-কৰ্মী আৰু সাংবাদিক আহি সম্ভাষণ জনাই অফিচলৈ লৈ গৈ সচিবৰ লগত পৰিচয় কৰি দিলে। এজন ভাৰতীয় শিল্পীৰ সহানুভূতিৰ চিন স্বৰূপে দিয়া এই সামান্য উপহাৰটি পাই তেওঁলোকে যিভাৱে কৃতজ্ঞতা প্ৰকাশ কৰিলে সেইটো দেখি মই বিচলিত হৈ পৰো। ছাত্ৰ-ছাত্ৰীসকলৰ লগত বহুত আলাপ-আলোচনা হ'ল। বিদায় লোৱাৰ সময়ত ছাত্ৰনেতাজনে মোৰ দুহাত সাৱটি ধৰি গভীৰ আৱেগত কোৱা কথাখিনি আজিও পাহৰা নাই- 'আমি মহাত্মা গান্ধীৰ দৰ্শনত বিশ্বাসী, অহিংস নীতি আমি অৱলম্বন কৰিছিলো কিন্তু সামৰিক বাহিনীৰ নিৰ্মম অত্যাচাৰে কিছুমান ছাত্ৰক দিক্‌ভ্ৰষ্ট কৰাত তেওঁলোক হিংসাত্মক হৈ উঠে। বুদ্ধদেৱে এতিয়াও থাইজাতিক পথ দেখুৱাই আহিছে। ভাৰতলৈ উভতি গৈ সকলোকে জনাব যে যিসকল ছাত্ৰই হিংসাৰ আশ্ৰয় লৈছিল তেওঁলোকে প্ৰায়শ্চিত্ত কৰিবলৈ তিনি সপ্তাহ বৌদ্ধ ভিক্ষুৰ দৰে মূৰ খুৰাই গেৰুৱা বসন পিন্ধি মঠত সন্ন্যাসীৰূপে দিন কটাব।'

বেঙ্কক নগৰীৰ অৱস্থা স্বাভাৱিক হৈ অহাৰ লগে লগে ময়ো প্ৰদৰ্শনীৰ কামত ব্যস্ত হৈ পৰিলো। অৱশেষত উনৈছ শ তেসত্তৰ চনৰ উনত্ৰিশ অক্টোবৰৰ সন্ধিয়া বেলিকা ভাৰতীয় দূতাবাস আৰু বৃটিছ কাউন্সিলৰ যুগ্ম প্ৰচেষ্টাত মোৰ একক প্ৰদৰ্শনীৰ

দুবাৰ মুকলি কৰা হ'ল। ৰাষ্ট্ৰদূত শ্ৰীৰমেশ ভাণ্ডাৰীয়ে এটি চমু বক্তৃতা দি মোক পৰিচয় কৰাই দিয়ে। থাইলেণ্ডৰ সুকুমাৰ কলা বিভাগৰ ডিৰেক্টৰ জেনেৰেল চম্পপ পিৰোম্যাই উদ্বোধনী বক্তৃতাত কৈছিল— 'ভাৰতীয় শিল্পীৰ চিত্ৰ প্ৰদৰ্শনী উপভোগ কৰাৰ সৌভাগ্য আমাৰ কদাচিতহে হয় সেইবাবে এই সন্ধিয়াটিয়ে আমাক অফুৰন্ত আনন্দ দান কৰিছে। হাজাৰ হাজাৰ বছৰ ধৰি ভাৰত আৰু থাইলেণ্ড সংস্কৃতিৰ বন্ধনেৰে আবদ্ধ।

বৌদ্ধ ধৰ্ম আমাৰ জাতীয় ধৰ্ম আৰু ভাৰতৰেই দান। থাইলেণ্ডৰ জনগণৰ জীৱন যাপনৰ ৰীতি আৰু বিশেষকৈ সংস্কৃতিৰ যিটো ৰূপ আমাৰ কাম্য তাৰ উৎস হ'ল ভাৰত। বুদ্ধদেৱৰ জন্মভূমিৰ পৰা আগত এই শিল্পীগৰাকীক আজি আমাৰ মাজত পাই আনন্দিত, লগতে তেওঁৰ এই অপূৰ্ব চিত্ৰ সম্ভাৰে সন্ধিয়াটি সাৰ্থক কৰি তুলিছে। তেওঁৰ নিপুণ তুলিকাৰ চিত্ৰবোৰে আমাৰ শিল্প সম্বন্ধে জ্ঞান বঢ়াই তুলি এস্থেটিক আনন্দৰ খোৰাক যোগাব। মই আশা কৰো এই প্ৰদৰ্শনীয়ে স্মৰণাতীত কালৰ পৰা গঢ় লৈ উঠা সংস্কৃতিৰ বন্ধনক ভৱিষ্যতত সুদৃঢ় কৰি তুলিবলৈ আৰু বেছি সহায় কৰিব।' এই কথাখিনি শুনি সেই সন্ধিয়াটিত সমাগত ভাৰতীয়সকলে হয়তো গৰ্ববোধ কৰিছিল।

সেইসময়ত থাইলেণ্ডৰ জনগণে ছাত্ৰ আন্দোলনত প্ৰাণ হেৰুওৱা ছাত্ৰ-ছাত্ৰীসকলৰ কাৰণে শোক পালন কৰিছিল। ডাড়ি চুলি খুৰুৱা, বাহুত ক'লা ফিতা লগোৱা 'নেচন' পত্ৰিকাৰ সম্পাদক শ্ৰীকৰুণা কুশলয়ে শ্ৰীপিৰোম্যাই দিয়া বক্তৃতাটো লগে লগে অনুবাদ কৰি দিছিল। কৰুণা কুশলয়ৰ লগত প্ৰথম পৰিচয় হোৱাৰ সময়তেই তেওঁক মোৰ খুব ভাল লাগিছিল। মই পাঞ্জাবী, চুৰিয়া আৰু চাদৰ পিন্ধা দেখি তেওঁ বাংলা ভাষাত কৈ উঠিছিল— 'আপনাকে দেখে শান্তিনিকেতনের মাষ্টাৰ মশাই লাগছে।' হঠাৎ বাংলা ভাষাত এনেকুৱা সম্ভাষণ শুনি মই উচপ খাই উঠিলো যদিও বুজিবলৈ বাকী নাথাকিল যে তেওঁ এদিন আমাৰ দেশলৈ আহিছিল আৰু শান্তিনিকেতনলৈকো গৈছিল। অকল তেওঁৰেই নহয় আধুনিক নানাধৰণৰ পশ্চিমীয়া সাজপাৰ পিন্ধা থাই শিল্পীসকলেও মোৰ এই সাজ-পোছাক দেখি মুগ্ধ হৈছিল।

কৰুণা কুশলয়ৰ জীৱনৰ দুই-এটি কাহিনী উল্লেখ নকৰি নোৱাৰিলো। তেওঁ ছাত্ৰকালত বৌদ্ধ ভিক্ষুৰ এটা দলৰ লগত ব্ৰহ্মদেশৰ ভিতৰেদি আহি ভাৰতত প্ৰবেশ কৰে। বৌদ্ধ বিহাৰবোৰ পৰিদৰ্শন কৰাৰ পাছত কাশী পাওতে নৌপাওতেই পাছপ'ৰ্ট ভিছা নথকাৰ কাৰণে গ্ৰেপ্তাৰ কৰি জাহাজত তুলি দি ঘৰৰ ল'ৰাক ঘৰলৈ পঠিয়াই দিয়া হয়। আমাৰ ভাৰতভূমিয়ে তেওঁক খুব আকৰ্ষণ কৰিছিল বুলিয়েই হয়তো আকৌ বিশ্বভাৰতীৰ ছাত্ৰ হিচাপে ইয়ালৈ আহে। পঢ়া-শুনা শেষ কৰি থাইলেণ্ডলৈ যোৱাৰ পাছত ৰবীন্দ্ৰনাথৰ কেইখনমান কবিতাৰ কিতাপ থাই ভাষালৈ অনুবাদ কৰে। তেওঁ জৱাহৰলালৰ Discovery of India গ্ৰন্থখনি থাই ভাষালৈ অনুবাদ কৰাৰ কাৰণে নেহেৰুৰ আমন্ত্ৰণত ভাৰতলৈ আকৌ এবাৰ আহিছিল।

তেতিয়ালৈকে মই মোৰ চিত্ৰকৰ্মৰ ভালেমান প্ৰদৰ্শনী অনুষ্ঠিত কৰি আহিলেও এই প্ৰদৰ্শনী মোৰ শিল্পীজীৱনৰ এটি অবিস্মৰণীয় অভিজ্ঞতা বুলিব পাৰো। প্ৰত্যেকদিন শই শই দৰ্শকৰ ভিৰ দেখি সচিব মিঃ ৰাটাৰে এটি কাউণ্টিং মেচিনৰ ব্যৱস্থা কৰিছিল।

বহুত দৰ্শকৰ বাহুত ক'লা ফিতা লগাই থোৱা দেখি বুজিবলৈ বাকী নাথাকিল যে চৈধ্য অক্টোবৰ যি দিনটো 'ব্লেক ছানডে' বুলি অভিহিত কৰা হয়, সেইদিনা তেওঁলোকে আত্মীয়-স্বজন বা কোনো বন্ধু-বান্ধৱক হেৰুৱাইছিল। ভাবিছিলো যিবোৰ ছাত্ৰ-ছাত্ৰী'য় মিলিটাৰীৰ বিৰুদ্ধে এনে এখন তয়াময়া ৰণ দিছিল তেওঁলোকেনো কি মন্ত্ৰবলত এই কেইদিনৰ ভিতৰতেই সুকুমাৰ কলা উপভোগৰ কাৰণে প্ৰয়োজনীয় এটি স্থিৰ আৰু শান্ত মানসিক অৱস্থালৈ উভতি আহিব পাৰিলে?

ছাত্ৰ সংস্থাৰ অনুৰোধত মই উপহাৰ দিয়া 'A Black Sunday' চিত্ৰখন প্ৰদৰ্শনীত দেখুৱাইছিলো। দুৰ্ভগীয়া আই-বোপাই, আত্মীয়-স্বজন আৰু বন্ধু-বান্ধৱ সকলোকে এই ছবিখনে বিশেষভাৱে আকৰ্ষণ কৰিছিল। এদিন মাজবয়সীয়া থাই দম্পতিয়ে এই ছবিখন বহুত সময় ধৰি চাই বিদায় লোৱাৰ সময়ত চকুলো টুকি মোৰ ওচৰত থিয় দি মই যে তেওঁলোকৰ দুখত দুখী হৈ এই ছবিখন আকিছিলো সেই কথাকে লৈ নথৈ কৃতজ্ঞতা জনাইছিল। ছাত্ৰ আন্দোলনত সন্তান-হাৰা আই-বোপাই শোকত কাতৰ হৈ পৰা দেখি মই খুব বিচলিত হৈ নিজেই নিজকে প্ৰশ্ন কৰিছিলো— নীৰৱ কেনভাচৰ নীৰৱ ভাষাই কেনেকৈনো মানুহৰ অন্তৰত এনেভাৱে আলোড়ন সৃষ্টি কৰিব পাৰে?

প্ৰদৰ্শনীলৈ বেঙ্ককৰ দুয়োটা বিশ্ববিদ্যালয়ৰে বহুত ছাত্ৰ-ছাত্ৰী আৰু অধ্যাপকসকল আহিছিল। তেওঁলোকৰ লগত আলাপ-আলোচনা কৰা সময়ত জানিব পাৰিছিলো যে এই প্ৰবল ছাত্ৰশক্তিক এতিয়া সঠিক পথত চলোৱাটোবেই ডাঙৰ সমস্যা হৈ উঠিছে। ছাত্ৰসকল যাতে বিপথত অগ্ৰসৰ নহয় তাৰ বাবে তেওঁলোকে পত্ৰ-পত্ৰিকাত বিশেষ প্ৰবন্ধাদি প্ৰকাশ কৰিবলৈ আৰম্ভ কৰিছে।

থাইলেণ্ডৰ সৰ্বশ্ৰেষ্ঠ লেখক , থাই সংস্কৃতি আৰু বুৰঞ্জীৰ সুগভীৰ জ্ঞানৰ অধিকাৰী শ্ৰীচান থিয়ান পেন্থাৰাংচিয়ে থাই-ভাৰত নামৰ আলোচনীত লিখিছিল যে মোৰ চিত্ৰসম্ভাৰ দেখি অনুপ্ৰাণিত হোৱাত তেওঁ এই প্ৰবন্ধটো লিখি উলিয়ায়। তেওঁ ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ লগত থাইলেণ্ডৰ সাম্প্ৰতিক স্বাধীনতা আন্দোলনৰ এটা বিশেষ সাদৃশ্য লক্ষ্য কৰিছে। ভাৰতৰ স্বাধীনতা আন্দোলনৰ সূচনাকালৰ পৰা আৰম্ভ কৰি জালিয়ানৱালাবাগৰ ট্ৰেজেডি সম্পৰ্কেও আলোচনা কৰে আৰু দ্বিতীয় মহাযুদ্ধৰ সময়ত ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ কথা উল্লেখ কৰে। লগতে থাইলেণ্ডৰ সংক্ষিপ্ত বুৰঞ্জী আৰু মিলিটাৰী শাসনৰ অত্যাচাৰ আৰু হত্যাকাণ্ডক প্ৰশ্ৰয় নিদিয়াৰ কাৰণে ৰজাৰ প্ৰচেষ্টাৰ কথাও লিখে। হত্যাকাণ্ডৰ বিৰুদ্ধে প্ৰতিবাদ স্বৰূপ মোৰ চিত্ৰখনৰ বিষয়ে ও বিশেষভাৱে উল্লেখ কৰে।

এই প্ৰসঙ্গত 'থাই-ভাৰত এছ'চিয়েচন'ৰ বিষয়ে দুই-এটা কথা উল্লেখ কৰা প্ৰয়োজন। এই এছ'চিয়েচনৰ প্ৰতিষ্ঠাতা আছিল নেতাজী সুভাষচন্দ্ৰৰ এসময়ৰ সহকৰ্মী স্বামী সত্যানন্দ। এই সংস্থাৰ তত্বাৱধানত এটি বিদ্যালয় আৰু বহুমূলীয়া গ্ৰন্থাগাৰো আছে। এই গ্ৰন্থাগাৰত ভাৰতৰ ধৰ্ম, সংস্কৃতি, দৰ্শন আৰু বিশেষকৈ শ্ৰীঅৰবিন্দ দৰ্শনৰ

ভালেমান কিতাপ আছে। সংস্থাৰ মুখ্য উদ্দেশ্য হ'ল ভাৰত আৰু থাইলেণ্ডৰ মাজত মিত্ৰতা গঢ়ি তোলা আৰু তাৰ মুখপত্ৰ হিচাপে 'থাই-ভাৰত' আলোচনীখন প্ৰকাশ কৰা।

থাই জনসাধাৰণে আপোন ভাষা ব্যৱহাৰ কৰিবলৈ ভাল পায়। ইংৰাজী ভাষাত কথা কদাচিৎহে কয়। এই কথাটো উপলব্ধি কৰিবলৈ মোৰ অলপ সময় লাগিছিল কাৰণে প্ৰদৰ্শনীৰ কেটেলগখন অকল ইংৰাজীত ছপাই খুব ভুল কৰিছিলো। বহুত দৰ্শকৰেই ছবিৰ শিৰোনামাবোৰ বুজিবলৈ বেছ অসুবিধা হৈছিল। ছবিৰ মূল বক্তব্য বুজিবৰ কাৰণে ভাষাৰ ব্যৱধান অতিক্ৰম কৰিবলৈ তেওঁলোকৰ বেছি সময় নালাগিল। ইংৰাজী সাহিত্যৰ অধ্যাপক বা বিদেশী মিছনেৰীক লগত লৈ গেলেৰীত উপস্থিত হৈছিল।

থাই জনগণে থাইলেণ্ডক 'মুযাংথাই' বুলি কয় অৰ্থাৎ স্বাধীন মানুহৰ বাসস্থান। তেওঁলোকৰ এন গৰ্ববোধৰ প্ৰধান কাৰণটো হ'ল দক্ষিণ-পূৰ্ব এছিয়াৰ আন কোনো জাতিৰ দৰে তেওঁলোকে কেতিয়াও পাশ্চাত্য জাতিৰ অধীনতা স্বীকাৰ কৰা নাছিল।

থাই শিল্পীসকলৰ বিষয়ে ক'বলৈ হ'লে তেওঁলোকৰ লগত হোৱা যোগাযোগ মোৰ কাৰণে এটি আনন্দদায়ক অভিজ্ঞতা। তেওঁলোকে মোৰ প্ৰদৰ্শনী সফল কৰি তোলাৰ কাৰণে যি সহায় কৰিছিল সেইকথা মই কেতিযাও পাহৰিব নোৱাৰো। তেওঁলোকৰ এটি শিল্পকেন্দ্ৰও আছে, এই ঠাইতেই বহুত শিল্পীয়ে একেলগে কাম কৰে আৰু মাজে মাজে শিল্পকৰ্মৰ প্ৰদৰ্শনীও অনুষ্ঠিত হয। মোক তেওঁলোকে যেতিয়া আমন্ত্ৰণ কৰি নিছিল তেতিয়া তাত এগৰাকী মালয়েছিযাৰ শিল্পীৰ কাম প্ৰদৰ্শিত হৈছিল। মহানগৰীৰ কোলাহলৰ মাজত এনে এটি শান্তিৰ পৰিবেশে মোক মুগ্ধ কৰিছিল। থাইলেণ্ডৰ বিখ্যাত দৈনিক পত্ৰিকা 'শ্যামৰথ'ৰ প্ৰথম পৃষ্ঠা জুৰি মোৰ চিত্ৰ আৰু মোৰ প্ৰতিকৃতি ছপা হোৱাত আৰু দূৰ-দৰ্শনৰ বিভিন্ন চেনেলত প্ৰদৰ্শনীখন দেখুওৱাত তাৰ কেইগৰাকীমান বিখ্যাত শিল্পীয়ে মোক অভিনন্দন জনাইছিল। ইযাৰ পৰাই থাই শিল্পীসকলৰ উদাৰ মনোবৃত্তিৰ পৰিচয পোৱা যায। মোৰ প্ৰদৰ্শনীৰ বিষয়ে হোৱা সমালোচনাবোৰৰ বেছিভাগ থাই ভাষাত প্ৰকাশিত হয। থাইলেণ্ডৰ বিখ্যাত দুখন ইংৰাজী পত্ৰিকাত প্ৰকাশ হোৱা সমালোচনাৰ দুই-চাৰিটা কথা উধৃত কৰিলো—

'India's foremost surrealist painter Hemanta Misra here in Bangkok to exhibit some of his paintings His paintings reflect the deeply subconscious yearnings of the Asian mind Apart from Misra's mysticism he also has the flair for blending colours and craftsmanship to such a degree that his paintings have been described as 'poems in colour'

Bangkok world , October 29, 1973

' The surrealist canvases of Misra are unique and differ radically from the western surreaslist school. They show a yearning of the human mind to reach the world of ultimate perfection . '

The Nation, October 24, 1973

থাই শিল্প-সংস্কৃতিক আমাৰ দেশৰ দৰেই ধৰ্মভাৱে যুগ যুগ ধৰি প্ৰভাৱান্বিত কৰি

আহিছে। পাশ্চাত্য ৰীতিত দীক্ষিত আধুনিক থাই শিল্পীকো ধৰ্ম সম্পৰ্কিত ভাবধাৰাৰ চিত্ৰৰূপ দান কৰাৰ সময়ত যথেষ্ট সতৰ্ক হ'ব লাগে, নহ'লে কঠোৰ সমালোচনাৰ আশঙ্কা থাকে। প্ৰত্যেক দেশতেই শিল্পীৰ একেই অৱস্থা, আমাৰ দৰেই তেওঁলোকেও শিল্প সৃষ্টিৰ লগতে জীৱন সংগ্ৰামতো ব্যস্ত থাকে; কিন্তু তেওঁলোকে সমাজ জীৱনত যে এটি শ্ৰদ্ধাৰ আসন অধিকাৰ কৰি আছে সেইটো লক্ষণীয়। দেশৰ যিকোনো প্ৰান্তলৈকে গ'লে এবাৰ যদি 'চিন্তাকন (চিত্ৰকৰ) বুলি জানিব পাৰে তেতিয়া সন্মান, সহানুভূতি আৰু সাহায্যৰ অভাৱ নহয়। এই দেশৰ বহুত ঠাইলৈ গৈ এই কথাটো ভালদৰেই উপলব্ধি কৰিছিলো।

থাই জাতি স্বভাৱতে সুৰুচিপূৰ্ণ শিল্পানুভূতিৰ অধিকাৰী। প্ৰকৃতিৰ নিয়ম অনুযায়ী ফুলেই ফল দান কৰে; কিন্তু থাই তিৰোতাসকলে যেনেদৰে ফল কাটি-কুটি সজাই তাক ফল নে ফুল বুলি ভ্ৰম হয়। তেওঁলোকৰ সৌন্দৰ্যপ্ৰিয়তাৰ আৰু এটি নিদৰ্শন হ'ল 'লয় ক্ৰাথং' উৎসৱ। বছৰৰ শেষ হোৱাৰ আগতে কোনো এটি শুক্লা পূৰ্ণিমা তিথিত পূৰ্বপুৰুষসকলক সোঁৱৰণ কৰাৰ কাৰণে এই উৎসৱ পালন কৰা হয়। সেইদিনা সন্ধিয়া কলগছৰ ভুৰ সাজি কত ৰকমৰ ডাল-পাত আৰু ফুল ধুনীয়াকৈ সজাই আৰু ধূপ-দীপ জ্বলাই খাল-বিল বা নৈৰ বুকুত উটাই দিয়া হয়। পানীৰ ওপৰত উটি যোৱা শত শত প্ৰদীপ শিখাৰ প্ৰতিবিম্বই 'ছাওফ্ৰায়া' নৈৰ বুকুত যি এটি অপাৰ্থিৱ সৌন্দৰ্য সৃষ্টি কৰিছিল সেই দৃশ্য উপভোগ কৰাৰ সৌভাগ্য মোৰ ঘটিছিল।

থাইলেণ্ডৰ বহুত মানুহেই পানীৰ ওপৰত ঘৰ সাজি লৈ জীৱন কটায়। খাল-বিল আদিৰে ভৰা এই দেশ এই খালবোৰক থাই ভাষাত 'ক্লং' বুলি কোৱা হয়। এই দেশক Venice of the East বোলা হয়। পুৱাৰ মিঠা ৰ'দ-কাঁচলিত ৰং-বেৰঙৰ কাপোৰেৰে সজ্জিত হৈ ঘাঁহেৰে তৈয়াৰ কৰা জাপি মূৰত দি তিৰোতাসকলে যেতিয়া শাক-পাচলি, ফল-ফুল ইত্যাদি ঠেক নাওবোৰত তুলি দি হাটৰ ফালে যাবলৈ ধৰে তেতিয়া মোৰ চকুৰ আগত এখনি কল্পলোকৰ ছবি ফুটি উঠিছিল।

থাই কাৰু শিল্পৰ নিদৰ্শনে শিল্পৰসিক মানুহক বিশেষভাৱে মুগ্ধ কৰে। থাই জাতিৰ ঐতিহ্যপূৰ্ণ ছায়ানাট্যৰ কাৰণে সৃষ্ট ম'হৰ ছালত কাটি উলিওৱা 'ফিগাৰ'বোৰ অতি আকৰ্ষণীয়। কাঠ-খোদাই, অভিনয়ৰ মুখা, আৰু বাঁহ-বেতৰ সূক্ষ্ম কামবোৰে হস্ত শিল্পৰ নিপুণতাৰ পৰিচয় দিয়ে। নৃত্যকলাতো তেওঁলোকৰ স্বকীয় ৰূপ লক্ষণীয়। ধীৰ লয়ত ছন্দায়িত ধ্ৰুপদী নৃত্যকলাই থাই জাতিৰ এস্থেটিক জ্ঞানৰ এটি সুন্দৰ দৃষ্টান্ত তুলি ধৰে।

থাই ভাষা আয়ত্ত কৰা সহজ নহয়। স্বৰৰ যৎসামান্যও পৰিবৰ্তন হ'লে শব্দৰ অৰ্থ সম্পূৰ্ণ বেলেগ হৈ পৰে। যেনে— 'মা' শব্দৰ তিনিটা অৰ্থ আছে— কুকুৰ, ঘোঁৰা আৰু স্বাগত। 'চোয়েই' শব্দৰ দুটা অৰ্থ হ'ল ধুনীয়া আৰু দুৰ্ভাগ্য। বিদেশী মানুহে অলপ-অচৰপ থাই কথা শিকি থাই ভাষা জানে বুলি গৰ্ব কৰোঁতে কত যে ভুল কৰি হাঁহিৰ খোৰাক যোগাই, তেনে এটি কথা উনুকিয়ালো— এদিন এজন বিদেশী মানুহে এখন দোকানত সোমাই ক'লে— 'এখন 'চুয়া' দিয়কছোন।' দোকানৰ ছোৱালীজনী অবাক হৈ তেওঁৰ মুখলৈ অলপ চাই ৰৈ এটি মিচিকিয়া হাঁহিৰে ক'লে— 'আপুনি যি

বস্তুটো বিচাৰিছে তাক ইয়াত পোৱা নাযায় তাৰ কাৰণে আপুনি চিৰিয়াখানালৈহে যাব লাগিব।' আচলতে 'চুয়া' শব্দটোৰ দুটা অৰ্থ আছে— পোছাক আৰু বাঘ। উচ্চাৰণত অলপ হেৰ-ফেৰ হোৱা কাৰণে এই বিপৰ্যয় ঘটিছিল। এনেকুৱা আৰু এটা মজাৰ কাহিনী হ'ল, এজন ভাৰতীয় মানুহে থাই ভাষাত ব্যুৎপত্তি দেখুৱাবলৈ গৈ মহাবিপদত পৰে। ৰাতিপুৱা অফিচলৈ যোৱাৰ সময়ত এজনী ৰূপহী থাই ছোৱালীক 'চোয়েই' বুলি সম্ভাষণ জনোৱা কাৰণে ছোৱালীজনীয়ে খণ্ডত গালি পাৰিবলৈ ধৰাত পথচাৰীসকলে কি কাণ্ড বুলি তেওঁক ঘেৰি ধৰিছিল। কোৱা বাহুল্য যে ইয়াতো উচ্চাৰণৰ অলপ ইফাল সিফাল হোৱাত ধুনীয়াৰ ঠাইত অৰ্থ হৈ উঠিল দুৰ্ভাগ্য। এই যাত্ৰাত বিদেশী মানুহ বুলিহে ৰক্ষা পৰিছিল। এনেকুৱা ভালেমান ঘটনাৰ কথা শুনি ইতিমধ্যে মই যি দুই চাৰিটা থাই শব্দ শিকিছিলো সেইকেইটা ব্যৱহাৰ নকৰাই উচিত বুলি স্থিৰ কৰিছিলো।

থাইলেণ্ড 'মন্দিৰৰ দেশ' বুলি সুবিখ্যাত। তাৰ অপৰূপ কাৰু-কাৰ্যমণ্ডিত মন্দিৰবোৰ আৰু তাৰ শান্ত পৰিচ্ছন্ন পৰিবেশে আমাৰ মনত একেলগে বিস্ময় আৰু প্ৰশান্তিৰ ভাব উদয় কৰে। প্ৰাচীন ৰাজপ্ৰাসাদৰ ভিতৰত থকা 'ফ্ৰাকেও ওৱাট' বা এমাৰেল্ড বুদ্ধ মন্দিৰ দেখি মুগ্ধ হৈ পৰিছিলো। মন্দিৰৰ বিশাল প্ৰাঙ্গণ ঘেৰি ৰখা প্ৰাচীৰত ৰামায়ণৰ চিত্ৰৰূপে আৰু তাৰ অভিনৱত্বই মোক খুব আকৰ্ষণ কৰিছিল। এই দেশত ৰামায়ণ 'ৰামাকিয়েন' নামে পৰিচিত। এই প্ৰাচীৰ চিত্ৰবোৰ দেখি এই কথাই মনলৈ আহিছিল যে ইয়াত ৰামায়ণৰ কাহিনীৰ চৰিত্ৰবোৰ অলপ বেলেগভাৱে প্ৰকাশ কৰা হৈছে। প্ৰথমতেই উপলব্ধি কৰা যায় যে হনুমানৰ চৰিত্ৰই প্ৰধান হৈ উঠিছে। শৌৰ্য-বীৰ্যৰ প্ৰতীকৰূপে থাই ৰামায়ণত হনুমানে বিশেষ প্ৰভাৱ বিস্তাৰ কৰি আহিছে। সুদূৰ অতীতৰ পৰা থাইলেণ্ডৰ সভ্যতা আৰু সংস্কৃতি বৌদ্ধধৰ্মৰ দ্বাৰাই প্ৰভাৱিত হৈ আহিলেও, ৰামায়ণেও এটি বিশেষ স্থান অধিকাৰ কৰি ৰাখিছে। এই দেশৰ ৰজাসকলে ৰামচন্দ্ৰৰ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈ নিজকে 'ৰাম' নামে অভিহিত কৰি আহিছে। এতিয়া যিগৰাকী ৰজাই সিংহাসন অধিকাৰ কৰি আছে তেওঁ ৰজা 'নৱম ৰাম' বুলি পৰিচিত।

থাই ৰামায়ণত মধ্যযুগৰ থাই জাতিৰ সামাজিক ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, দৈনন্দিন জীৱন-যাপন, ধৰ্ম-বিশ্বাস, শৌৰ্য-বীৰ্য ইত্যাদি ভালদৰে ৰূপায়িত কৰা হৈছে। সেইকাৰণে এই গ্ৰন্থখনিয়ে বুৰঞ্জীৰ সমল যোগাই আহিছে। 'ৰামাকিয়েন'ৰ আৰু এটি অভিনৱ চৰিত্ৰ হ'ল সীতা। সৰ্বংসহা সীতাৰ পৰিৱৰ্তে 'ৰামাকিয়েন'ত পোৱা যায় দ্ৰৌপদীৰ নিচিনা এক তেজস্বিনী নাৰী। ইয়াত হয়তো থাই তিৰোতাৰ চাৰিত্ৰিক বৈশিষ্ট্য আৰু মানসিকতাৰ প্ৰতিফলন ঘটিছে। ৰামায়ণে আমাৰ এখন ধৰ্মগ্ৰন্থৰূপে সমাদৰ লাভ কৰিছে, কিন্তু থাইসকলে তাক ধৰ্মগ্ৰন্থৰূপে গ্ৰহণ কৰা নাই। ৰজা 'প্ৰথম ৰাম' যাক ৰামায়ণ ৰচয়িতাৰ মাজত সৰ্বশ্ৰেষ্ঠ বুলি ধৰা হয় তেওঁৰ ৰচিত ৰামায়ণৰ কাহিনী অনুসৰণ কৰি এই প্ৰাচীন চিত্ৰবোৰ আঁকা হৈছিল। প্ৰথম ৰামে তেওঁৰ গ্ৰন্থৰ শেষ অধ্যায়ত লিখি গৈছে— চিত্তৰঞ্জন কৰাই হ'ল তেওঁৰ কাব্যৰ মূল উদ্দেশ্য। দৰাচলতে এইটোৱেই থাই ৰামায়ণৰ এটা প্ৰধান বৈশিষ্ট্য।

থাই সভ্যতাৰ প্ৰগতিৰ পথত তিনিটা যুগ পৰিলক্ষিত হয়— 'সুখোথাই', 'আয়োথিয়া' আৰু 'বেঙ্কক'। থাই সভ্যতা সংস্কৃতিয়ে সুখোথাই অৰ্থাৎ সুখোদয় যুগত স্বকীয় এটি ৰূপ লাভ কৰে। পাছৰ কেইশ বছৰমান কাল ভাৰতীয় শিল্প, সাহিত্য, সংস্কৃতিৰ পৰা বহুতু সম্পদ আহৰণ কৰি নিজ সংস্কৃতিক সমৃদ্ধ কৰি তোলে। তাৰ পাছৰ পাঁচ শ বছৰ কাল হ'ল আয়োথিয়া অৰ্থাৎ অযোধ্যা যুগ। এই যুগ থাইলেণ্ডৰ বুৰঞ্জীত স্বৰ্ণ যুগ বুলি অভিহিত হৈছে।

এই কালছোৱাত দ্বীপময় ভাৰতৰ পৰা আৰম্ভ কৰি সুদূৰ ইউৰোপলৈকে আয়োথিয়াৰ কূটনৈতিক, সাংস্কৃতিক আৰু বাণিজ্যিক আদান-প্ৰদান হৈছিল।

সোণখটোৱা বিশাল আকাৰৰ বুদ্ধ মূৰ্তিৰে শোভিত অগণিত মন্দিৰ, চৈত্য, ৰাজপ্ৰাসাদ, বহুমূলীয়া গ্ৰন্থাগাৰ আৰু একলাখ অধিবাসীৰ এই চহৰখন এদিন ব্ৰহ্মদেশৰ নিষ্ঠুৰ আক্ৰমণৰ ফলত শ্মশানভূমিত পৰিণত হয়। সেই বৰ্মী আক্ৰমণত বিধ্বস্ত প্ৰাচীন ঐতিহ্যবাহী আয়োথিয়াত এদিন উপস্থিত হৈছিলো। তাত পৰি থকা শত শত খণ্ড-বিখণ্ড বুদ্ধমূৰ্তিবোৰে মোক স্তম্ভিত কৰি দিছিল। এই মহা শ্মশানৰ অগণিত ভগ্নমূৰ্তিৰ মাজত উপবিষ্ট এটি ভগ্ন মূৰ্তিৰ পদতলত কোনোবাই কেইপাহিমান বনফুল আৰু এটি মমবাতি জ্বলাই দি গৈছিল। তেতিয়া সন্ধিয়াৰ আন্ধাৰ ঘনাই আহিছিল। মমবাতিৰ টিমিক-টামাক পোহৰে এই বিশাল প্ৰান্তৰক এটি অপাৰ্থিৱ পৰিবেশ দান কৰিছিল। মোৰ আৰু এটি অভিজ্ঞতাৰ কথা উল্লেখ কৰিছো। বেঙ্ককৰ মন্দিৰত এটি শায়িত বুদ্ধমূৰ্তি দেখিছিলো, তাৰ বিশালতা আৰু মহিমাই যিকোনো মানুহকেই অভিভূত কৰে, কিন্তু ইয়াৰ এখন নিৰ্জন বনৰ মাজত নীলাকাশৰ তলত শায়িত এটি বুদ্ধমূৰ্তিয়ে মোৰ মনত কৰুণ ৰসৰ সঞ্চাৰ কৰিছিল।

ইতিমধ্যে থাইলেণ্ডৰ উত্তৰৰ 'চিয়াংমাই' চহৰখনি চাবলৈ যাওঁ। এই পাৰ্বত্য চহৰখনিক থাইলেণ্ডৰ 'গোলাপ ফুলনি' বুলি নামকৰণ কৰা হৈছে। ইযাত ইফালে সিফালে ঘূৰি-পকি ফুৰোতে অতি সূক্ষ্ম বেতৰ কামেৰে ভৰা এখন সৰু দোকান চকুত পৰে। তাত বহি থকা কিশোৰী ছোৱালীজনীক দেখি মুগ্ধ হৈ পৰো— ঠিক যেন এটি আধাফুটা গোলাপ কলিহে। অলপ পাছতে তাইৰ মাকজনী আহি ওলালহি আৰু মই ৰ লাগি তাইৰ পিনে চাই এই কথাটোৱেই ভাবিছিলো— ইকি? এই যেন পুৱাৰ ৰ'দত ফুটি উঠা এপাহি গোলাপ। এইবাৰ কিশোৰীৰ আইতাক আহি ওলোৱাত এই কথাটোৱেই মনলৈ আহিছিল এওঁ যেন এপাহি পূৰ্ণ প্ৰস্ফুটিত গোলাপ— কালে এতিযাও তাৰ পাহি লেৰেলাই পেলাব পৰা নাই। এই পাহাৰী ঠাইডোখৰৰ তিৰোতাবিলাক পৰম্পৰাক্ৰমে এনে সৌন্দৰ্যৰ অধিকাৰিণী বুলিয়েই হয়তো 'গোলাপ ফুলনি' নামটো সাৰ্থক হৈ উঠিছে।

মোৰ প্ৰদৰ্শনীত বেছ কেইখনমান ছবি সংগ্ৰাহকৰ হাতলৈ যোৱাত কিছু টকা পাইছিলো কাৰণেই থাইলেণ্ডৰ নানা ঠাই ফুৰি, মালয়েছিয়া আৰু পেনাং আদি ঘূৰি বহুত নতুন অভিজ্ঞতা সঞ্চয় কৰিছিলো।

মই স্বাভাৱিকতে বিদেশত বেছিদিন কটাবলৈ ভাল নাপাওঁ কাৰণেই হয়তো

Home Sweet Home -ৰ ডাক কাণত বাজি উঠিল। ঘৰমুখী হোৱাৰ আগতে বৃটিছ কাউন্সিলৰ মিঃ ৰাটাৰ আৰু ৰাষ্ট্ৰদূত শ্ৰীৰমেশ ভাণ্ডাৰীক বিদায় জনাই আহিলো। তেওঁলোক দুয়োগৰাকীয়ে মোৰ এই প্ৰদৰ্শনী সফল কৰি তুলিবৰ কাৰণে যথেষ্ট সহায় কৰিছিল আৰু মোৰ চিত্ৰও সংগ্ৰহ কৰিছিল। তাৰ উপৰিও তেওঁলোকে বিদেশৰ বিভিন্ন ঠাইত মোৰ চিত্ৰৰ প্ৰদৰ্শনী অনুষ্ঠিত কৰিবলৈ যথেষ্ট উৎসাহিত কৰিছিল।

থাইলেণ্ড এৰি অহাৰ পাছত প্ৰায় এক যুগৰো অধিক কাল অতিবাহিত হৈ গৈছে; কিন্তু আজিও মনত পৰে সেই নীৰৱ নিস্তব্ধ ৰাতিত দূৰ-দূৰণিৰ পৰা ভাঁহি অহা লোক সঙ্গীতৰ সুৰে কিভাৱে অসমৰ বনগীতৰ কথা সোঁৱৰাই দিছিল। ইয়াৰ বাহিৰেও এটি দৃশ্য আজিও মোৰ চকুৰ আগত ভাঁহি উঠে— ৰাতিপুৱা বেলিকা গৃহিণীয়ে বৌদ্ধ ভিক্ষুৰ পদতলত কেইপাহিমান ফুল দি নিজ হাতেৰে ৰন্ধা অন্নদান কৰি নতজানু হৈ সেৱা জনোৱা। দৰাচলতে ক'বলৈ হ'লে এই ছবিটিয়ে বৌদ্ধ ভাৰতৰ অতীত গৌৰৱকেই সোঁৱৰাই দিয়ে। ছাওফ্ৰায়া নৈৰ টৌত দেখা পাইছিলো কলিকতাৰ গঙ্গা। সবিতাৰ প্ৰথম কিৰণত উদ্ভাসিত 'ওৱাট অৰুণ' মন্দিৰৰ সূৰ্য মূৰ্তিয়ে কোণাৰকৰ কথাই স্মৰণ কৰি দিছিল। সেউজীয়া হাবি-বন, আম, কঁঠাল, কল, নাৰিকল গছেৰে ভৰা বাৰীয়ে অসমৰ গাঁৱৰ ছবিকেই ফুটাই তুলিছিল— ভাবিছিলো এই যোগসূত্ৰ কেতিয়াও হেৰাই যাব পাৰে কি?

উভতি আহি বৃটিছ কাউন্সিলৰ সচিব মিঃ জেকচনৰ লগত দেখা হোৱাত তেওঁ লণ্ডনত মোৰ এখন প্ৰদৰ্শনী অনুষ্ঠিত কৰিবৰ কাৰণে ব্যৱস্থা কৰে। ইতিমধ্যে মোৰ বেঙ্ককৰ প্ৰদৰ্শনী খুব সফল হোৱা খবৰটো নতুন দিল্লীৰ চৰকাৰী মহললৈ অহাত ইণ্ডিয়ান কাউন্সিল অব কালচাৰেল এফেয়াৰ্ছে মোৰ এখন প্ৰদৰ্শনী বিদেশত আয়োজন কৰিবলৈ আগ্ৰহী হৈ উঠে। বৃটিছ কাউন্সিলে লণ্ডনত প্ৰদৰ্শনীখন অনুষ্ঠিত কৰিবৰ কাৰণে প্ৰ'গ্ৰাম ঠিক কৰি দিল্লীৰ বৃটিছ হাই কমিচনলৈ পঠিওৱাত তেওঁলোকে অনুমোদনৰ কাৰণে ICCR লৈ পঠিয়ায়। দুখৰ বিষয় এই যে তেওঁলোকে এই প্ৰদৰ্শনী অনুষ্ঠিত কৰিবৰ বাবে অনুমতি নিদিলে। বৃটিছ হাই কমিচনে মোক এমাহৰ কাৰণে লণ্ডনত থকা আৰু প্ৰদৰ্শনী অনুষ্ঠিত কৰাৰ সকলো খৰচ-পাতি বহন কৰিবলৈ ৰাজি হৈছিল আৰু তাত আধুনিক ভাৰতীয় শিল্পৰ বিষয়ে কেইটামান বক্তৃতা দিবলৈকো স্থিৰ কৰিছিল। লণ্ডনত প্ৰদৰ্শনীৰ আয়োজন কৰাত সহায় কৰিব বুলি 'ভিক্ট'ৰীয়া এণ্ড এলবাৰ্ট মিউজিয়াম'ৰ ডিৰেক্টৰ মিঃ জন আৰউইন আৰু ছাৰ ডগলাছ বেৰেটৰ নিচিনা সুবিখ্যাত ব্যক্তিৰ পৰাও মই চিঠিপত্ৰ পাইছিলো। ICCR-ৰে এই বিষয়ে কিয়নো বাধা দিলে সেইটো এটা প্ৰহেলিকা, সেই কথাটো মই এতিয়ালৈকে বুজি নাপালো। যদিও স্বজন-প্ৰীতিয়েই হয়তো হ'ব পাৰে বুলি নকৈ নোৱাৰিলো।

লণ্ডনত প্ৰদৰ্শনী অনুষ্টিত কৰিবলৈ ICCR কিয় ৰাজি নহ'লগৈ কথাটো জানিবৰ কাৰণে দিল্লীৰ পৰা হাই কমিচনৰ দুগৰাকী বিষয়া মোৰ তালৈ আহি ছবিবোৰ চাই ইমান ভাল পাইছিল যে মোক কিয়নো বাধা দিয়া হ'ল বুলি আচৰিত হৈছিল। ডগলাচ বেৰেট

আৰু জন আৰউইনে লিখা দুখন চিঠি উধৃত কৰিলো।

Department of Oriental Antiquities
OA/DB/BV
Mr. Hemanta Misra
Calcutta-17

The British Museum
London, W.C.I.
30 January, 1975

My Dear Misra,

Thank you for your kind letter.

The most suitable gallery for an exhibition of your paintings would, I think, be that of the commonwealth Institute which puts on splendid display of modern painting. I am therefore taking the liberty of sending your letter with my recommendation to Mr. D. G. Bowen who is curator of the Art Gallery.

Please let me know if I can be of further assistance.

Yours sincerely
Douglas Barrett.
Keeper

Hemanta Misra
Calcutta 700 017
India

Victoria and Albert Museum
South Kensington
London SW 7 2RL
England
30 Septmber, 1975

Dear Hemanta Misra,

Many Thanks for your letter of 23rd September. It is quite likely that I shall be in Calcutta for a couple of days at the end of December, or early January. I shall hope to meet you then.

With best wishes.

Yours sincerely
J.G. Irwin
Keeper of the Oriental Department.

লণ্ডনত প্ৰদৰ্শনী অনুষ্ঠিত নহ'লেও বৃটিছ কাউন্সিলৰ কালচাৰেল ৰিপ্ৰেজেন্টেটিভ মিঃ প্ৰেট্ৰিক জেক্‌চনৰ লগত যোগাযোগ হোৱাটো মোৰ সৌভাগ্য। তেওঁ এগৰাকী কলা-প্ৰেমিক মানুহ আছিল। তেওঁ প্ৰায়েই মোৰ ষ্টুডিঅ'লৈ আহি ছবি চাইছিল আৰু সময়ে সময়ে কলিকতালৈ অহা বৃটিছ শিল্পীকো লগতে লৈ আহিছিল। মোৰ ছবি তেওঁৰ খুব ভাল লাগিছিল আৰু ছবিৰ শিৰোনামাবোৰো তেওঁৰ মুখস্থ আছিল। তেওঁ কলিকতাত থকা সময়ত ইয়াৰ ভালেমান নাট্যকাৰ, অভিনেতা আৰু সঙ্গীতশিল্পীৰ লগতো ভালদৰে যোগাযোগ ৰাখিছিল। তেওঁ কলিকতা এৰি যোৱাত মই এজন কলা-প্ৰেমিক আৰু মোৰ শুভাকাংক্ষী ব্যক্তিক হেৰুৱালো।

কলিকতাৰ বুকুত সাত সাগৰৰ ঢৌ অহৰহ লাগে আৰু মোৰ প্ৰাণত জাগে সাত

সাগৰত পাল তৰাৰ হাবিয়াস কিন্তু স্কাইস্কেপাৰেৰে শোভিত আধুনিক যন্ত্ৰ-জগত বিচাৰি নহয় আন কোনো অজনা জগতহে চোৱাৰ ইচ্ছা হৈছিল। পশ্চিম গোলাৰ্ধৰ পশ্চিম প্ৰান্তৰ 'ৰত্নৰাষ্ট্ৰ' আইডাহ মোৰ গন্তব্য স্থল। কুবেৰৰ ধনৰ ভাণ্ডাৰ আছিল এদিন আইডাহয়েই। এই ঠাইৰ অতীত বুৰঞ্জীয়ে মোক বিশেষভাৱে আকৃষ্ট কৰিছিল। কোনো এটি বিস্মৃত অতীতত ইয়াৰ আদিম অধিবাসী ইণ্ডিয়ানসকলে এদিন সূৰ্যোদয়ৰ অপৰূপ সৌন্দৰ্য দেখি মতলীয়া হৈ উঠি চিঞৰি উঠিছিল— EE-DA, HOW— চোৱা চোৱা সূৰ্যদেৱ পৰ্বতৰ পৰা কেনেকৈ নামি আহিব লাগিছে। আইডাহ নামৰ উৎস এয়েই বুলি বহুতেই কয়। হাজাৰ হাজাৰ বছৰ ধৰি আমেৰিকান ইণ্ডিয়ানসকলে এই বিশাল দেশৰ বুকুত মুকলিমূৰীয়াভাৱে ঘুৰি ফুৰিছিল। এইটোৱেই আছিল তেওঁলোকৰ জন্মাধিকাৰ। অথচ তেওঁলোকে এতিয়া এখন সীমিত আৰু সংৰক্ষিত অঞ্চলত জীৱন অতিবাহিত কৰিবলগীয়া হৈছে। শ্বেত জাতিৰ মানুহে তেওঁলোকৰ জীৱন আজি নিয়ন্ত্ৰণ কৰিছে দেখি খুব দুখ লাগিছিল। এদিন এই অধিবাসীসকলে তেওঁলোকক মনে-প্ৰাণে বন্ধু বুলিয়েই সামৰি লৈছিল। তেতিয়া এই সৰল মনৰ মানুহবোৰে ভাবিব নোৱাৰিছিল যে শ্বেতকায়সকলে ভৱিষ্যতত তেওঁলোকৰ স্বাধীনতা সম্পূৰ্ণভাৱে অপহৰণ কৰি নিজৰ জন্মভূমিতেই নিজকে স্থিতিহীন কৰি পেলাব? অৱশেষত তেওঁলোকে বিদেশীসকলৰ লগত সংগ্ৰামত লিপ্ত হৈছিল কিন্তু হাৰ মানি বিস্তীৰ্ণ উৰ্বৰ ভূমিৰ পৰা বিতাৰিত হৈ কেইডোখৰমান নিৰ্দিষ্ট অঞ্চলত জীৱন কটাবলৈ বাধ্য হয়। ইয়াতেই কিন্তু এই পৰ্বৰ শেষ বোলা নাযায়। Gold Rush-ৰ কালছোৱাত তেওঁলোকৰ কাৰণে সংৰক্ষিত ঠাই ডোখৰতো সোণ আৱিষ্কাৰ হোৱাৰ ফলত তাৰ পৰাও তেওঁলোকে টালি-টোপোলা বান্ধি বিদায় ল'বলগীয়া হয়। শেষ চেষ্টা হিচাপে তেওঁলোকে আকৌ সংগ্ৰাম কৰিবলৈ বাধ্য হয়, কিন্তু এইবাৰো পৰাজিত হ'ল আৰু আমেৰিকানবিলাকে তেওঁলোকৰ যথাসৰ্বস্ব কাঢ়ি নিবৰ বাবে লেশমাত্ৰ দ্বিধাবোধ নকৰিলে। আজি তেওঁলোকে নিজৰ বাসভূমিতেই প্ৰবাসীভাৱে জীৱন-যাপন কৰিবলগীয়া হৈছে। কোৱা নিষ্প্ৰয়োজন যে এই ঘটনাটোৱে আমেৰিকাৰ বুৰঞ্জীৰ পাত কলঙ্কিত কৰি থৈছে। এগৰাকী সহানুভূতিশীল আমেৰিকান বুৰঞ্জীবিদৰ কথাষাৰ উল্লেখ কৰিবলগীয়া— 'Thus these proud and independent people who had welcomed the first explorer as friends were reduced to little better than charity words of the Government.'

আমেৰিকান ইণ্ডিয়ানসকলৰ শিল্পীসুলভ মনোবৃত্তিৰ পৰিচায়ক'হ'ল কাৰুশিল্প। তেওঁলোকৰ এস্থেটিক জ্ঞানৰ যথাৰ্থ প্ৰকাশে বিশ্বৰ কলাৰসিকসকলক মুগ্ধ কৰি ৰাখিছে। চাৰি হাজাৰ বছৰৰ আগতে গুহাৰ প্ৰাচীৰত অঙ্কিত তেওঁলোকৰৰ জীৱন-যাত্ৰাৰ চিত্ৰবোৰে আজিও আমাক অভিভূত কৰে।

'গ্ৰেট আমেৰিকান ডেজাৰ্ট'ৰ এটি অংশ হ'ল আইডাহ ৰাষ্ট্ৰ। তাৰ অদ্ভুত আকাৰৰ পাহাৰবোৰ, আগ্নেয়গিৰিৰ পৰা ওলোৱা গোটমৰা লাভা। কৰতৰ দাঁত, নৰকৰ গাঁত, সাত দানৱ, চন্দ্ৰৰ গহ্বৰ, প্ৰত্যাবৰ্তনৰ পথহীন নদী, সৰ্পনদী আদি নামবোৰে এই

দেশৰ ভয়ঙ্কৰ সৌন্দৰ্যৰ ইঙ্গিতবাহী। এফালে পাথৰ, বালি, আৰু মাজে মাজে কেকটাছবোৰে মৰুভূমিৰ ৰূপ ফুটাই তুলিছে, আনফালে আকৌ সেউজীয়া উৰ্বৰভূমি আৰু দিগন্ত বিস্তৃত অৰণ্যভূমি। জাৰকালিত বৰফেৰে আবৃত এই দেশ হিম শীতল আৰু গ্ৰীষ্মকালত মৰুভূমিৰ দাৱদাহ।

উনবিংশ শতিকাৰ মাজভাগত ইয়াত যি Gold Rush আৰম্ভ হয় তাৰ তুলনাত কেলিফৰ্ণিয়া বা আলাস্কাৰ Gold Rush তুচ্ছ হৈ যায়। কুবেৰে লুকাই থোৱা এই সম্পদ আহৰণৰ কাৰণে হাজাৰ হাজাৰ ধন লোভী উন্মাদ হৈ ইয়ালৈ আহি ওলাইছিল। আজি তাৰ স্মৃতিচিহ্ন হিচাপে ৰৈ গৈছে কেইখনমান Ghost Town. আইডাহ চহৰত থকা সময়ত এনে এখন ঠাই চাবলৈ গৈছিলো। হঠাৎ চকুত পৰিল কাঠেৰে সজা এটি সৰু ঘৰ। এক শতিকাৰো অধিক কাল ধৰি বতাহ-ধুমুহা, ৰ'দৰ প্ৰকোপ সহ্য কৰি আজিও থিয় দি আছে। তাৰ দুৱাৰৰ ওপৰত লিখা কথাখিনি অস্পষ্ট হৈ আহিলেও পঢ়িব পৰা যায়— 'প্ৰতিষ্ঠিত ১৮৬৩ আইডাহ ৱাৰ্ল্ড' সেইকালৰ স্বৰ্ণখনি অঞ্চলৰ সেই মুখপত্ৰখন ইয়াতেই ছপোৱা হৈছিল। মুদ্ৰণ যন্ত্ৰটো এতিয়াও মামৰে খোৱা অৱস্থাত পৰি আছে। খনি অঞ্চলৰ বিভীষিকাময় দিনবোৰৰ ঘটনাৱলী এই পত্ৰিকাৰ পাতে পাতে ৰৈ গৈছে।

স্ৰোতস্বিনী পাহাৰী নৈখন এদিন আছিল ৰত্নগৰ্ভা। উন্মাদ স্বৰ্ণ সন্ধানীৰ দল দুৰ্গম পৰ্বত-পাহাৰ-অৰণ্য অতিক্ৰম কৰি হিংস্ৰ জন্তুৰ লগত যুঁজি আৰু তাৰ আদিম অধিবাসীসকলক খেদাই দি নৈৰ বুকুৰ পৰা সোণ শুহি নিবলৈ আহিছিল। এনেকৈয়ে এই চহৰখনি এদিন জাগি উঠিছিল। স্বাভাৱিক জৰা-মৃত্যু এই চহৰৰ পৰা বিদায় লৈছিল। মৃত্যু আছিল আকস্মিক দুৰ্ঘটনা মাথোন। সোণৰ স্বৰ্গভূমি হাতৰ মুঠিত পাই আনন্দত আত্মহাৰা হৈ কোনোৱে যেতিয়া সুৰাৰ পাত্ৰ হাতত তুলি লৈছিল সেই মুহূৰ্তত কোনোবাই হয়তো যমদূতৰ দৰে মৃত্যুদণ্ড লৈ উপস্থিত হৈছিল। প্ৰকাণ্ড প্ৰকাণ্ড গছৰ ছাঁৰে আবৃত আৰু এটি জীৰ্ণ ঘৰে মোক আকৰ্ষণ কৰিছিল। এই ঘৰটো আছিল দুঃসাহসী স্বৰ্ণলোভীৰ কাৰণে সজা এটি আশ্ৰয়স্থল। ঘৰৰ ভিতৰত দৈনিক ব্যৱহাৰ্য প্ৰতিটি বস্তু আজিও একেদৰেই ৰৈ গৈছে। নৈশ ভোজনৰ থাল-গিলাচ কাটা-চামুচ পৰ্যন্ত সজোৱা আছে। তেওঁলোক আৰু উভতি আহিব নোৱাৰিলে। এই স্বৰ্ণভূমিত প্ৰতিজন মানুহেই আছিল চিকাৰ আৰু চিকাৰী।

আজি এই নদী নিঃস্ব, তাৰ বুকুৰ সোণেৰে প্ৰাসাদ তৈয়াৰ কৰা নাযায়, অভিজাত হোটেল, বাৰ, ৰেস্তোৰাঁ তাৰ ঐশ্বৰ্যেৰে আৰু পৰিপুষ্ট হ'ব নোৱাৰে, সুন্দৰী নাৰীক লৈ সাগৰ সৈকতত আনন্দ বিহাৰ কৰা সম্ভৱ নহয়— আজি এই চহৰ পৰিত্যক্ত, মৃত— Ghost Town !

আইডাহ ৰাষ্ট্ৰৰ ৰাজধানী বইজি চহৰৰ ঐতিহাসিক মিউজিয়ামে মোৰ এই দেশৰ বিষয়ে জ্ঞান বঢ়াই তুলিছিল। তেওঁলোক যিমানেই আধুনিক নহওক অতীতক হেৰাই যাবলৈ দিয়া নাই। এই দেশৰ দুটি শতিকাৰ বুৰঞ্জীৰ সমল তাত সযত্নে ৰখা হৈছে। ইয়াত সেইযুগৰ সামাজিক জীৱন-যাত্ৰাৰ এখন নিখুঁত ছবি পোৱা যায়। তাৰ বাহিৰেও সেই কালত ৰেস্তোৰাঁত বহি মানুহে কেনেভাৱে ৰাজনীতি চৰ্চা কৰিছিল

তাকো ভালদৰে জানিব পৰা যায়।

বছৰৰ ভিতৰত মাত্ৰ দুটা মাহত যেতিয়া বৰফ গলি যায় তেতিয়া গ্ৰীষ্মৰ আৰাম উপভোগ কৰাৰ কাৰণে তাৰ পাহাৰ অঞ্চলত ভ্ৰমণকাৰীসকলৰ ভিৰ হয়। তেওঁলোকৰ মনোৰঞ্জনৰ কাৰণে সৰু সৰু অস্থায়ী আৰ্ট গেলেৰীৰ ব্যৱস্থা দেখি মোৰ খুব ভাল লাগিছিল। শিল্পীসকলে প্ৰকৃতিৰ ৰূপত মুগ্ধ হৈ নিসৰ্গ চিত্ৰ আঁকিছিল। প্ৰকৃতিৰ মহিমাই মোকো মুগ্ধ কৰি ৰাখিছিল। এতিয়া বিদায় লোৱাৰ দিন আহি পৰিল। বিদায় বেলাত সন্ধিয়াৰ সোণ-শুৱনিত মোহিত হৈ এই কবিতাটো লিখিছিলো—

প্ৰকৃতি এদিন ক্ৰুদ্ধ হৈ উঠে
ঠিক যেন আমাৰ দৰেই
যৌৱনৰ উষ্ণ তেজৰ তাপত,
আপোনাৰ বুকু ফালি গঢ়িছিল
গলিত লাভাৰ এক অৰূপ জগত,
অকল্পিত ভাস্কৰ্যৰ শাৰী
ইয়াঁতেই পৰি আছে সিঁচৰতি হৈ।
পিন্ধি আছে শৃঙ্গৰাশি বিনা অভিষেকে
শ্বেত হীৰক তুষাৰ মুকুট;
অতন্দ্ৰ প্ৰহৰী সিহঁত নিৰ্বাক নিশ্চল
ৰক্ষা কৰে কাৰ ৰত্ন গুপ্ত অন্তঃপুৰত।
সাম্ৰাজ্যৰ ৰজা কোন নাজানো প্ৰজাকো
নাজানো কিয়নো মোৰ বেদনাৰ অশ্ৰু
সৰি পৰে টোপে টোপে গ্ৰীষ্মৰ দুপৰ,
কিয়বা ধ্বনিত হয় তুষাৰ মুকুটত
মোৰ অন্তৰৰ ব্যাথা বিদায় বেলিকা,
তথাপি দূৰৰ পাহাৰ সেউজীয়া, নীলা, ময়ূৰকণ্ঠী
শ্বেত সন্ধিয়াত চৈত্ৰৰ আবীৰ।

পশ্চিম আমেৰিকাৰ আৰু এখন বিখ্যাত ঠাই হ'ল চানফ্ৰান্সিচ্‌কো। ৰত্ন ভাণ্ডাৰ বইজিৰ পৰা বিদায় লৈ এইবাৰ ৰাওনা হ'লো আমেৰিকাৰ খাদ্য ভাণ্ডাৰলৈ। ইয়ালৈ আহি চহৰৰ বাহিৰৰ যি ঠাইত উঠিছিলো তাৰ চাৰিওফালে গছ-গছনি, ফল-মূল, শাক-পাচলিৰ বাৰী আৰু বাটৰ কাষৰ মটৰ গেৰেজৰ টুং টাং টিং টিং আৱাজ সকলো মিলি কলিকতা বা গুৱাহাটীৰ কথাই সোঁৱৰাই দিছিল। তাৰ পৰা চহৰলৈ গৈছিলো পাতাল ৰেলগাড়ীত নাইবা সেঁতুৰ ওপৰেদি মটৰ-গাড়ীত। ইয়াত কটোৱা দিনকেইটাত বেছ কিছু মজাৰ মজাৰ অভিজ্ঞতা হৈছিল, তাৰে দুই-এটা কথা নকৈ নোৱাৰিলো। এদিন

ফুহিৰলৈ যাওতে এটি দৃশ্য দেখি আচৰিত হৈছিলো, ই কি ঠিক যেন কলিকতাৰ ফুটপাথ? দুটা ল'ৰাই চাইকেলত উঠি বাটৰ কাষত চাৰ্কাছ দেখুওৱাত ব্যস্ত আৰু তাহাঁতৰ চাৰিওফালে বিৰ দি সন্ধি নোপোৱা ভিৰ। তাৰপৰা অলপ আগুৱাই আহি দেখা পালো ইয়াতো এটা মানুহৰ ভিৰ, ট্ৰামত উঠিবৰ কাৰণে প্ৰতীক্ষা কৰি আছে। বহুত দিন ধৰি টিউব আৰু গাড়ীত মহা আৰামে ঘূৰি-ফুৰি হঠাৎ ট্ৰামৰ নাম শুনি খুব ৰং পালো। কলিকতা মহানগৰীৰ যাত্ৰীৰে ঠাহ খাই চলা ট্ৰাম-বাছত চলাৰ অভ্যাসটো পাহৰা যায় জানো? ময়ো তৎক্ষণাত লাইনত থিয় দিলো। 'কেবলকাৰ' বা ট্ৰামখন থামোতে নাথামোতেই অভ্যাসবশতঃ ততাতৈয়াকৈ উঠি আৰাম কৰি বহি পৰিলো। কি আশ্চৰ্য, কোনেও দেখোন আমাৰ লগত আহি ভিতৰত বহিব খোজা নাই। সকলোৱেই ট্ৰামৰ দুকাষে থকা দীঘল দীঘল ফুটবৰ্ডত ওলমি যাবলৈ ব্যস্ত। মাত্ৰ দুই এটা ষ্টপ পাৰ হৈ যোৱাৰ পাছত ওলমি থকা যাত্ৰীসকল নামি যোৱাত কণ্ডাক্টৰ চাহাবে চিঞৰি উঠিল— 'আহা আহা যদি ফুটবৰ্ডত ওলমি যাব খুজিছা সোনকালে আহা।' কলিকতাৰ ট্ৰাম-বাছত বাদুলিৰ দৰে ওলমি ওলমি যাওতে আমি হাইৰাণ হৈ পৰো, ইয়াত আকৌ বাহিৰত ওলমিবৰ কাৰণে মাতিছে দেখোন! কিম্‌আশ্চৰ্যম্...। মনে মনে ভাবিছিলো এওঁলোকেতো অমৃত বাজাৰ পত্ৰিকাৰ পি. চি. এল.-ৰ 'খুড়োৰ' কাৰ্টুন দেখা নাই।

'খুড়ো' ট্ৰামৰ টিকেট কিনিবলৈ ৰাজি নহয়, কিয়নো তেওঁ এজন সহযাত্ৰীৰ কঁকালত সাৰত ধৰি ওলমি যাবলৈ ধৰিছে। ট্ৰামগাড়ী যেতিয়া স্পৰ্শ কৰা নাই তেনেহ'লে কিহৰ টিকট?

এই দেশত ছিনিয়ৰ নাগৰিকসকলে নানা ৰকমৰ সুযোগ সুবিধা পায়। ছিনিয়ৰ-সকলে যানবাহনত যোৱাৰ বা অন্যান্য বহুত ঠাইত টিকট কিনা দৰকাৰ হ'লে টিকটৰ যি হাৰ তাৰ আধাহে দিব লাগে। এই কথাটো পাহৰি গৈ টিকটৰ দাম কিমান দিব লাগিব বুলি মই কণ্ডাক্টৰক সোধাত তেওঁ মোৰ মুখলৈ এবাৰ চাই হাঁহি মাৰি ক'লে— 'আপোনাৰ ডাঢ়ি-চুলি পকা যেতিয়া ডবল চাৰ্জ দিব লাগিব।' কণ্ডাক্টৰৰ এই কথাষাৰ শুনি সহযাত্ৰীসকলে হাঁহিৰ ৰোল তোলাত মনত পৰিল মই আধা দামহে দিব লাগিব। এই কথাটোৱে কলিকতাৰ ট্ৰাম-বাছৰ ভিতৰত হেঁচাটেপা খাই ক্লান্ত হৈ পৰা যাত্ৰীৰ কষ্ট লাঘৱ কৰিবৰ কাৰণে দুই এজন ৰসিক ব্যক্তিয়ে কোৱা ৰসাত্মক কথাবোৰ সোঁৱৰাই দিছিল।

চানফ্ৰান্সিচ্কোৰ দুটা মিউজিয়ামত বহুত সময় কটাইছিলো। এটা হ'ল 'Palace of the Legion of Honour' য'ত ৰদাঁৰ বহু ভাস্কৰ্য সুন্দৰভাৱে সংৰক্ষিত কৰি ৰাখিছে। দ্বিতীয়টো 'Asian Art Museum' বুলি সুবিখ্যাত। ইয়াত এই বিশাল মহাদেশৰ নানা ঠাইৰ ভাস্কৰ্যৰ নিদৰ্শনসমূহ অতি যত্নেৰে ৰখা হৈছে বুলিয়েই দৰ্শকক আকৰ্ষণ কৰে। তাৰ উপৰিও ইয়াৰ এটি বিভাগত পাশ্চাত্য দেশৰ কেইগৰাকীমান খ্যাতনামা শিল্পীৰ শিল্পকৰ্ম তেওঁলোকৰ যুগ অনুসাৰে একোটা একোটা কুঠৰিত ৰখা হৈছে আৰু তাৰ লগতে সেইকালৰ নিত্য প্ৰয়োজনত লাগতিয়াল বহুত ধুনীয়া ধুনীয়া বস্তু-বাহানিৰে সজাই থোৱা হৈছে। এই ধৰণৰ সংগ্ৰহালয় দেখি এই কথাটোৱেই ভাবিছিলো এই বিষয়ে শিকিবলৈ আমাৰ এতিয়াও বহুত বাকী।

এদিন জাহাজত উঠি সাগৰত ফুৰিবলৈ গৈছিলো। জাহাজ কিছুদূৰ যোৱাৰ পাছত ক'ৰপৰা এটা প্ৰকাণ্ড ছিগাল আহি ওলাল। কুঁৱলিয়ে ঢকা আৰু প্ৰবল বতাহৰ মাজত এই ছিগালটোৱে আমাৰ লগ নেৰা দেখি ক'লৰিজৰ বিখ্যাত কবিতা Ancient Mariner-ৰ এলব্ৰেট্ৰচ্‌টোৰ কথা মনত পৰিছিল। এই উপসাগৰত অৱস্থিত সৰু Alcatraz দ্বীপটোক 'ৰক' বোলা হয়। দূৰৰ পৰা চাওঁতে তাৰ ৰূপে মোক মুগ্ধ কৰিছিল কিন্তু জাহাজ ওচৰ চাপি অহাত তাৰ আকৃতি-প্ৰকৃতি দেখি মই খুব হতাশ হৈছিলো। হায় এনেকুৱা এটি মনোৰম পৰিবেশৰ মাজৰ এই ঠাইডোখৰত দুৰ্ধৰ্ষ অপৰাধীবোৰৰ বন্দীশাল! তেতিয়া মনত পৰিছিল আন্দামানৰ 'ছেলুলাৰ' কাৰাগাৰৰ কথা। এই দেশৰ মানুহবিলাকে Golden Gate Bridge খন লৈ খুব গৰ্ববোধ কৰে। এইখন পৃথিৱীৰ সৰাতকৈ দীঘল আৰু ওখ ওলমি থকা সেতু। এই সেতু সদায় কুঁৱলিয়ে ঢাকি থৈ এটি ৰহস্যময় পৰিবেশ সৃষ্টি কৰে। ইয়াৰ আৰু এটি দৃশ্যই মোক আচৰিত কৰিছিল— এইটো এটা সৰ্পিল পথ, শুনিছিলো এইটো হেনো পৃথিৱীৰ ভিতৰত অতি বেঁকা-বেঁকি পথ।

বিদায় লোৱাৰ দিন আকৌ আহি পৰিল। প্ৰশান্ত মহাসাগৰক বিদায় জনাই এইবাৰ আকাশ পথেৰে চাৰি হাজাৰ কিলমিটাৰ পথ অতিক্ৰম কৰি আহি উপস্থিত হ'লোহি আটলাণ্টিক মহাসাগৰৰ পাৰত— কানাডাৰ পূৰ্বপ্ৰান্তৰ শেষ ঠাই নভস্কচিয়াত। আইডাহ এৰি আহি একেবাৰে আন ধৰণৰ এটি পৰিবেশত সোমাই পৰিলো। দৰাচলতে ইয়াৰ সংস্কৃতিক নৌ-সংস্কৃতি বোলা যায়। নাও, জাহাজ, পালতৰা জাহাজ, নাবিক আৰু জলৰাশিক কেন্দ্ৰ কৰি জীৱন আৰু সংস্কৃতি আৱৰ্তিত হৈ আহিছে। শিল্পীৰ জীৱনো এই একেডাল সূতাৰেই যেন বান্ধি ৰাখিছে। শিল্পীসকলৰ স্বৰ্গৰাজ্য হ'ল বিখ্যাত 'পেগিজ কোভ'— মহাসাগৰৰ পাৰত লাখ লাখ বছৰৰ আগৰ বিশাল গ্ৰেণাইট শিলাখণ্ড আৰু তাৰ ওপৰত এটি লাইট হাউছ। এই আদিম পৃথিৱীৰ পটভূমিত মাছমৰীয়াৰ গাঁও। শাৰী শাৰী নাও, জাকে জাকে উৰন্ত ছিগাল, সূৰ্যোদয় সূৰ্যাস্তৰ ৰূপ এই সকলোবোৰ মিলি প্ৰহৰে প্ৰহৰে এনে এটি ৰূপ জগতৰ সৃষ্টি কৰে যাৰ আকৰ্ষণ শিল্পীৰ কাৰণে চিৰন্তন। তাত ভৰি দিয়েই দেখিলো নানা দেশৰ নানা শিল্পী ছবি অঁকাত মগ্ন হৈ ৰৈছে। ভাবিছিলো কত যুগ ধৰি কত শিল্পীয়ে এই ৰূপ প্ৰকাশ কৰিবলৈ আহিছে গৈছে; কিন্তু এই সৌন্দৰ্যক যথাৰ্থভাৱে ফুটাই তুলিবলৈ সমৰ্থ হৈছে জানো? এই ৰহস্যময় ৰূপসাগৰত ডুব মাৰি অৰূপৰতন লাভ কৰিবৰ কাৰণে কৰা প্ৰচেষ্টাৰ শেষ ক'ত নাজানো। উইলিয়াম গাৰ্থে নামে এগৰাকী শিল্পীৰ কাম দেখিছিলো। তেওঁ পেগিজ কোভৰ মোহত পৰি তাৰ বিচিত্ৰ ৰূপ প্ৰকাশ কৰিবৰ বাবে গোটেই জীৱন ইয়াতেই কটাইছিল। পানীৰ ওপৰতে তৈয়াৰ কৰা তেওঁৰ ষ্টুডিঅ'ত সোমাই এই কথাটোকে ভাবিছিলো এই পৰিবেশৰ কতনো ৰূপ! ওচৰতে তেওঁৰ ঘৰ, তাৰ চোতালৰ কাষতে থকা এডোখৰ প্ৰকাণ্ড গ্ৰেণাইটত খোদাই কৰা মাছমৰীয়াৰ মূৰ্তি।

নভস্কচিয়াৰ তথা কানাডাৰ এজন বিখ্যাত শিল্পী টম ফৰেষ্টলৰ আমন্ত্ৰণত তেওঁৰ ষ্টুডিঅ'লৈ যাওঁ। কানাডাৰ আধুনিক শিল্পত যি High Realism আৰম্ভ হৈছে তেওঁ তাৰ

অন্যতম শিল্পী। তেওঁৰ লগত শিল্প সম্পৰ্কে আলোচনা কৰি আনন্দ লাভ কৰিছিলো। তেওঁৰ শিল্পকৰ্ম প্ৰকাশ হোৱা এখনি কিতাপ মোক উপহাৰ দিছিল। সুবিখ্যাত কেনাডিয়ান সাহিত্যিক আৰু ৰাজনীতিবিদ হেলিবাৰ্টনৰ ঘৰবাৰী চাবলৈ যাওঁ। এটি শতিকাৰ আগতে তৈয়াৰ কৰা হ'লেও তাক এনে সযত্নেৰে ৰখা হৈছে যে দুৱাৰ-ডলিত ভৰি দিয়েই ভাবিছিলো— হেলিবাৰ্টন হয়তো অলপ সময়ৰ কাৰণে ওলাই গৈছে, এতিয়াই আহি পৰিব।

এশ বছৰ আগৰ এটি অভিজাত পৰিয়ালৰ জীৱন-যাত্ৰাৰ ৰূপ সুস্পষ্টভাৱে দেখা পাইছিলো। ভাবি দুখ লাগিছিল যে আমাৰ দেশৰ মনীষীসকলৰ বাসস্থান এনে সযত্নে সংৰক্ষিত কৰাৰ বিশেষ কোনো প্ৰচেষ্টা দেখা পোৱা নাযায়।

নভস্কচিয়াৰ নৌ-সংস্কৃতিৰ বিখ্যাত মিউজিয়ামটো এবাৰ চাবলৈ যাওঁ। শ শ বছৰ ধৰি জলৰাশি অতিক্ৰম কৰাৰ কাৰণে তৈয়াৰ কৰা নাও-জাহাজৰ ক্ৰমবিকাশৰ ৰূপ চাওতে চাওতে হঠাৎ এখন কাঠৰ পুৰণি ডেক চেয়াৰ আৰু জাহাজৰ কেপ্টেনৰ কোটৰ এটা পিতলৰ বুটাম দেখি থমকি ৰ'লো। এই দুটি নিদৰ্শনেই পয়সত্তৰ বছৰ আগতে ঘটা এটা বিভীষিকাময় ৰাতিৰ নিদাৰুণ ট্ৰেজেডিৰ ছবি চকুৰ আগত তুলি ধৰিছিল। এই হ'ল শ শ নৰ-নাৰীৰে পৰিপূৰ্ণ বিশাল 'টাইটনিক' জাহাজখন ডুবি যোৱাৰ পাছত উদ্ধাৰ কৰা শেষ স্মৃতিচিহ্ন!

মোৰ সৌভাগ্য যে সেই সময়ত ডালহাউচি বিশ্ববিদ্যালয়ৰ মিউজিয়ামত 'মায়া' সংস্কৃতিৰ বিষয়ে এখন প্ৰদৰ্শনী আয়োজিত হৈছিল। মায়া সভ্যতা বিশ্বৰ এক বিস্ময়। উন্নতিৰ উচ্চ শিখৰত উঠি এদিন হঠাৎ নিশ্চিহ্ন হৈ যায়। প্ৰত্নতত্ত্ববিদসকলৰ অক্লান্ত নিষ্ঠা আৰু পৰিশ্ৰমৰ ফলত মেক্সিকোৰ গভীৰ অৰণ্যৰ বুকুৰ পৰা এই সভ্যতাৰ ধ্বংসাৱশেষ আৱিষ্কৃত হোৱাৰ পাছত বিশ্বজুৰি আলোড়নৰ সৃষ্টি হয়। পৃথিৱীৰ আন কোনো সভ্যতাৰ লগত ইয়াৰ তুলনা নহয়। পণ্ডিতসকলৰ মতে They stand alone. তেওঁলোক জ্যোতিৰ্বিজ্ঞান, স্থাপত্য বিদ্যা, কাৰুশিল্প, সামাজিক জীৱনাদৰ্শ, ঐশ্বৰ্য-সম্পদ, ৰাজমাহাত্ম্য, পুৰোহিত মহিমা আদি বিভিন্ন ক্ষেত্ৰত অসাধাৰণ বুলি গণ্য হৈছে। ইউৰোপৰ অন্ধকাৰ যুগত তেওঁলোকে এনেকুৱা এখন পঞ্জিকা লিখিছিল যি আজিও তুলনাহীন। ইউৰোপৰ বৈজ্ঞানিকসকলৰ প্ৰচেষ্টাৰে হাজাৰ বছৰ আগেয়েই শূন্যৰ মূল্য নিৰ্ধাৰণ কৰিবলৈ সক্ষম হৈ গণিতশাস্ত্ৰত অসামান্য পাৰদৰ্শিতাৰ পৰিচয় দি গৈছে। আকাশস্পৰ্শী মন্দিৰবিলাকৰ খটখটিবোৰ ইমান থিয় আছিল যে এইটো স্থাপত্যবিদ্যাৰ এটি বিস্ময় বোলা যায়। আধুনিক আমেৰিকাৰ স্কাইস্ক্ৰেপাৰবোৰ ইয়াৰ দ্বাৰাই প্ৰভাৱিত।

এই প্ৰদৰ্শনীত খ্ৰীঃপূঃ ত্ৰয়োদশ শতিকাৰ পৰা খ্ৰীষ্টীয় সপ্তম শতিকালৈকে মৃত্তিকা শিল্পৰ নিদৰ্শনসমূহৰ ভিতৰেদি এই সভ্যতাৰ এটি ৰূপ অনুমান কৰিব পাৰি। বিভিন্ন ফৰ্ম আৰু প্ৰতীক চিহ্নৰ মাজেদি তেওঁলোকৰ ধৰ্মবিশ্বাস, দেৱ-দেৱীৰ ৰূপ, প্ৰকৃতিৰ মহিমা, জীৱন-মৃত্যু সম্পৰ্কে ধাৰণা, ৰজাৰ মহিমা, জ্যোতিৰ্বিজ্ঞান, কৃষিবিজ্ঞান, নানা প্ৰকাৰ বাদ্যযন্ত্ৰ, পশু-পক্ষীৰ প্ৰতি মমতা আৰু দৈনন্দিন জীৱন-যাত্ৰাৰ নানা ৰূপ

প্রতিফলিত হৈছে। এই প্ৰদৰ্শনীখনত মায়া সভ্যতাৰ বিষয়ে বহুত নজনা কথা জানিবলৈ পাই যেনে আনন্দ পাইছিলো, তেনেকৈয়ে আৰু বহুত কথা অজ্ঞাত হৈ বৈ যোৱাৰ কাৰণে দুখো লাগিছিল। এই বিৰাট লুপ্ত সভ্যতাৰ বিষয়ে যৎসামান্য জ্ঞান অৰ্জন কৰিবলৈ হ'লেও কিমান পৰিশ্ৰম আৰু সময়ৰ প্ৰয়োজন সেই কথাটোৱেই বাৰে বাৰে মনলৈ আহিছিল।

এইবাৰ দেশলৈ উভতি অহাৰ সময় আহি পৰিল। ভাবিছিলো চিলা যিমানেই দূৰ আকাশত উৰি ফুৰক লেটাইৰ টানত আকৌ ফিৰি আহিব লাগিব। বহুদিন দেশৰ বাহিৰত কটাই জন্মভূমিৰ কথা খুব মনত পৰিছিল। এইবাৰ উভতি আহি অসমত এমাহমান কটাবলৈ ঠিক কৰিলো। এদিন আবেলি বেলিকা অন্যমনস্কভাৱে গুৱাহাটী চহৰৰ এটি বাটেৰে খোজকাঢ়ি যাওতে কুমাৰ ভাস্কৰ নাট্যমন্দিৰৰ কাষ পাই থমকি ৰ'লো— অজ্ঞাতসাৰেই মন যেন ডেউকা মেলি উৰি গৈ কৈশোৰৰ সেই নিশ্চিন্ত দিনবোৰত ইয়াত উপভোগ কৰা অভিনয়ৰ আৰু মই নিজেও অভিনয় কৰাৰ কথা সোঁৱৰাই দিলে।

শ্বিলঙলৈ গৈয়ো এনে স্মৃতিৰ বেদনা অনুভৱ কৰিছিলো। শ্বিলঙৰ ৰূপ সম্পূৰ্ণ পৰিবৰ্তিত হৈ গৈছে। লাইমোখ্ৰাৰ পথেৰে যাওতে যাওতে কোন কেতিয়াবাই এৰি অহা আমাৰ পুৰণি ঘৰটোৰ ওচৰত থিয় দিলো। আজি সেই ঘৰ-বাৰীৰ ৰূপ বদলি গৈছে কিন্তু স্মৃতিপটত বৈ যোৱা ৰূপটো বদলি নাযায়। চকুৰ আগত ভাঁহি উঠিল যৌৱন কালৰ ভৰা সংসাৰৰ ছবিটি। মাই কত যত্নেৰে আমাক ৰান্ধি-বাঢ়ি খুৱাইছিল, কতনো মৰম সাদৰ কৰি আমাৰ মুখলৈ চাই আমাৰেই ভৱিষ্যত কল্যাণৰ কথা ভাবিছিল— আমি তাৰবাবে তেওঁৰ ওচৰত এতিয়াও ঋণী। এনেতে আৰু এটি কথা মনত পৰিছিল। লক্ষ্মীনাথ বেজবৰুৱাৰ মৃত্যুৰ পাছত প্ৰজ্ঞাসুন্দৰী এবাৰ আমাৰ ঘৰলৈ আহিছিল। মাই যত্ন কৰি কি এটা বস্তু ৰান্ধি তেওঁক দিছিল। তেওঁ অলপ মুখত দি আচৰিত হৈ মাক সুধিছিল— 'এইটোনো ৰান্ধিবলৈ ক'ৰ পৰা শিকিলা, খুব ভাল হৈছেতো?' মাই মিচিকিয়াই হাঁহি তেওঁক ক'লে 'কিয় আপোনাৰ কিতাপৰ পৰাই শিকিছিলো।' প্ৰজ্ঞাসুন্দৰীয়েও হাঁহি মাৰি ক'লে— 'মই দেখোন এতিয়া সকলো কথাই পাহৰিবলৈ ধৰিছো।' প্ৰজ্ঞাসুন্দৰীৰ 'আমিষ ও নিৰামিষ ৰন্ধন প্ৰণালী' কিতাপখন নপঢ়া গৃহিণী সেইকালত খুব কম আছিল বুলিলেও ভুল নহয়। তেওঁৰ জীয়ৰী ৰত্নাৱলীয়ে সেই কিতাপ আকৌ ছপাবলৈ ইচ্ছা কৰি আমালৈ এবাৰ লিখিছিল, কিন্তু মই তেওঁৰ সেই ইচ্ছা পূৰণ কৰিব নোৱাৰিলো কাৰণে দুখ পাইছিলো। তেওঁ আজি আমাৰ মাজত নাই।

অতীতৰ স্মৃতিৰে ভৰা বহুত ঠাইলৈ গৈ সমাজ জীৱনত বিচ্ছিন্নতাৰ ভাব প্ৰকট হৈ উঠা দেখি মোৰ মন বিষাদে ঘেৰি ধৰিছিল। তেতিয়া মোৰ নিজৰ এখন ছবিৰ কথা মনত পৰিছিল। বহুকাল আগতে 'সত্যৰ বেদী' নামেৰে এখন ছবি আঁকিছিলো। ছবিখন নতুন দিল্লীৰ আধুনিক চিত্ৰশালাত সংগৃহীত আছে। চীন-ভাৰত সংঘৰ্ষৰ সময়ত ভাৰত

চনকাৰে জাতীয় সংহতিৰ বিষয়ে এখন আলোচনা সভাৰ আয়োজন কৰিছিল। কেন্দ্ৰীয় চৰকাৰৰ Scientific and Cultural Affaris -ৰ Cultural Forum-ৰ জাতীয় সংহতি সংখ্যাত ছবিখন প্ৰকাশ কৰি সম্পাদকীয়ত এই মন্তব্য কৰিছিল— 'The frontispiece attempts to depict the idea of devotion at the altar of Unity.' মোৰ এই চিত্ৰখন জাতীয় সংহতিৰ কামত লাগিছিল বুলি খুব ভাল পাইছিলো।

এই প্ৰসঙ্গত নতুন দিল্লীত অনুষ্ঠিত মোৰ এখন একক প্ৰদৰ্শনীৰ কথা মনলৈ আহে। উনৈছ শ ছয়সত্তৰ চনত 'অল ইণ্ডিয়া ফাইন আৰ্টচ এণ্ড ক্ৰেফ্‌টচ্‌ ছোচাইটিৰ গেলেৰীত আয়োজিত এই প্ৰদৰ্শনীখন সেইসময়ৰ ভাৰতৰ ৰাষ্ট্ৰপতি ফকৰুদ্দিন আলি আহমেদে উদ্বোধন কৰিছিল। উদ্বোধনী বক্তৃতাত তেওঁ কৈছিল যে মোৰ চিত্ৰসম্ভাৰ বিদেশত সমাদৰ লাভ কৰিছে যেতিয়া আৰু কেইখনমান দেশত প্ৰদৰ্শন কৰা উচিত।

ইন্দিৰা গান্ধী তেতিয়া দিল্লীৰ বাহিৰলৈ যাবলগীয়া হোৱাত মোৰ প্ৰদৰ্শনীলৈ আহিব নোৱাৰিলে যদিও অত্যন্ত ব্যস্ততাৰ মাজতো কথাটো মোক জনাবলৈ পাহৰা নাছিল। এবাৰ এটি বিশেষ কাৰণে তেওঁলৈ এখন চিঠি দিছিলো, সেই চিঠিৰ উত্তৰ ঘূৰি ডাকত মোৰ হাতত আহি পৰাত মই আচৰিত হৈছিলো। প্ৰধানমন্ত্ৰীৰ গুৰু দায়িত্ব বহন কৰিও খুঁটি-নাটি বিষয়েও যে তেওঁ কিমান সজাগ আছিল ইয়াৰ পৰাই বুজা যায়।

এই প্ৰদৰ্শনীৰ বিষয়ে লিখা দুই-এটি সমালোচনা উধৃত কৰিলো—

**Surrealistic Painitngs**

Hemanta Misra who is showing his recent paintings at the AIFACS has a very personal attitude as a surrealist. His style is likewise is individualistic both in regard to detail and the broad vision of images. Mr. Misra is highly, romantic, poetic and reminiscent and delves into remote, forgotton times searching for echoes of distant songs and reverberating silences. Mr. Misra is concerned with poignant unending cycle of life, mysterious tapestry of joy and sorrow, the stilled prostrate woman with a book of verse in 'A Forgotten Verse' Cracked Mirror and the desolate old world monuments in 'tossed yet we weave the tapestry of life.' This warp and woof of joy and sorrow the succession of life and death, of spring and decay find expression in Mr. Misra's paintings in a variety of ways.

S.A. Krishnan, The Sunday Statesman,
Delhi, Feb., 1976

**Blue Apples Green Ruin**

Hemanta Misra's paintings take you into a world of colour and fantasy. In this dreamland flowers can blossom on the wings of a butterfly, a headless figure can play flute, stones can fly, apples can be blue and ruin can be green... He has used a varied range of colours all gay and pleasing but there is an under current of seriousness in most of his works.. His application of colours is also unique. His colours has brightness and luminiosity as in the Indian tempera... His recent show was inaugurated by

President Fakhruddin Ali Ahmed.

(Evening News, The Hindustan Times, March, 1976.

সাম্প্ৰতিক কালত মহানগৰীৰ শিল্পীসকলৰ নানা সমস্যাৰ সমাধানৰ প্ৰচেষ্টা দেখা যায়। এই বিষয়ে উল্লেখযোগ্য দুটি সংস্থা হ'ল 'ললিত কলা ৱাৰ্ক শ্বপ' আৰু 'আৰ্টচ একাৰ'। প্ৰথমটো 'কেলকাটা গ্ৰুপ'ৰ শিল্পী শ্ৰীপৰিতোষ সেনৰ আৰু দ্বিতীয়টো শিল্পী শ্ৰীশুভা প্ৰসন্নৰ আন্তৰিক প্ৰচেষ্টাত গঢ়ি উঠিছে। সুখৰ কথা পৰিতোষ সেন আজিও সৃষ্টিকৰ্মৰ পৰা অৱসৰ লোৱা নাই। তেওঁৰ লিখা গ্ৰন্থও আছে আৰু পত্ৰ-পত্ৰিকাত সময়ে সময়ে শিল্পবিষয়ক প্ৰবন্ধ আদি লিখি আহিছে। 'কেলকাটা গ্ৰুপ'ৰ সভ্য শ্ৰীৰথীন মৈত্ৰই এতিয়াও উদ্যমেৰে কাম কৰি যাব লাগিছে। শিল্পী সুধাংশু চৌধুৰীৰ কথা হয়তো আজি বহুতেই পাহৰি গৈছে। তেওঁ একালত প্ৰাচীৰ চিত্ৰ আঁকি সুখ্যাতি অৰ্জন কৰিছিল। লণ্ডনৰ 'ইণ্ডিয়া হাউছ' প্ৰথম অলঙ্কৃত কৰাৰ কাৰণে যোৱা শিল্পীসকলৰ ভিতৰত তেওঁ এজন আছিল।

এই মহানগৰীৰ এগৰাকী শিল্পানুৰাগী ব্যক্তিৰ কথা মনলৈ আহিছে। তেওঁ হ'ল ডঃ অশোক মৈত্ৰ। তেওঁক মই মোৰ পঞ্চাশ দশকৰ একক প্ৰদৰ্শনীৰ সময়ৰ পৰাই জানো। মোৰ কবিতাৰ কিতাপখন প্ৰকাশ হোৱাত তেওঁক এখন কিতাপ উপহাৰ দিবলৈ যাওঁ। মোক দেখা পায়েই তেওঁ ক'লে— 'আপোনাৰ কিতাপৰ সমালোচনা দেশ পত্ৰিকাত পঢ়িছো।' তেতিয়া তেওঁ আছিল পশ্চিমবঙ্গৰ অৰ্থমন্ত্ৰী। এই গুৰুত্বপূৰ্ণ দায়িত্ব বহন কৰিও শিল্প সাহিত্যৰ সাম্প্ৰতিক খবৰ-বাতৰি পৰ্য্যন্ত ৰখা দেখি মই খুব আচৰিত হৈছিলো। আকৌ এদিন এনেকৈয়ে আচৰিত হৈছিলো যেতিয়া কথাই কথাই বিখ্যাত কবি সমৰ সেনক সুধিছিলো— 'আপুনি কিয়নো কবিতা লিখিবলৈ এৰি দিলে'? তেতিয়া তেওঁ মোক ক'লে— 'মোৰ সাম্প্ৰতিক কাজ-কৰ্ম কি কবিতা লিখাতকৈ বহুত বেছি interesting নহয় জানো'? কোৱা বাহুল্য তেতিয়া তেওঁ Frontier পত্ৰিকা সম্পাদনা কৰিছিল। এই মহানগৰীৰ ভালেমান বিশিষ্ট ব্যক্তিৰ চাৰিত্ৰিক বৈশিষ্ট্যই মাজে-সময়ে মোৰ চিন্তাৰ খোৰাক যোগায়।

সাংবাদিক কান্তিভূষণ দাসৰ লগত মোৰ পৰিচয় বহুদিনৰ। তেওঁৰ মধুৰ ব্যৱহাৰে যিকোনো মানুহকেই মুগ্ধ কৰিছিল। তেওঁ প্ৰেছ ইনফৰমেচন ব্যুৰ'ৰ ডেপুটি প্ৰিন্সিপেল অব ইনফৰমেচন হিচাপে কাম কৰি অৱসৰ গ্ৰহণ কৰে। বাংলাদেশৰ মুক্তি যুদ্ধৰ সময়ত তেওঁ তাত সাংবাদিক হিচাপে কাম কৰি সুখ্যাতি অৰ্জন কৰিছিল। শিল্পকলাৰ বিষয়ে তেওঁৰ অনুৰাগ আছিল। মোৰ প্ৰদৰ্শনীৰ বিষয়ে তেওঁৰ আকাশবাণীৰ পৰা প্ৰচাৰিত সমালোচনাবোৰত তেওঁৰ বৈশ্লেষণিক মনোবৃত্তিৰ সুন্দৰ পৰিচয় পোৱা যায়। তেওঁৰ মৃত্যুত মই এজন গুণগ্ৰাহী মানুহক হেৰুৱালো।

এই প্ৰসঙ্গত উল্লেখযোগ্য যে মোৰ সাগৰমুখী পথত আগবাঢ়ি যাওতে আৰু কেইগৰাকীমান বিখ্যাত সাংবাদিকৰ লগত বিশেষভাৱে যোগাযোগ ঘটিছিল। শ্ৰীখগেন

সে চৰকাৰ, 'মেগছেছে পুৰস্কাৰ' লাভ কৰা শ্ৰীঅমিতাভ চৌধুৰী, নতুন দিল্লীৰ শ্ৰীপুণ্যপ্ৰিয় দাশগুপ্ত, অসমৰ শ্ৰীফণি তালুকদাৰ, শ্ৰীনৰেশ ৰাজখোৱা আৰু শ্বিলঙৰ শ্ৰীসুধীন চৌধুৰী প্ৰমুখ্যে ভালেমান সাংবাদিক আৰু কলাৰসিকসকলৰ কথা স্মৃতিপটত ৰৈ গৈছে। একালত অসমৰ কমিউনিষ্ট পাৰ্টিৰ সচিব হিচাপে খ্যাত ফণি বৰায়ো মোক যথেষ্ট উৎসাহ-উদ্দীপনা যোগাইছিল।

চল্লিশৰ দশকৰ শেষ ভাগৰ পৰা কলিকতা মহানগৰীৰ শিল্প জগতৰ লগত মোৰ যোগাযোগ হয় আৰু পঞ্চাশ দশকৰ পৰা মোৰ শিল্পকৰ্ম একক বা গ্ৰুপ প্ৰদৰ্শনীত দেখুৱাই আহিছিলো। আশীৰ দশকৰ শেষ ভাগত মোৰ সৃষ্টিকৰ্ম তিনিটা ভাগত বিভক্ত কৰি একেলগে প্ৰদৰ্শন কৰিবলৈ মন মেলো। অধশতক ধৰি মই শিল্প-সাধনাত মগ্ন হৈ কেনেকৈ আগুৱাই আহিছিলো তাৰ এটা বিৱৰণ কলাৰসিক সমাজৰ আগত উপস্থাপিত কৰাটোৱেই এই প্ৰদৰ্শনীৰ মূল উদ্দেশ্য আছিল। এই বয়সত ভালেমান শিল্পীয়েই পাছত পেলাই অহা পথৰ পিনে চাবলৈ এটি প্ৰয়াস কৰা অস্বাভাৱিক নহয়। এনেকুৱা এখন পূৰ্বাপৰ (Retrospective) প্ৰদৰ্শনী উপভোগ কৰিবলৈ মোৰ শিল্পপথৰ সহযাত্ৰী শিল্পী, শিল্পীবন্ধু, কলাৰসিক আৰু পৃষ্ঠপোষক প্ৰত্যেকেই যেন বাট চাই আছিল। এই প্ৰদৰ্শনীখন আয়োজন কৰি ভালদৰে উপলব্ধি কৰিব পাৰিছিলো। উনৈছ শ তিৰাশী চনত একাডেমি অব ফাইন আৰ্টচৰ সুবৰ্ণ জয়ন্তী উপলক্ষে মোৰ পূৰ্বাপৰ প্ৰদৰ্শনী অনুষ্ঠিত হয়। সচৰাচৰতে কলিকতা, দিল্লী বা বোম্বাইত অনুষ্ঠিত মোৰ একক প্ৰদৰ্শনীত দৰ্শকৰ সমাগম লেখত ল'বলগীয়া হ'লেও এই ৰিট্ৰ'চপেক্‌টিভ প্ৰদৰ্শনীত উপস্থিত হোৱা দৰ্শকৰ সংখ্যা লক্ষণীয় হৈছিল। প্ৰথিতযশা শিল্পী-সাহিত্যিকৰ সমাগমে প্ৰদৰ্শনীখন সফল কৰি তুলিছিল। যিসকল কলাৰসিকে মোৰ ওৱাটাৰ কালাৰ আৰু দ্বিতীয় যুগৰ ছবি দেখিছিল তেওঁলোকে আকৌ সেই পৰিচিত ছবিবোৰ দেখি খুব আনন্দ লাভ কৰিছিল আৰু যিসকলে মোৰ প্ৰথম যুগৰ ছবি দেখা নাছিল তেওঁলোকক অসমৰ প্ৰকৃতিৰ বিচিত্ৰ ৰূপে মুগ্ধ কৰিছিল। মোৰ দ্বিতীয় যুগৰ ভঙা-গঢ়াৰ কামেও তেওঁলোকক খুব আকৰ্ষণ কৰিছিল। কোৱা বাহুল্য যে মোৰ এই দুটি যুগৰ বহুত ভাল ভাল নিদৰ্শন নানা দেশৰ সংগ্ৰাহকৰ হাতলৈ যোৱা সত্ত্বেও যিখিনি ছবি প্ৰদৰ্শিত হৈছিল সেইখিনিয়েই মোৰ শিল্প-সাধনাৰ সফলতাৰ দৃষ্টান্ত দাঙি ধৰিছিল। এই প্ৰসঙ্গত ব্যক্তিগতভাৱে শিল্পী, সাহিত্যিক আৰু সমালোচকৰ কিছুমান মন্তব্য সংক্ষিপ্তভাৱে উধৃত কৰিলো—

'যেন কোলৰিজ, কীটচ্‌এ-ৰ স্বপ্ন জগতে মাঝে মাঝে জেগে উঠেছি।'

—সুপ্ৰসিদ্ধ সাহিত্যিক গোপাল হালদাৰ

'মনেৰ গভীৰে যে একটা অন্তৰ্লোক আছে— শিল্পী তাৰ তুলিতে সেই সব ছবি এক একটা সঙ্গীতেৰ মূৰ্ছনাৰ মত নিঙড়ে নিঙড়ে প্ৰকাশ কৰেছেন।'

—স্বনামধন্য শিল্পী ৰথীন মৈত্ৰ

'তাঁৰ সাৰ্থক মিশ্ৰ ৰাগ ধৰা পড়েছে সব কিছুতেই। ধন্য হলাম।'

—বিখ্যাত সাহিত্যিক নাৰায়ণ সান্যাল

'হেমন্ত বাবুৰ পুৰাতন ও নতুন ছবিগুলি দেখে নয়ন সার্থক হ'ল।'

—ৰবীন্দ্র ভাৰতী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য ডঃ দেৱীপদ ভট্টাচাৰ্য

'Mr. Misra's art originates from his core of heart, all his works obviously show that'

—Reputed Artist J. Sultan Ali

'An excellent exposition of a life's time.'

—Sovan Som, Reader, Rabrindra Bharati University

'The aesthetic quest of Hemanta Babu's painting touches deep chords in the heart.'

—Reputed poet Siddheswar Sen

'What can I say about Hemanta's retrospective. He is a friend and a fine painter. The gallery glows with his paintings.'

—Lady Ranu Mookherjee

'হেমন্ত মিশ্রেৰ মতো প্রবীণ শিল্পীৰ ক্রমপর্যায়েৰ কাজেৰ বিবর্তমান প্রদর্শনী দেখা যেন বিশাল এক অভিজ্ঞতাৰ মত। ... পর্যায়ক্রমে তাঁৰ পঞ্চাশ বছৰেৰ কাজ দেখে বুঝলাম আঁমাদেৰ কাছে হেমন্ত মিশ্র তাঁৰ প্রাপ্য সম্মান পাননি। বহু বিষয়ে তিনি পথিকৃৎ...।'

—আনন্দবাজাৰ পত্রিকা

'আধুনিক ছবি কখনও... সৰাসৰি আমাদেৰ চেতনাৰ পর্দায় একটা আন্দোলন তোলে, একটা ধীৰ, স্থিৰ অথচ অমোঘ অনুপ্রবেশ, আমৰা সংক্রামিত হই। হেমন্ত মিশ্রেৰ ছবিৰ আবেদন এই শ্রেণীৰ। তাঁৰ ছবিতে যে সম্মোহনী ক্ষমতা আছে সেটা অনস্বীকার্য। হেমন্তেৰ শ্রেষ্ঠ কাজ নিঃসন্দেহে তাঁৰ স্বপ্নজগতেৰ ছবি গুলি।...'

—আজকাল

'ভাৰতীয় ধ্রুপদী ও পাশ্চাত্য ধাৰাৰ সমন্বয় ঘটেছে তাঁৰ কাজে। ... তিনপর্বে শিল্পীৰ ত্রিস্তৰ মানসিকতাৰ প্রতিফলন পড়েছে।... আসামেৰ শিল্পী একদা নিসর্গ চিত্রে নতুন আঙ্গিকে, নতুন ভাবনায় আধুনিকতাৰ ঢেউ তুলেছিলেন। ... প্রথম পর্যায়ে ৰূপ দিয়েছেন বিভিন্ন জীবনধাৰাৰ মানুষকে। দ্বিতীয় পর্যায়ে অদ্ভুত সাবলীলতায় তিনি মিলিয়েছেন লোক আঙ্গিকেৰ সৰল ছন্দেৰ সঙ্গে জ্যামিতিক ছন্দেৰ বিন্যাসকে।.. প্রকৃতি ও সামাজিক জীৱনধাৰাকে ছন্দেৰ নন্দনে অনূদিত কৰে নেওয়াৰ সার্থকতা তাঁৰ এই দ্বিতীয় পর্যায়ে। তৃতীয় পর্যায়ে শিল্পীৰ গভীৰ জীবন চেতনা ব্যাপ্ত হয়েছে দর্শনেৰ বিস্তৃতি ও গভীৰতাৰ মধ্যে। এখানে আন্তর্জাতিক ৰাজনীতি ও আন্তর্জাতিক চেতনা প্রবাহেৰ পৰিপ্রেক্ষিতে মানুষেৰ অবস্থান তাঁকে ভাবিয়েছে। অনেক গভীৰ কথা তিনি বলতে চেয়েছেন যা দৈনন্দিন অভ্যাসিক জীবনেৰ বাইৰে। তাই হয়ত তাঁকে আশ্রয় নিতে হয়েছে সুৰৰিয়েলিজমেৰ।... হেমন্ত মিশ্রেৰ ছবি দেখে সাম্প্রতিক পৰিপ্রেক্ষিতে এই ৰীতিৰ সার্থক প্রয়োগ কত শিল্পোত্তীর্ণ হতে পাৰে তা বোঝা যায়। জীবনকে ছুঁয়ে

থেকে গভীৰতৰ জীৱন-সত্যকে উপলব্ধি কৰতে চেয়েছেন তিনি। এই গভীৰতৰ উপলব্ধি সঞ্চাৰিত হয় দৰ্শকেৰ মধ্যেও। এখানেই শিল্পী হিসেবে এই সময়েৰ ছবিতে শ্ৰীমিশ্ৰেৰ অবদান অনেক গভীৰে ব্যাপ্ত।'

'সামগ্ৰিক বিচাৰে বলা যায় একজন সম্পূৰ্ণ শিল্পীৰ দৰ্শনলাভ ঘটেছে। তাঁৰ প্ৰদৰ্শনীতে শিল্পেৰ ছাত্ৰ-ছাত্ৰীৰা লাভবান হবেন। আধুনিক চিত্ৰেৰ গতি প্ৰকৃতি সম্বন্ধে অবহিত হবেন।'

—মৃণাল ঘোষ, পৰিচয় আৰু কালান্তৰ পত্ৰিকা

একাডেমি অব ফাইন আৰ্টচৰ গেলেৰীত ঠাইৰ অভাৱত প্ৰদৰ্শিত ছবিৰ সংখ্যা সীমিত কৰিবলগীয়া হোৱাত আৰু কিছু ছবি দেখুৱাবৰ কাৰণে একাডেমিৰ সৌজন্যত এখন দ্বিতীয় পূৰ্বাপৰ প্ৰদৰ্শনী অনুষ্ঠিত হয় উনৈছ শ সাতাশী চনত। প্ৰথমবাৰৰ দৰেই এই প্ৰদৰ্শনীতো ভালেমান প্ৰথিতযশা শিল্পী-সাহিত্যিকৰ সমাগম হয়। কবি প্ৰেমেন্দ্ৰ মিত্ৰ, অন্নদাশঙ্কৰ ৰায়, সুভো ঠাকুৰ প্ৰমুখো বহুত শিল্পী-সাহিত্যিকৰ উপস্থিতিয়ে এই প্ৰদৰ্শনী সফল কৰি তুলিছিল। কবি প্ৰেমেন্দ্ৰ মিত্ৰ অতি আগ্ৰহেৰে আহি ছবি চাই এই কথাষাৰ লিখি গৈছিল— 'একদিন দেখে আশ মিটলনা। আৰ একদিন আসাৰ সংকল্প নিয়ে যাচ্ছি।' অন্নদাশঙ্কৰ ৰায়ে লিখিছিল— 'Enjoyed the retrospective exhibition of Hemanta Misra's work covering forty years. Warmest greetings to a major artist of India' সুভো ঠাকুৰ শাৰীৰিক অসুস্থতাত ভোগা সত্ত্বেও মোৰ প্ৰদৰ্শনীলৈ আহি বহুত সময় কটাই যায়। এই প্ৰদৰ্শনীত কেইজনমান কবিৰ লগত মোৰ আলাপ-আলোচনা হৈছিল। মোৰ ছবিবোৰ চাই তেওঁলোক ইমান অনুপ্ৰাণিত হৈছিল যে বিশেষ কেইখনমান ছবিৰ বিষয়ে কবিতা লিখি মোলৈ পঠিয়াইছিল। তেওঁলোকৰ এই উপহাৰ পাই মই খুব আনন্দিত হৈছিলো। বহুদিন ধৰি মোৰ ছবিবোৰ 'ৰঙৰ কবিতা' বুলি কোৱা শুনি আহিছো ; কিন্তু এইবাৰ আকৌ মোৰ ছবিৰ ওপৰত কবিতা লিখা দেখি মই খুব ৰং পাইছিলো। এই কিতাপখন যেতিয়া ধাৰাবাহিকভাৱে পত্ৰিকাত ছপা হয় তেতিয়া এগৰাকী মহিলা অনুপ্ৰাণিত হৈ এটা কবিতা লিখি মোলৈ পঠিয়াইছিল; বিশেষকৈ শিৰোনামাটো তেওঁৰ কবিতাত ঠাই পাইছিল। এই প্ৰসঙ্গত শ্ৰদ্ধেয় শ্ৰীগোপাল হালদাৰে মোৰ কোনো এখন একক প্ৰদৰ্শনীৰ কেটেলগখনত দিয়া ছবিৰ শিৰোনামাবোৰ পঢ়ি ভাল পাই মোক কোৱা কথাষাৰ মনত পৰে— 'আপনাৰ ছবিৰ শিৰোনামগুলি অতি চমৎকাৰ, এৰ উপৰে একটি প্ৰবন্ধ লেখা যায় দেখছি।' এনে এগৰাকী সুবিখ্যাত প্ৰবন্ধকাৰৰ মুখত এই কথাটো শুনি মই আচৰিত হৈছিলো।

শিল্পী হিচাপে মই আন্তৰ্জাতিক ক্ষেত্ৰত যি স্বীকৃতি লাভ কৰিছিলো সেইবিষয়ে অলপ ক'ব খুজিছো। উনৈশ শ আশী চনত কেম্ব্ৰিজৰ (ইংলেণ্ড) International Biographical Centre -ৰ পৰা প্ৰকাশিত Dictionary of International Biography-ত মোৰ জীৱনী স্থান লাভ কৰে। আকৌ ছয়াশী চনত American Biographical

Institute-ৰ পৰা প্ৰকাশিত 'Community Leaders of the World' গ্ৰন্থত মোৰ জীৱনী প্ৰকাশিত হয়। তাৰ কিছুদিন পাছত তেওঁলোকৰ 'International Directory of Distinguished Leadership' গ্ৰন্থত গোটেই পৃথিৱীৰ ছয় হেজাৰ ব্যক্তিৰ মাজত মোৰ জীৱনী আৰু মোৰ জীৱন দৰ্শনৰ বিষয়ে মোৰ এটি উক্তি স্থান লাভ কৰে। উক্তিটি হ'ল— Break the narrow wall encircling our heart and soul. Let our sensitive thoughts and actions illuminate the humanity as a whole. মোৰ এই উক্তিটো পঢ়ি এগৰাকী আইৰিচ ব্যক্তিয়ে অনুপ্ৰাণিত হৈ মোলৈ তেওঁৰ লিখা এক গুচ্ছ কবিতাসহ এখন চিঠি লিখিছিল। তেওঁৰ চিঠি পঢ়ি দূৰ-দূৰণিৰ মানুহৰ প্ৰাণতো যে মোৰ কথাবাৰিয়ে চিন্তাৰ খোৰাক যোগাইছিল এই কথাটো অনুভৱ কৰি মই খুব আনন্দিত হৈছিলো।

দ্বিতীয় মহাসমৰৰ দিন ধৰি আজিলৈকে মানৱ জীৱনৰ প্ৰত্যেকটি ক্ষেত্ৰত নানা পৰিৱৰ্তনৰ জোৱাৰ উঠিছে নামিছে। অতীতৰ মূল্যবোধ হেৰাই গৈ তাৰ ঠাইত নতুন মূল্যবোধ দেখা দিছে। কালচক্ৰৰ বিৱৰ্তনত মূল্যবোধৰ পৰিৱৰ্তন হোৱাটো অতি স্বাভাৱিক। আধুনিক শিল্প, সাহিত্য, ভাস্কৰ্য, স্থাপত্য, সঙ্গীত আৱিষ্কাৰধৰ্মী হৈ পৰি আলোড়ন সৃষ্টি কৰিছে। জীৱন-যাপনৰ ক্ষেত্ৰতো পৰিৱৰ্তন সুস্পষ্ট। নিৰপেক্ষভাৱে বিচাৰ কৰি চালে দেখা যায় যে এই কালৰ বহুত শিল্পকৰ্ম সফলতা লাভ কৰিছে যদিও বিফল সৃষ্টি কৰ্মও চকুত নপৰি নাথাকে। সময়ে সময়ে নতুন কিবা এটা আৱিষ্কাৰ কৰাৰ নিচাত বহুত শিল্পকৰ্ম প্ৰাণশূন্য হৈ পৰাও দেখা যায়। শিল্পীয়ে তেওঁৰ সৃষ্টিকৰ্মত যি কোনো কঠিন, জটিল বা নতুন পদ্ধতি অৱলম্বন কৰিলেও তেওঁৰ অন্তৰ সত্তাৰ সংযমৰ দ্বাৰাই প্ৰতিভাৰ বিকাশ সম্ভৱ হয়।

এই কলিকতাৰ বুকুতেই মোৰ এটি অভিজ্ঞতাৰ কথা উল্লেখ কৰিছো। মহানগৰীৰ এটা গলিয়েদি খোজকাঢ়ি যাওতে এখন 'জাংশ্বপ'ত চীনা মাটিৰ এটি অলঙ্কৃত ফুলদানি চকুত পৰাত মই মুগ্ধ হৈ পৰো। অলপ সময় ৰ লৈ চাই থাকি এই কথাটোকেই ভাবিছিলো, এই ফুলদানিটো সৃষ্টি হোৱাৰ দিন ধৰি আজিলৈকে কত শতিকাৰ ব্যৱধান! সুদূৰ চীনৰ কোনো এখন অজনা ঠাইৰ কোনো এজন অজ্ঞাত শিল্পীয়ে কত কাল আগেয়ে এই ফুলদানিটো তৈয়াৰ কৰিছিল। তেওঁ কেতিয়াবাই হেৰাই গ'ল। তেওঁৰ সৃষ্টিকৰ্মত মগ্ন হৈ থকা সময়ত উত্তৰ কালৰ কথা কেতিয়াও ভবা নাছিল। কেৱল তেওঁৰ আপোন শিল্পচেতনাৰ অলপমান তাত থৈ গৈছিল। কত শতকৰ ব্যৱধান অতিক্ৰম কৰি সেইটোৱেই এই মুহূৰ্ত্তত মোৰ প্ৰাণত আলোড়ন তুলিছে। এইটোৱেই হ'ল শিল্প- শিল্পৰ আয়ু জীৱনৰ আয়ুতকৈ দীৰ্ঘ।

এই যুগ হ'ল ছবিৰ যুগ। মোৰ এজন অধ্যয়নশীল বন্ধুৱে এদিন দুখ কৰি কৈছিল- চোৰাচোন এই আলোচনীবোৰত পঢ়িবলৈ কিবা আছেনেকি? অকল ছবিৰেই ভৰপূৰ কৰি থৈছে। মই তেওঁক এইদৰেই সান্ত্বনা দিছিলো- ছবিৰ সৃষ্টিতো লিখাৰ বহুত আগতেই হৈছিল। গুহাৰ মানুহে ছবি আঁকিছিল কিয়নো তেওঁলোকে এই কথাটো

ভালদৰে উপলব্ধি কৰিব পাৰিছিল যে মুখৰ বৰ্ণনাতকৈ ছবি আঁকি দেখুৱাব পাৰিলে অতি সহজেই কথাটো বুজাই দিয়া সম্ভৱ হয়। আধুনিক মানুহে বহু শতিকা ধৰি লিখা আৰু ছপাৰ কাম কৰি কতনো অভিজ্ঞতা সঞ্চয় কৰিও সেই একে ঠাইলৈকে উভতি আহিছে। তিনি ই শ্চি স্কোৰেৰৰ এখন কাৰ্টুন তিনি কলমৰ এটি সম্পাদকীয় বক্তব্য চকুৰ আগত তুলি ধৰিব পাৰে। পুৰণি মূল্যবোধ আঁকুৰি ধৰি থাকিলে নতুনক সামৰি লোৱাটো কষ্টকৰ। বন্ধুৰ এই মনোবেদনাই যুগৰ দ্বন্দ্বকেই প্ৰকাশ কৰিছে।

এদিনাখন এজন তৰুণ শিল্পীয়ে দুখেৰে মোক এই কথাটো কৈছিল— ছবি আঁকি গৈছো কিন্তু বেচা-কিনাৰ বজাৰ নাই, আমাৰ কি উপায় হব'? তেওঁৰ কথা শুনি ভাবিছিলো এই সমস্যা চিৰকালৰ। এই প্ৰসঙ্গত মনত পৰিছে এদিন ৰেলগাড়ীৰ এজন সহযাত্ৰীয়ে ৰবীন্দ্ৰনাথক সুধিছিল- 'মশাই কি কৰেন?' তেওঁ অলপ চিন্তা কৰি এই কথাটোকে কৈছিল- 'আমি কবি।' এই উত্তৰ পাই তেওঁ আকৌ প্ৰশ্ন কৰিলে- 'তাতো বুঝলাম কিন্তু কৰেনটা কি?' এই 'কৰেনটা' কি অৰ্থাৎ কি কাম কৰি জীৱিকা অৰ্জন কৰে। আজি এইটোৱেই হ'ল শিল্পীৰ এটি ডাঙৰ সমস্যা। শিল্প সাধনা কৰিবলৈ হ'লে সাধাৰণতে ধন উপাৰ্জনৰ এটা ব্যৱস্থা থকা দৰকাৰ, ছবিৰ লগত তাৰ কোনো সম্পৰ্ক নাথাকিলেও ক্ষতি নহয়। নহ'লে বহুত সময়ত দেখা যায় যে শিল্পীয়ে অজ্ঞাতসাৰে উচ্চ শিল্পক কমাৰ্চিয়েলাইজড় কৰি পেলায়। এনেদৰেই বহুত শিল্পীৰ প্ৰতিভা-বিকাশৰ পথ ৰুদ্ধ হৈ যোৱাও দেখিছো। এই বিষয়ে শিল্প প্ৰসঙ্গ অধ্যায়ত কেইটামান কথা আলোচনা কৰা হৈছে।

এই মহানগৰীত তিনি যুগৰো অধিক কাল অতিবাহিত হৈ গৈছে। প্ৰথম পদাৰ্পণ কৰি যি দেখিছিলো, যি শুনিছিলো, যি উপভোগ কৰিছিলো সেই সকলোবোৰ আজি পৰিবৰ্তিত হৈ গৈছে। আজি একবিংশ শতিকাৰ দুৱাৰডলিত থিয় দি এই কথাটোৱেই ভাবিছো যে শিল্পীৰ বহুত সপোন, বহুত হাবিয়াস এই নতুন শতিকাৰ বুকুত যেন সাৰ্থকতা লাভ কৰে। এদিন এই মহানগৰীয়ে মোৰ নিচিনা এজন অপৰিচিত শিল্পীক স্বাগত জনাইছিল। আশা কৰো মোৰ পিছতো আৰু বহুত নৱাগত শিল্পীক উদাৰভাৱে গ্ৰহণ কৰি তেওঁলোকৰ প্ৰাপ্য স্বীকৃতি দিবলৈ কাৰ্পণ্য নকৰিব।

সৰু দিখৌৰ পানীয়ে আজিও লুইতৰ বুকু ভৰাই তোলে। সেই পানী কত পথ বৈ গৈ নীল সাগৰৰ বিশাল বুকুত মিহলি হৈ যাব লাগিছে। ময়ো এদিন দিখৌৰ পানীৰ দৰে বাগৰি আহি লুইতৰ পাৰ পাওহি আৰু অৱশেষত লুইতৰ সাগৰমুখী পথৰ লগৰীয়া হৈ সুদূৰ পথ অতিক্ৰম কৰি সাগৰ সঙ্গমত উপস্থিত হও। সুনীল দিগন্তত মিলি যোৱা সাগৰৰ উত্তাল তৰঙ্গৰাশিয়ে মোক কত দূৰ-দূৰান্তৰলৈ লৈ গৈছে আকৌ জন্মভূমিলৈ ফিৰাই আনিছে। সাগৰৰ তীব্ৰ বতাহ-ধুমুহা, ৰৰষুণত তিতি বুৰি কত অভিজ্ঞতা সঞ্চয় কৰিছো। কত দুখ-বেদনা, কত সফলতা-বিফলতাৰে পূৰ্ণ এই জীৱন।

মই চিৰকাল আলোক-সন্ধানী- সূৰ্যালোকিত দিনবোৰ আৰু নক্ষত্ৰশোভিত ৰাতিয়ে মোক সদায় পথ দেখুৱাই আহিছে। মেঘাচ্ছন্ন বিষণ্ণ দিনে বা অমানিশাৰ হতাশাৰ অন্ধকাৰে মোৰ জীৱন নাৱৰ গতি ৰুদ্ধ কৰিব পৰা নাই। শিল্পীপ্ৰাণ চিৰ শ্যামল,

চিৰ নবীন। সেয়েহে এদিন মোৰ 'মৃত্যুঞ্জয়' কবিতাটিত লিখিছিলো-

শ্যামল আকাশ ফালি বিজুলি চমকে
পিন্ধাব খুজিছে মোক কণ্টক মুকুট,
ব্যৰ্থ আজি বিধাতাৰ তপ্ত অগ্নিশিখা
জাগি উঠো বাৰে বাৰে শ্যামল কান্তিৰে
অনিৰ্বাণ মৃত্যুঞ্জয় প্ৰাণ।

# শিল্প প্ৰসঙ্গ

সৃষ্টিৰ নিচাত ডুবি থাকিলে এই প্ৰশ্নটোৱেই মনলৈ আহে— জীৱনৰ আয়ু কিমান চুটি, শিল্পৰ পৰিধি কি বিশাল? শিল্প-শিক্ষা, শিল্প-সাধনা, শিল্প-শিক্ষাদান আৰু জীৱিকা নিৰ্বাহৰ কত কামত ব্যস্ত হৈ কত কাল কাটি গৈছে। আজি যেতিয়া পিছফাললৈ চাও তেতিয়া নাভাবি নোৱাৰি যে কত সুদীৰ্ঘ পথ অতিক্ৰম কৰি আহিছো। কত অভিজ্ঞতাও সঞ্চয় কৰিছো। অভিজ্ঞতাই মোৰ চলাৰ পথৰ পাথেয় হৈ উঠিছে। তাৰেই কেইটামান কথা ক'বলৈ মন গৈছে।

সেইকালত উচ্চ শিল্পৰ সাধনা কৰি জীৱিকা নিৰ্বাহ কৰা সম্ভৱ নহয় বুলি শিল্পকলাৰ ছাত্ৰ হিচাপে জন হাচেলৰ পৰা Poster Designing-ৰ এটা পাঠ গ্ৰহণ কৰিবলগীয়া হৈছিল। দ্বিতীয় মহাসমৰৰ কালছোৱাত প'ষ্টাৰ ডিজাইন কৰি আৰু Poster in miniature অৰ্থাৎ কিতাপ আৰু আলোচনীৰ 'জেকেট' (প্ৰচ্ছদ) আঁকি যথেষ্ট খ্যাতি অৰ্জন কৰিছিলো। লগতে বিজ্ঞাপনৰ 'লে-আউট', কিতাপত 'ইলাষ্ট্ৰেচন' আৰু মাজে মাজে 'কাৰ্টুন' আঁকিছিলো। ইলাষ্ট্ৰেটৰ হিচাপেও মই এদিন যথেষ্ট সুখ্যাতি অৰ্জন কৰিছিলো। আন কোনো শিল্পকলাৰ লগত তুলনামূলকভাৱে বিচাৰ কৰিলে 'প'ষ্টাৰ আৰ্ট' আজি শৈশৱকালৰ পৰা আহি যৌৱনকালত ভৰি দিছেহি বুলি কোৱা যায়। এই শিল্পৰ বয়স মাত্ৰ এশ পঁচিশ বছৰতকৈ বেছি নহয়। এই বিষয়ে এটা ক'বলগীয়া কথা আছে যে- A Poster is not a picture, and a picture is not a poster.' মিলিয়েচৰ পিয়াৰ্চ চোপ্‌ৰ প'ষ্টাৰখন সুন্দৰ ছবি কিন্তু তাক প'ষ্টাৰ বোলা না যায়। 'প'ষ্টাৰ' ডিজাইন কৰিবলৈ হ'লে শিল্পী প্ৰথমতে এজন ব্যৱসায়ী মানুহ হ'ব লাগে আৰু তাৰ পাছতহে শিল্পী। এই কথাটো আৰম্ভণিতে উপলব্ধি কৰিব নোৱাৰিলে যথাৰ্থ 'পষ্টাৰ' সৃষ্টি কৰা সম্ভৱ নহয়। কিয়নো নানা ৰকমৰ পণ্য বেচিবৰ কাৰণে জনসাধাৰণক আকৰ্ষণ কৰা বা থিয়েটাৰ চিনেমা ইত্যাদিৰ প্ৰতি মানুহক সচেতন কৰি তোলাই 'প'ষ্টাৰ'ৰ উদ্দেশ্য। আজি পৃথিৱীৰ প্ৰত্যেকটি উন্নত দেশতেই Commercial Art এটা ডাঙৰ ব্যৱসায় হৈ উঠিছে। এই শিল্পৰ উদ্দেশ্য সীমিত, উচ্চ শিল্পৰ নিচিনা নহয়। How to commercialise and capitalise the taste for Art. এই কথাষাৰিয়ে 'প'ষ্টাৰ'ৰ প্ৰয়োজনীতা আৰু উদ্দেশ্য ভালদৰে দেখুৱাই দিয়ে। উচ্চ শিল্পকলাৰ উপাসক সকলে কয়— Commercialism Kills Art. এই মতবাদ সম্পৰ্কে আলোচনাৰ অৱকাশ ইয়াত নাই কাৰণে কেৱল এই উধৃতি টোৱেই যথেষ্ট বুলি ভাবিছো—

'When the flash of a new born sun fell first
On Eden's green and gold,
Our father Adam sat under the tree
And scratched with a stick in the mould
And the first rude sketch that the world had seen

Was joy to his mighty heart,
Till the devil whispered behind the leaves,
It's pretty but is it Art?'

এই প্ৰশ্ন সৃষ্টিৰ দিনৰ পৰাই সোধা হৈ আহিছে। এই বিষয়ে এটা ঘটনাৰ কথা মনত পৰিছে। এবাৰ ফ্ৰান্সৰ এটি দুগ্ধ প্ৰতিষ্ঠানে কেইখনমান আকৰ্ষণীয় 'পষ্টাৰ'ৰ কাৰণে উদাৰ হস্তে মূল্য দিবলৈ স্থিৰ কৰি কেইগৰাকীমান প্ৰথিতযশা উচ্চ শিল্পৰ পূজাৰীক অনুৰোধ কৰিছিল। তেওঁলোকে ইয়াৰ উত্তৰ এনেকৈয়ে দিছিল- 'মিল্ক মেইড্' আৰ্কেডিয়াত বাস কৰিব পাৰে, অৰ্থাৎ সুন্দৰী গোপবধূসকল ব্ৰজধামত বিৰাজ কৰিব পাৰে; কিন্তু এই কাম হাতত লৈ আমি অমূল্য সময় অপব্যয় কৰিব নোৱাৰো।' অৱশেষত সুবিখ্যাত শিল্পী ভ্যালাই এই কামটো গ্ৰহণ কৰি কেইখনমান অপূৰ্ব 'প'ষ্টাৰ' আঁকি দিছিল। সময়ে সময়ে দেখা যায় যে বহুত উচ্চ শিল্পৰ সাধকে তেওঁলোকৰ শিল্প আৰু বাণিজ্য শিল্পৰ মাজত ব্যৱধান ৰক্ষা কৰি চলিব পাৰে। বিখ্যাত শিল্পী টিচিয়ানে ভেনিচৰ ধনবান সদাগৰসকলৰ কাৰণে ছবি আঁকিছিল। বেনভেনিওটো চেলিনিয়ে প'পৰ নিৰ্দেশমতে বহুত কাম কৰিছিল। তথাপিও তেওঁলোক শিল্প বুৰঞ্জীৰ পাতত অমৰ হৈ ৰৈছে। তেওঁলোকে উচ্চশিল্প আৰু জীৱিকা নিৰ্বাহৰ কাৰণে গ্ৰহণ কৰা কামৰ মাজত ব্যৱধান ৰক্ষা কৰিব পাৰিছিল বাবেই সেইটো সম্ভৱ হৈ উঠিছিল। তোলজ লত্ৰেকৰ 'প'ষ্টাৰ'বোৰৰ লগত তেওঁ সৃষ্টি কৰা উচ্চশিল্পৰ নিদৰ্শনবোৰ তুলনামূলকভাৱে বিচাৰ কৰি চালেই এই কথাটো সুস্পষ্টভাৱে উপলব্ধি কৰা যায়। চেচিল এলডিন আৰু জন হাচেলৰ কামতো এই দুই শিল্পৰ মাজত ব্যৱধান লক্ষণীয়। বহুত সময়ত দেখা যায় যে প্ৰতিভাবান উচ্চ শিল্পৰ সাধকসকলৰ ভিতৰতো বহুতে এই সীমাৰেখাৰ প্ৰতি সজাগ নোহোৱা কাৰণে অৱশেষত তেওঁলোকৰ কামত বাণিজ্য শিল্পৰ ৰাপটেৰেই ডাঙৰ হৈ উঠে।

সুকুমাৰ কলাত ব্ৰতী বহুত প্ৰতিভাবান শিল্পীয়ে এই কথাটো উপলব্ধি কৰিছে যে আত্মপ্ৰকাশৰ কাৰণে শিল্পীয়ে নিজেই বিচাৰি লোৱা প্ৰত্যেকটি মাধ্যমৰেই এটা সীমাৰেখা থাকে। চিত্ৰশিল্প, ভাস্কৰ্য, সঙ্গীত ইত্যাদি মাধ্যমতো শিল্পী, বহুত দূৰ অগ্ৰসৰ হৈ গৈয়ো আন অটি মাধ্যমেৰে নিজকে প্ৰকাশ কৰাৰ প্ৰচেষ্টাও চকুত পৰে। এই বিষেয়ে উজ্জ্বল দৃষ্টান্ত ৰাখি গৈছে ব্লেক, ৰবীন্দ্ৰনাথ, মেক্স আৰ্নষ্টি, ব্ৰেতোঁ আৰু বহুত কবি-শিল্পীয়ে। তাৰ বাহিৰেও শিল্প সাহিত্যৰ বুৰঞ্জীত এনে উদাহৰণ বিৰল নহয়। কথাশিল্পী তাৰাশঙ্কৰ বন্দ্যোপাধ্যায়ৰ এখন ছবিৰ প্ৰদৰ্শনী কলিকতাৰ কলাৰসিকসকলৰ দেখাৰ সৌভাগ্য ঘটিছিল। শিল্পাচাৰ্য অৱনীন্দ্ৰনাথে তুলিৰ পৰিবৰ্তে কলম ব্যৱহাৰ কৰি বাংলা সাহিত্যক সমৃদ্ধ কৰি যায়। ভাস্কৰ দেবীপ্ৰসাদ ৰায়চৌধুৰীয়েও আত্মপ্ৰকাশৰ কাৰণে এদিন কলম ধৰিছিল। বৰ্ত্তমান যুগত প্ৰদোষ দাশগুপ্তই বহুত প্ৰবন্ধ আৰু বেছ কেইখনমান গ্ৰন্থও প্ৰকাশ কৰি গৈছে। এতিয়া আমাৰ দেশত আৰু কেইগৰাকীমান শিল্পী আছে, যিসকলে আত্মপ্ৰকাশৰ প্ৰধান মাধ্যমৰ লগতে শিল্পক্ষেত্ৰৰ বিভিন্ন মাধ্যমতো কাম কৰিব লাগিছে।

শিল্প, কবিতা আৰু কথাশিল্পৰ প্ৰকাশভঙ্গী যে বেলেগ এই কথাটো সকলোৱেই হয়তো জানে। কবি প্ৰেমেন্দ্ৰ মিত্ৰই এদিন মোক কৈছিল- 'ছবি আঁকতে এক সময় খুব ইচ্ছা কৰত; কিন্তু তাৰ প্ৰকাশভঙ্গী আলাদা বলেই হাত দিইনি। ভাল ছবি আমাকে খুবই আকৃষ্ট কৰে, উপভোগ কৰি।' মনত পৰে তেওঁ এদিন মোৰ এখন সৰু ছবিৰ ফালে চাই বৈ এই কথাষাৰ কৈছিল- 'কত Space ছেড়ে দিয়েছেন, তাও এই ছবিটিৰ balance কিভাৱে অটুট ৰয়েছে।' কবি বিষ্ণু দেই মোৰ এখন ছবিৰ বিষয়ে কৈছিল— 'এই ছবিটিৰ Tone- না না Tone বললে হয়তো ভুল হবে Tone values আমাকে খুবই আকৃষ্ট কৰছে।' প্ৰথিতযশা এই দুগৰাকী কবি-সাহিত্যিকৰ মুখত এনেধৰণৰ বহুত কথাই তেওঁলোকৰ স্পৰ্শকাতৰ প্ৰাণৰ আৰু Aesthetic accomplishment-ৰ কথাই সোঁৱৰাই দিয়ে। শিল্পই শিল্পী-প্ৰাণত (artistic temperament) আনন্দৰ জোৱাৰ তোলে। বেনভেনিওটো চেলিনিয়ে তেওঁৰ ৰূপৰ অলঙ্কৃত পাত্ৰটি (Silver monstrance) সম্পূৰ্ণ কৰাৰ পাছত সৃষ্টিৰ আনন্দত আত্মহাৰা হৈ এই কথাটো কৈছিল- 'এনেকুৱা সুন্দৰ শিল্পকৰ্ম কি কেতিয়াবা সৃষ্টি হৈছিল?' সৃষ্টিৰ এই পৰম আনন্দ অতীতৰ মহান শিল্পীসকলৰ মাজতেই সীমিত হৈ থকা নাই। বৰ্তমান কালত এজন শিল্পীয়ে তেওঁৰ ষ্টুডিঅ'ৰ ভিতৰত এখনি সৰু ছবি বা এটি মূৰ্তি গঢ়িছে বা কোনো এটি অট্টালিকাত প্ৰাচীৰ চিত্ৰ আঁকিছে তেওঁলোকৰ এই বৃত্তি অজন্তা, ইল'ৰা, চিগিৰিঅ' অথবা ফ্ৰান্সৰ প্ৰাচীৰ চিত্ৰ অলংকৃত কৰা মহান ফ্ৰেস্ক' শিল্পীসকলতকৈ কোনোভাৱেই কম বুলি কোৱা নাযায়।

শিল্পকলাই অতীত আৰু বৰ্তমান কালছোৱাক ৰূপায়িত কৰি আহিছে আৰু ভৱিষ্যত কালকো ৰূপায়িত কৰিব। ধুনীয়া ধুনীয়া 'পটাৰী', সৰুচিপূৰ্ণ সাজ-পোছাক দৈনন্দিন জীৱনৰ কামত প্ৰয়োজনীয় প্ৰত্যেকটি বস্তুৱেই শিল্পীৰেই দান।

শিল্পকলা কেৱল শিল্পসৃষ্টিতেই আবদ্ধ নহয়। শিল্প এটি ডাঙৰ সৃজনী শক্তি, তাৰ ৰূপ কত ভাৱে প্ৰকাশ হৈ আহিছে। আধুনিক যুগৰ এখন সুন্দৰ আৰু আৰামদায়ক এৰোপ্লেন বা ধ্বংসাত্মক 'বমবাৰ প্লেন' তৈয়াৰ কৰিবলৈ হলেও তাৰ এটা ডিজাইন কৰিব লাগে। এই ডিজাইন প্ৰথমতে ৰূপ লাভ কৰে কোনো এজন শিল্পীৰ ড্ৰইং ব'ৰ্ডত। মানৱ বুৰঞ্জীত অপৰিসীম প্ৰতিভাৰ অধিকাৰী লিওনাৰ্দো দা ভিঞ্চিৰ বৈচিত্ৰ্যপূৰ্ণ কৰ্মব্যস্ত জীৱনৰ বহুত দৃষ্টান্তই এই কথাটো উপলব্ধি কৰিবলৈ সহায় কৰে।

মোৰ এজন শিষ্যই এদিনাখন এটা প্ৰশ্ন কৰিছিল- শিল্পকলাক একেষাৰ কথাৰে প্ৰকাশ কৰা যায়নে? মই তেওঁক কৈছিলো যে শিল্প শব্দটিৰ যদি কোনো অৰ্থ থাকে তেনেহলে শিল্পীয়ে যি অনুভৱ কৰে তাকেই প্ৰকাশ কৰাটোৱেই হ'ল শিল্প। অৱশ্যে এই শব্দটিৰ লগত এটা জটিল কথা জড়িত হৈ আছে, সেইটো হ'ল ভাবাবেগ; কিন্তু ভাবকো ৰূপদান কৰা সময়ত সংযমৰ দ্বাৰা পৰিচালিত কৰিব নোৱাৰিলে যথাৰ্থ শিল্পসৃষ্টি সম্ভৱ নহয়। ভেন গকে এদিন পথাৰে-ঘাটে ছবি আঁকি উভতি আহি তেওঁৰ বোকা-পানীৰে লেতেৰা হোৱা বুট জোতাজোৰ খুলি মজিয়াত পেলাই থৈ ভাগৰি পৰি

হাত-ভৰি মেলি এখন চকিত বহি পৰিছিল। অলপ পাছত হঠাৎ জোতাজোৰৰ ওপৰত চকুপৰাত তেওঁৰ মনত যি ভাবাবেগৰ উদয় হৈছিল তাকে প্ৰকাশ কৰে এখন কেনভাচত। এজোৰ এনেকুৱা জোতাৰ ছবি বেৰত ওলোমাই থোৱাৰ কথাটো বহুতেই ভাবিব নোৱাৰে, কিন্তু ভেন গকৰ প্ৰাণত এই অতি তুচ্ছ বিষয়-বস্তুটিয়ে যি ভাবাবেগ সৃষ্টি কৰিছিল তাক সংযমৰ লেকাম কচি উচ্চ স্তৰলৈ তুলি নিবলৈ সক্ষম হৈছিল। এই ছবিখনৰ ফালে অলপ সময় চাই থাকিলে এটা ভ্ৰাম্যমান জীৱনৰ ৰূপ চকুৰ আগত ভাহি উঠে। এনেকৈয়ে অতি নগণ্য বস্তুৱেও শিল্পী বা কবিৰ স্পৰ্শকাতৰ প্ৰাণৰ আবেগত মহৎ শিল্পকৰ্ম হৈ উঠিব পাৰে কাৰণেই হয়তো কবি ওৱাৰ্ডচ্‌ওৱাৰ্থে এই কবিতাৰ কলিটো লিখিছিল—

'To me the meanest flower that blows doth give
Thoughts that do lie often too deep for tears.'

কবি নজৰুলেও এদিন বচৰাৰ গোলাপ পাহিৰ ৰঙ, ৰূপ পাহৰি গৈ জিকা ফুলকে লৈ এটি কবিতা ৰচিছিল।

বহুকাল আগে অবনীন্দ্ৰনাথৰ 'উমা' ছবিখনৰ এখন প্ৰিণ্ট দেখিছিলো। ছবিখন তেওঁৰ 'ওঁয়াচ্ পদ্ধতি'ত অঁকা ৰঙ ধূসৰ। শিবৰ আৰাধনাত মগ্ন উমাৰ ৰূপ পৰিবৰ্তিত হৈ গৈছে। বাহুত ধাৰণ কৰিছে ৰুদ্ৰাক্ষৰ মালা, দেহত সাপ মেৰ খাই আছে আৰু জঁটাত চন্দ্ৰকলা বিৰাজ কৰিছে। এই দুয়োটি ৰূপ চিত্ৰপটত একেলগে প্ৰকাশ কৰাৰ সময়ত শিল্পীয়ে অসাধাৰণ সংযমৰ পৰিচয় দি গৈছে।

যামিনী ৰায় পাশ্চাত্য শিল্পৰীতিত দীক্ষিত হৈছিল আৰু এই পদ্ধতি অনুসৰণ কৰি অঁকা ভালেমান চিত্ৰও আছে। বাংলাৰ পটশিল্পই যেতিয়া তেওঁক অনুপ্ৰাণিত কৰে তেতিয়া তেওঁ এই পদ্ধতি ত্যাগ কৰি কঠোৰ সাধনাত ব্ৰতী হৈছিল। এইবাৰ গ্ৰহণ - বৰ্জনৰ চিন্তা আৰম্ভ হ'ল। সংযমৰ আশ্ৰয়ত যিমানখিনি প্ৰয়োজন সিমানখিনিহে ৰাখিলে আৰু ছন্দোময় ৰেখাৰ বুকত বুলাই দিলে অন্তৰৰ উজ্জ্বল ৰঙ। এই প্ৰচেষ্টাৰ ফল স্বৰূপে সৃষ্ট চিত্ৰবোৰে তেওঁৰ প্ৰতিভাৰ স্বাক্ষৰ বহন কৰিছে। শিল্প-বিষয়ক বহুত কথাই তেওঁ অতি সহজ ভাষাত প্ৰকাশ কৰিব পাৰিছিল। এদিন তেওঁৰ লগত কথা পাতোতে তেওঁ কোৱা কথাষাৰ মনত পৰিছে- 'সাৰা জীবন ছবি এঁকেও ছবি আঁকাৰ সময়ে চোখ ঠিকভাবে দেখছে কি না তা বলা যায় কি?'

মোৰ নিজৰ অভিজ্ঞতাৰ পৰা ক'ব পাৰো যে দৃষ্টি শক্তিৰ যথাৰ্থ ব্যৱহাৰ কৰিবলৈ শিকাটোৱেই হ'ল শিল্পকলা শিক্ষাৰ প্ৰথম পাঠ। মনত পৰে ইন্দ্ৰিয়গ্ৰাহ্য ৰূপ প্ৰকাশ কৰিবৰ কাৰণে কৰা প্ৰচেষ্টাত কটোৱা মোৰ যৌৱনৰ দিনবোৰৰ কথা। ৰাতিপুৱা, আবেলি আৰু গধূলিৰ বহুত ছবি আঁকিছিলো। গধূলিৰ ৰূপে মোক অতিকৈ আকৰ্ষণ কৰিছিল। পশ্চিম দিগন্তত সূৰ্যৰ বিদায় বেলিকাৰ আলোকৰেখাই মোক অনুপ্ৰাণিত কৰিছিল। কবিৰ ভাষাত ক'বলৈ হ'লে-

'বসুন্ধৰা দিবসেৰ কৰ্ম অবসানে
দিনান্তেৰ বেড়াটি ধৰিয়া আছে চাহি
দিগন্তেৰ পানে।'

কবি ৰবীন্দ্ৰনাথে মাত্ৰ কেইটামান শব্দ ছন্দৰ সূতাৰে গাঁথি আমাৰ চকুৰ আগত গধূলিৰ যি ৰূপ ফুটাই তুলিছিল এইটো তেওঁৰ প্ৰতিভাৰ দ্বাৰাই সম্ভৱ হৈছিল। দৰাচলতে ক'বলৈ হ'লে আত্মপ্ৰকাশৰ এটি মাধ্যমত দক্ষতা অৰ্জন কৰিব পাৰিলে আন এটি মাধ্যমতো চেতনাৰ ৰঙ ফুটাই তোলা যায়। তাৰ সাৰ্থক প্ৰতিফলন হৈছে তেওঁৰ ছন্দোময় চিত্ৰৰাজিত। শেক্সপিয়াৰ এগৰাকী যে ডাঙৰ শিল্পী আছিল সেই কথাটো কোৱা বাহুল্য। তেওঁ মাত্ৰ কেইটামান শব্দৰ নিপুণ প্ৰয়োগত মানুহৰ আবেগক পৰ্যায়ক্ৰমে প্ৰকাশ কৰাৰ (gamut of expression) অসাধাৰণ দক্ষতাৰ পৰিচয় দি গৈছে। ক্ৰোধৰ ৰূপ কি ভাবে ফুটাই তুলিব পৰা যায় তাৰে এইটো এটা দৃষ্টান্ত—

'But when the blast of war blows in our ears,
Then imitate the action of the tiger,
Stiffen the sinews, summon up the blood,
Then lend the eye a terrible aspect,
Now set the teeth, and stretch the nostrils wide,
Hold hard the breath and bend up every spirit,
To his full height.'

কালি কলম লিখক আৰু বিশেষকৈ Black and White শিল্পীসকলৰ এটি অতি প্ৰয়োজনীয় মাধ্যম। অৱশ্যে শিল্পীৰ তুলি আন এটা অপৰিহাৰ্য মাধ্যম। এই স্পৰ্শকাতৰ তুলিৰ প্ৰয়োগত শিল্পীয়ে তেওঁৰ অনুভূতি আৰু ভাৱাবেগৰ প্ৰত্যেকটি Shade প্ৰকাশ কৰিবলৈ সক্ষম হয়। লিখক আৰু শিল্পীৰ লেখনীৰ মাজত বহুত তাৰতম্য আছে। এগৰাকী সুলিখকৰ হাতৰ আখৰ অৰ্থাৎ Conventional Shape বোৰ ভাল বা বেয়া হ'লেও মহৎ সাহিত্য সৃষ্টিত কোনো বাধা নজন্মায়। তেওঁৰ প্ৰাণৰ ভাষা টাইপৰাইটাৰ বা টেপ ৰেকৰ্ডাৰৰ সহায়েৰে বা মৌখিকভাবে কৈ গ'লেও প্ৰকাশত বাধা নিদিয়ে। কলম হ'ল লিখকৰ এটি একান্ত বাধ্য ভৃত্য কিন্তু শিল্পক্ষেত্ৰত কলম অকল ভৃত্যই নহয় অঙ্কন দক্ষতাৰ (Draughtsmanship) লগতো জড়িত। প্ৰসঙ্গত উল্লেখযোগ্য যে মধ্যযুগত অলঙ্কৃত পুথিবোৰত শিল্পীৰ তুলি আৰু কলমৰ নিপুণ ব্যৱহাৰে চিত্ৰ আৰু লগতে কেলিগ্ৰাফীৰ অপূৰ্ব সমন্বয় ঘটাইছিল যি আমাক আজিও মুগ্ধ কৰে। ছপাখানাৰ দৌলতত আজি এই ৰূপ হেৰাই গৈছে; অৱশ্যে যদি কোনো লিখক কেলিগ্ৰাফীৰ প্ৰতি আকৃষ্ট হৈ পৰে তেতিয়া ইয়াৰ ব্যতিক্ৰম ঘটাৰ সম্ভাৱনা যে থাকে তাৰ উদাহৰণ ৰবীন্দ্ৰনাথৰ লেখনীয়ে ভালদৰেই থৈ গৈছে। এজন যন্ত্ৰবাদকে যেনেদৰে দিনৰ পাছত দিন, মাহৰ পাছত মাহ কঠোৰ সাধনাৰ দ্বাৰা তেওঁৰ আঙুলিবোৰ স্পৰ্শকাতৰ কৰি তোলে তেনেদৰেই এজন চিত্ৰশিল্পীয়েও কঠোৰ সাধনাত ব্ৰতী হৈ তেওঁৰো আঙুলিবোৰ

স্পৰ্শকাতৰ কৰি তুলি অন্তৰৰ ভাষা প্ৰকাশ কৰিবলৈ সক্ষম হয়। শিল্পীৰ জ্ঞান আৰু লগতে অঙ্কন দক্ষতাৰ সমন্বয়েই যথাৰ্থ ৰূপ-সৃষ্টি সম্ভৱ।

শিল্প শিক্ষাদান সম্পৰ্কে মোৰ যৎসামান্য হ'লেও অভিজ্ঞতা আছে। জীৱিকা নিৰ্বাহৰ কাৰণেই মাথোন শিক্ষকতা কৰা নাছিলো, শিক্ষাদানৰ আনন্দও উপভোগ কৰিছিলো। শিল্প শিক্ষাদান সম্বন্ধে মতবাদ নাই বুলিব নোৱাৰি। মোৰ ব্যক্তিগত অভিজ্ঞতা এইযে, শিল্প শিক্ষকসকলে শিল্পকলাৰ শিক্ষাদান পাঠ্যক্ৰম গ্ৰহণ কৰিও নিজস্ব এটি পদ্ধতি উদ্ভাৱন কৰিব লাগে আৰু তাৰ ওপৰতেই তেওঁলোকৰ শিক্ষাদানৰ সফলতা সম্পূৰ্ণ নিৰ্ভৰ কৰে। বহুত শিক্ষকে নিষ্ঠা সহকাৰে শিক্ষাদান কৰিও এই কথাটো হয়তো পাহৰি যায় যেন লাগে। এইটো মন কৰিবলগীয়া কথা যে তেওঁৰ ছাত্ৰসকল ভৱিষ্যতত এদিন তেওঁৰ দৰেই স্বনিৰ্ভৰশীল শিল্পী বা শিক্ষক হৈ উঠিব লাগিব। সেইকাৰণে ছাত্ৰৰ ভুল সংশোধন কৰাটোৱেই শেষ কৰ্তব্য নহয়। প্ৰত্যেক শিক্ষকৰেই উপলব্ধি কৰা প্ৰয়োজন যে তেওঁৰ ছাত্ৰই কেনেকৈনো নিজৰ ভুল ভ্ৰান্তি নিজেই সংশোধন কৰাৰ ক্ষমতা অৰ্জন কৰিব পাৰে আৰু এই অভিজ্ঞতাৰ দ্বাৰাই ছাত্ৰই এদিন তেওঁৰ গুৰুৰ দৰেই এজন যথাৰ্থ শিল্পীৰ স্থান অধিকাৰ কৰিব পাৰিব। ভুল শুধৰাই দিয়াৰ সময়ত সহানুভূতিপূৰ্ণ সমালোচনাৰ দ্বাৰা ভুল কিয়নো হৈছে আৰু কি উপায়ে তাক সংশোধন কৰা যায়, আকৌ ভৱিষ্যতত এনে ভুল যাতে নহয় সেই কথাটো ভালদৰে তেতিয়াই বুজাই দিয়া উচিত। এইবোৰ ভুলৰ কাৰণ উপলব্ধি কৰিব নোৱাৰিলে এটা আন্ধাৰ কুঠৰিত চুইচটো ক'ত আছে বিচাৰি ছাত্ৰই অবাবতে সময় নষ্ট কৰিবলগীয়া হয়।

আজিকালি বহুতেই ভাবে যে একাডেমিক ৰীতি অনুসাৰে ড্ৰইং আৰু 'এনাটমি' আয়ত্ত কৰি সময় অপব্যয় কৰা নিষ্প্ৰয়োজন। ৰঙ-তুলি হাতত লৈ এই পথত অগ্ৰসৰ হোৱাটোৱেই কাম্য। এনেকুৱা বহুত মতবাদৰ নিৰপেক্ষ বিচাৰ কৰিবলৈ হ'লে এই কথাটো মনত ৰখা উচিত বুলি ভাবো- ড্ৰইং সত্য, ৰঙ 'ফেন্সি'। নিষ্ঠা সহকাৰে ড্ৰইং শিকিলে ছাত্ৰই যেতিয়া হাতত ৰঙ-তুলি ল'ব তেতিয়া তেওঁৰ প্ৰাণত ৰঙ থাকিলে স্বাভাৱিকভাৱেই ওলাই আহিব। ৰঙ সীমাহীন, শিল্পীৰ ব্যক্তিগত চেতনাৰ পোহৰেই তাক উদ্ভাসিত কৰে। বহুত শিক্ষকে আকৌ কয় যে কঠোৰ পদ্ধতি অৱলম্বন কৰি এনাটমিৰ বিষয়ে যি শিক্ষা দিয়া হয় সেইবোৰ কি কামত আহে? গ্ৰীকসকলে মানৱ দেহৰ অপূৰ্ব মূৰ্তি গঢ়ি গৈছে। তেওঁলোকে কি কোনো ৰীতি অনুসাৰে এনাটমি শিকিছিল জানো? গ্ৰীকসকলে আমাৰ দৰে এনাটমিৰ বিজ্ঞান অধ্যয়ন নকৰিলেও এইটোও সঁচা যে তেওঁলোকে নগ্ন মানৱ দেহ 'ষ্টাডি' কৰিবলৈ অফুৰন্ত সুযোগ লাভ কৰিছিল। ভাষা-সাহিত্যৰ দৰেই চিত্ৰ, ভাস্কৰ্য, সঙ্গীত, নৃত্য, নাট্য ইত্যাদি আয়ত্ত কৰিবৰ কাৰণে এখন নহয় এখন ব্যাকৰণ আছে। প্ৰকৃতপক্ষে প্ৰয়োজন হ'লে নিয়ম ভঙা যায়। অৱশ্যে ভাঙিবৰ আগে গঢ়াৰ নিয়ম প্ৰণালীবোৰ জনা উচিত। সুদূৰ অতীতত শিল্পী ৰেমব্ৰান্টে প্ৰচলিত ৰঙ সংস্থাপনাৰ ৰীতি ভাঙি দিয়ে তেওঁৰ 'চিগ্নিক' চিত্ৰটিত। ছবিৰ এডোখৰ ঠাইত যি অপৰূপ উজ্জ্বল ৰঙা ৰঙ ফুটাই তুলিছিল সেইটো ৰীতি লঙ্ঘন

কৰাৰ এটি জ্বলন্ত উদাহৰণ। পল সেঁজাই ইন্দ্ৰিয়গ্ৰাহ্য ৰূপৰ অন্তৰালত নিহিত জ্যামিতিক-কিউব, সিলিণ্ডাৰ আদি আবিষ্কাৰেই কৰা নাছিল, চিত্ৰপটত টোনৰ গভীৰতা ৰঙৰ দ্বাৰাই ৰক্ষা কৰিছিল। সেঁজাৰ এই অভিনৱ প্ৰচেষ্টাৰ পৰাই পিকাচো আৰু ব্ৰাক অনুপ্ৰাণিত হৈ কিউবিজমৰ সূচনা কৰিছিল।

এটা কথা আছে - Rules are for fools অৰ্থাৎ যি মানুহে কোনো এটা কথা সহজে বুজিব নোৱাৰে তেওঁলোকৰ কাৰণেই নিয়ম গঢ়া হয়। 'Learn Anatomy and forget it' এই কথাষাৰো তাৎপৰ্যপূৰ্ণ। শিল্পীৰ জ্ঞান আৰু দক্ষতা (draughtsmanship) এই দুটাৰ সংমিশ্ৰণ ঘটিলেহে যথাৰ্থ শিল্পকৰ্ম সম্ভৱ হয়। যেতিয়া শিল্পীৰ অন্তৰ সত্তা স্থিতি লাভ কৰে তেতিয়া নিয়মৰ কোনো প্ৰয়োজন নহয়। অট্টালিকা গঢ়ি তোলাৰ পাছত Scafolding -ৰ কোনো প্ৰয়োজন থাকে জানো?

আমাৰ শিল্প শাস্ত্ৰবোৰত শিল্প সৃষ্টিৰ কাৰণে কিছুমান নিয়ম প্ৰণালী বান্ধি থোৱা হৈছিল। বৃহৎ সংহিতা, শুক্ৰনীতি, বিষ্ণুপুৰাণ, আৰু অগ্নিপুৰাণ ইত্যাদি শাস্ত্ৰত দেৱ-দেৱীৰ আৰু সাধাৰণ মূৰ্তি গঢ়াৰ কাৰণে নানা ৰকমৰ ৰীতি-পদ্ধতি, আয়তন, মাপ-জোখৰ উল্লেখ পোৱা যায়, কিন্তু সেই ৰীতিবোৰ পালন কৰাৰ বাবে বহুত ক্ষেত্ৰত সীমাবদ্ধতাৰ সন্মুখীন হ'বলগীয়া হয় আৰু শিল্পীৰ কৰ্মতো সাবলীলতাৰ অভাৱ পৰিলক্ষিত হ'ব পাৰে। ৰীতিৰ বন্ধন বেছি কটকটীয়া হ'লে শিল্পীৰ অনুপ্ৰেৰণা আৰু লগতে প্ৰকাশভংগীতো বাধা জন্মায়। সেইকাৰণে বহুত সৃষ্টিশীল প্ৰাণে যুগে যুগে শাস্ত্ৰীয় ৰীতি-নীতিৰ বন্ধনৰ পৰা নিজক মুক্ত কৰিবলৈ চেষ্টা কৰি আহিছে। তথাপি এইটোও অস্বীকাৰ কৰা নাযায় যে বন্ধাহীন স্বাধীনতাই সময়ে সময়ে বিশৃংখলা সৃষ্টি কৰিব পাৰে।

গুহাত কটোৱা কালছোৱাৰ পৰা আৰম্ভ কৰি মানৱ সভ্যতাৰ অগ্ৰগতিৰ পথৰ কতনো বিচিত্ৰ ৰঙ-ৰূপৰ জিলিঙনিয়ে বুৰঞ্জীৰ পাত উজ্জ্বল কৰি ৰাখিছে। এই প্ৰগতিৰ পথৰ দুকাষে কিমান শিল্প সংস্কৃতিৰ বিকাশ ঘটিছিল, তাৰ সৃষ্টি, স্থিতি আৰু লয়ৰ বিৱৰণ দিয়াৰ ইয়াত অৱকাশ নাই। ভাৰতৰ শিল্প-সংস্কৃতি ধৰ্মভাৱৰ দ্বাৰা প্ৰভাৱিত। পাশ্চাত্য দেশৰ কলাৰসিকসকলক ভাৰতীয় শিল্প-সংস্কৃতিৰ exotic and mystifying -ৰূপে আকৰ্ষণ কৰি ৰাখিছে। বৌদ্ধ শিল্প-সংস্কৃতিয়ে এদিন-ভাৰতৰ ভৌগোলিক সীমাৰখা অতিক্ৰম কৰি নেপাল, তিব্বত, চীন, কোৰিয়া, জাপান আৰু গোটেই দক্ষিণ-পূৰ্ব এছিয়াত তাৰ বিজয় পতাকা বহন কৰিছিল। মানৱ সভ্যতাৰ প্ৰথম অৰুণোদয়তেই ইয়াত বিশ্ব-সংস্কৃতিৰ হাট বহিছিল। বৌদ্ধ, জৈনধৰ্মীয় ভাৱৰ অপূৰ্ব প্ৰকাশভংগী আৰু পৰৱৰ্ত্তী যুগৰ গুপ্ত, ৰাজপুত, মোগল, কাংড়া, পাল ভাস্কৰ্য, স্থাপত্য, চিত্ৰশিল্প আৰু অলঙ্কৃত পুথিসমূহে ভাৰতীয় ঐতিহ্যৰ অপূৰ্ব নিদৰ্শন থৈ গৈছে। মহেনজোদড়ো আৰু হৰপ্পাৰ আবিষ্কাৰৰ ফলত স্মৰণাতীত কালৰ অভাৱনীয় নিদৰ্শন সমূহে ভাৰতীয় শিল্প-সংস্কৃতিৰ বুৰঞ্জী সমৃদ্ধ কৰি তুলিছে। পৰৱৰ্ত্তী মোগল যুগৰ অট্টালিকা, মছজিদ আৰু অলংকৃত পুথিবোৰ আমাৰ শিল্প আৰু স্থাপত্যৰ উজ্জ্বল সাক্ষী হৈ ৰৈছে। তাৰ বাহিৰেও এই বিশাল ভাৰতভূমিৰ মানুহৰ বিভিন্ন চাৰিত্ৰিক বৈশিষ্ট্য আৰু সমন্বয়কামী মনোবৃত্তিয়ে

নানা দেশৰ নানা ধৰণৰ মানুহক আপোন কৰি ল'ব পাৰিছিল। কবিৰ ভাষাত ক'বলৈ হ'লে-

'শক হুন দল পাঠান মোগল

এক দেহে হল লীন।

এই উদাৰ মনোবৃত্তিৰ কাৰণেই আমাৰ শিল্প-সংস্কৃতি এদিন সুদূৰ প্ৰসাৰী হৈ উঠিছিল।

আমাৰ গৌৰৱময় শিল্প পৰম্পৰাৰ সুকীয়া আৰু প্ৰবাহমান ৰূপ প্ৰকাশৰ ক্ষেত্ৰত বাধা জন্মায় বিদেশী শাসকসকলে। আমাৰ ঐতিহ্যৰ প্ৰতি তেওঁলোক সম্পূৰ্ণ উদাসীন আছিল। তেওঁলোকৰ নিজস্ব সংস্কৃতিৰ হেঁচাত পৰি ভাৰতীয় শিল্পৰ ৰূপ লুপ্ত হৈ যাবলৈ ধৰিছিল। এই প্ৰতিকূল পৰিস্থিতি দেখা দিয়া সময়ত স্বদেশী আন্দোলনৰ পৰিপ্ৰেক্ষিতত শিল্পগুৰু অৱনীন্দ্ৰনাথ আৰু ই. বি. হেভেলৰ একান্ত প্ৰচেষ্টাত ভাৰতীয় শিল্পকলাৰ পুনৰ অভ্যুদয় ঘটে আৰু ভাৰতীয় শিল্পীসকলে তেওঁলোকৰ আপোন ঐতিহ্যৰ ৰক্ষা-কৱচ ধাৰণ কৰে। এই সন্ধিক্ষণত কলিকতা মহানগৰীৰ বুকুত 'ছোচাইটি অব অৰিয়েণ্টেল আৰ্ট' প্ৰতিষ্ঠিত হয়। শিল্পীসকলে পুনৰায় ঐতিহ্যসন্মতভাৱে কলা শিক্ষা লাভ কৰিবলৈ সুযোগ পায়। এই শিল্পীসকলৰ সৃষ্টি কৰ্মই ভাৰতৰ শিল্প জগতত এটি নতুন যুগৰ অৱতাৰণা কৰে। এই শিল্পধাৰাকেই 'বেঙ্গল স্কুল' বুলি অভিহিত কৰা হয়। বেঙ্গল স্কুলৰ শিল্পীসকলৰ চিত্ৰপটত ৰঙৰ আৰোপ পদ্ধতি আৰু প্ৰকাশভঙ্গী বিশেষভাৱে লক্ষণীয়। যুগ পৰিৱৰ্তনৰ ফলস্বৰূপে এই শিল্প ধাৰা লাহে লাহে স্তিমিত হৈ আহিলেও তাৰ স্বৰ্ণ যুগৰ স্বৰ্ণৰেখাই আজিও ভাৰতীয় শিল্পক উজ্জ্বল কৰি ৰাখিছে।

দ্বিতীয় মহাসমৰৰ কালছোৱাত দুৰ্ভিক্ষ আৰু মহামাৰীয়ে বাংলাক গ্ৰাস কৰিবলৈ ধৰে। এই অস্বাভাৱিক পৰিস্থিতিয়ে জীৱন যাত্ৰা বিকল কৰি তোলে। এই অকল্পিত বিপৰ্যয়ৰ ফলত হতাশাৰ ছায়া মানুহক দিশহাৰা কৰি পেলায়। এনে সময়ত কেইজন - মান তৰুণ শিল্পীয়ে 'সবাৰ উপৰে মানুষ সত্য' এই মূলমন্ত্ৰত উদ্বুদ্ধ হৈ গোষ্ঠীবদ্ধভাৱে এটি শিল্প আন্দোলন গঢ়ি তোলে। সেই কালছোৱালৈকে আমাৰ দেশত দলবদ্ধভাৱে কোনো শিল্প আন্দোলন দেখা দিয়া নাছিল। 'কেলকাটা গ্ৰুপ অব পেইণ্টাৰ্ছ এণ্ড স্কাল্পটাৰ্ছ' নামে অভিহিত এই গোষ্ঠীয়ে দলবদ্ধ শিল্প আন্দোলনৰ পথিকৃৎ। তেওঁলোকে 'বেঙ্গল স্কুল'ৰ শিল্পীসকলৰ দৰে পৌৰাণিক, বুৰঞ্জীমূলক চিত্ৰ সৃষ্টিত আৱদ্ধ নহৈ পাশ্চাত্য শিল্পৰ পৰা অনুপ্ৰেৰণা লাভ কৰি প্ৰাচ্য-পাশ্চাত্যৰ শিল্পধাৰাৰ এটি সমন্বয় সাধনৰ প্ৰয়াস কৰে। সেইকাৰণেই শিল্পীসকলৰ শিল্প কৰ্মই এটি যুগোপযোগী আধুনিক চিন্তাধাৰাৰ বিকাশ ঘটায়। এই 'কেলকাটা গ্ৰুপ'ৰ সভ্যসকল হ'ল- প্ৰদোষ দাশগুপ্ত, প্ৰাণকৃষ্ণ পাল, গোপাল ঘোষ, কমলা দাশগুপ্ত, পৰিতোষ সেন, নীৰদ মজুমদাৰ, শুভো ঠাকুৰ, ৰথীন মৈত্ৰ, ৰামকিঙ্কৰ বেইজ, অবনী সেন, গোবৰ্দ্ধন আঁশ, হেমন্ত মিশ্ৰ, ৰথীন মিত্ৰ আৰু সুনীল মাধৱ সেন। 'বেঙ্গল স্কুল'ৰ স্বৰ্ণযুগ স্তিমিত হৈ অহাৰ সময়ত 'কেলকাটা গ্ৰুপ'ৰ শিল্পধাৰাই ভাৰতৰ আধুনিক শিল্প বুৰঞ্জীত এটি বিশিষ্ট স্থান অধিকাৰ

কৰে। এই প্ৰসঙ্গত উল্লেখযোগ্য যে এই সময়ত সমান্তৰালভাৱে বোম্বাই চহৰতো এটি আধুনিক শিল্প আন্দোলন দেখা দিয়ে। এই দলটোক 'বম্বে প্ৰগ্ৰেচিভ গ্ৰুপ' বুলি অভিহিত কৰা হয়। এই শিল্প আন্দোলনসমূহৰ দ্বাৰা প্ৰভাৱিত হৈ কাশ্মীৰতো এটি আধুনিক শিল্পীগোষ্ঠী জাগি উঠে। কোৱা বাহুল্য যে সাম্প্ৰতিক কালছোৱাত 'কেলকাটা গ্ৰুপ'ৰ পথ অনুসৰণ কৰি বহুত শিল্পী গোষ্ঠীৰ সৃষ্টি হৈছে। এই শিল্পসকলৰ নিষ্ঠা আৰু একাগ্ৰসাধনাই আধুনিক ভাৰতীয় শিল্পকলাক পৰিপুষ্ট কৰি উন্নতিৰ উচ্চ শিখৰত তুলি ধৰিব- এয়েই আমাৰ আশা আৰু আকাংক্ষা।

পাশ্চাত্য দেশসমূহত শিল্পকলাৰ সূচনা হোৱাৰ দিনৰ পৰা নানা ধৰণৰ শিল্পধাৰাৰ বিকাশ আৰু উত্থান-পতনৰ বুৰঞ্জী পোৱা যায়— যেনে নেচাৰেলিজম, ক্লাচিচিজম্, ৰিয়েলিজম্, ৰোমণ্টিচিজম্, কিঁউবিজম্, ডাডাইজম্, সুৰৰিয়েলিজম্ আৰু কত নতুন নতুন প্ৰকাশভঙ্গী। সৃষ্টি, স্থিতি, লয় এটা চিৰন্তন বিবৰ্তনৰ গতিধাৰা। মানৱ জীৱন শিল্পকলা আৰু সাহিত্য-সংস্কৃতি এই বিবৰ্তনৰ বৰ্হিভূত নহয়। কোনো কোনো সময়ত অস্বাভাবিক ৰাজনৈতিক পৰিস্থিতি আৰু সমাজ জীৱনৰ চিৰাচৰিত কঠোৰ ৰীতি-নীতিৰ ভিতৰত বন্দী প্ৰাণক তৰঙ্গিত কৰিবলৈ স্বাধীনচেতা সৃষ্টিশীল ব্যক্তিয়ে বিদ্ৰোহ কৰিবলৈ বাধ্য হয়। তাৰেই পৰিণতিত জাগি উঠে কতনো নতুন নতুন আন্দোলন।

প্ৰথম মহাসমৰৰ কালছোৱাত মানৱ চিন্তাৰ অবক্ষয়ৰ ফলস্বৰূপে সমাজ জীৱনত এটা বিশৃঙ্খল অৱস্থা দেখা দিয়ে। বিশেষকৈ ৰাজনৈতিক পৰিস্থিতিয়ে সমাজ জীৱনক বিপৰ্যস্ত কৰি তোলে। এই সঙ্কটজনক অৱস্থাত ভালেমান শিল্পী, কবি আৰু লিখক সন্মিলিত হৈ এটা আন্দোলন আৰম্ভ কৰে আৰু এই আন্দোলনক নামকৰণ কৰে 'ডাডা'। তেওঁলোকে নিৰপেক্ষ দেশ চুইজাৰলেণ্ডত আশ্ৰয় লৈ চিৰাচৰিত মূল্যবোধৰ বিৰুদ্ধে বিপ্লৱৰ আহ্বান জনায়। সেইকালৰ সামাজিক আৰু শিল্পকলাৰ চিৰাচৰিত মূল্যবোধ আঁতৰাই দিবৰ কাৰণে তেওঁলোকে শিল্প, সাহিত্য, সঙ্গীত, নৃত্য, নাট্যৰ এটা ক্লাব প্ৰতিষ্ঠা কৰে আৰু এই ক্লাবৰ নামকৰণ কৰে 'কেবাৰে ভল্টেয়াৰ'। এই নামটোৱেই তেওঁলোকৰ বিদ্ৰূপাত্মক আক্ৰমণৰ কৰ্মসূচিৰ কথা সুস্পষ্টভাৱে প্ৰকাশ কৰে। সেই সময়ত বাৰ্লিনতো যি আন্দোলনৰ সূত্ৰপাত হয় তাৰ কৰ্মসূচী একেধৰণৰেই আছিল। যুদ্ধৰত জাৰ্মানীত এনেকুৱা ব্যঙ্গাত্মক আক্ৰমণ কিমানদিননো চলিব পাৰে? তেওঁলোকৰ উত্তেজনা সৃষ্টিকাৰী কৰ্মৰ অৱসান কৰিবৰ কাৰণে পুলিচবাহিনী আহি ক্লাবৰ দুৱাৰত তলা লগাই দিয়ে। তাৰ ফলস্বৰূপে তেওঁলোকৰ কাৰ্যকলাপ কমি আহিবলৈ ধৰে।

ডাডাইজম শিল্প আন্দোলনতকৈ ইণ্টেলকেচুৱেল আন্দোলন হিচাপেই বেছি প্ৰচাৰ লাভ কৰিছিল, কিন্তু তাৰ নেতিবাচক প্ৰকৃতিৰ ভিতৰত ধ্বংসৰ বীজ নিহিত আছিল। এই আন্দোলন বেছি দিন টিকি থাকিব নোৱাৰিলেও সেইসময়ৰ ৰাজনৈতিক আৰু সমাজ ব্যৱস্থাৰ বিৰুদ্ধে তেওঁলোকে যি ব্যঙ্গাত্মক আক্ৰমণ আৰম্ভ কৰিছিল সেইবোৰ বন্দুকৰ গুলিতকৈয়ো তীব্ৰ হৈ মানুহৰ প্ৰাণত ৰেখাপাত কৰিব পাৰিছিল। যি যুক্তিবাদৰ দ্বাৰা বুৰ্জোৱা সমাজে লক্ষ লক্ষ জীৱননাশৰ প্ৰবৃত্তিক সমৰ্থন কৰিব খুজিছিল

তাৰ সেউজীয়া অৱস্থা তেওঁলোকে ভালদৰেই দেখুৱাই দিব পাৰিছিল। 'ডাডা' শিল্পী গোষ্ঠীক 'নিহিলিষ্ট' বুলি ধৰিলেও এইটো অনস্বীকার্য যে শিল্প পৰম্পৰাৰ বিৰুদ্ধে ডাডাবাদীসকলৰ দুঃসাহসিক অভিযানে ভৱিষ্যতৰ নানা প্রগতিবাদী আন্দোলনৰ সম্ভাৱনাৰ পথ উন্মুক্ত কৰি দিবলৈ সমর্থ হৈছিল। তেওঁলোকে ঐতিহ্যসম্মত মূল্যবোধ ভাঙি শেষ কৰি দিছিল কিন্তু কোনো নতুন সৃষ্টি কৰিব নোৱাৰিছিল। নতুন সৃষ্টিকর্মৰ দায়িত্ব চুৰৰিয়েলিষ্ট সকলেহে হাতত লৈছিল। আঁদ্রে ব্রেতোঁৰ নেতৃত্বই আৰু তেওঁৰ গঠনমূলক প্রচেষ্টাত ডাডাবাদীসকলে পেৰীত সম্মিলত হৈ সুৰৰিয়েলিজমৰ সূচনা কৰিছিল। মনোৰাজ্যৰ ৰহস্যময় খনি তেতিয়ালৈকে অনাবিষ্কৃত আছিল, সুৰৰিয়েলিষ্ট সকলে তাৰ গোপন দ্বাৰ খুলি দিবলৈ সমর্থ হয়। ঊনবিংশ শতিকালৈকে এই জটিল জগতৰ বিষয়টি অলীক ভাৱনা বুলিয়েই উৰাই দিয়া হৈছিল, কিন্তু লিওনার্দো, বত্তিচেলি, ব্রুগেল, আর্কিবল্ড, গয়া, গ্রেনভিল, ব্লেক আদি শিল্পীসকলে ব্যক্তিগতভাৱে, সীমিতৰূপে আৰু প্রয়োজন অনুসাৰে বহুত কাল আগতেই তেওঁলোকৰ শিল্পকর্মত অতিবাস্তৱ ৰূপকল্পৰ আভাস দি গৈছে। সাহিত্য ক্ষেত্ৰতো ঊনবিংশ শতিকাৰ ওচৰা-উচৰি কালছোৱাত জার্মান লিখকসকলে কবিতা মানুহৰ অবচেতন মনৰ প্রকাশ বুলি ধৰি লৈছিল। বৰ্দেলেয়াৰ, ডি কুইনচি, ক'লৰিজ প্রমুখ লিখকসকলে নির্জ্ঞান জগতত বিচৰণ কৰিবৰ অভিপ্রায়ত নিচাৰ আশ্রয়ো লৈছিল। সুৰৰিয়েলিষ্ট সকলে শিল্পকলা এটি উপভোগৰ সামগ্রী বুলি নাভাবিছিল। তেওঁলোকে অকল বৈজ্ঞানিক বিশ্লেষণৰ আশ্রয়ত শিল্প সৃষ্টি কৰা নাছিল, লগতে আমাৰ জ্ঞানভাণ্ডাৰো সমৃদ্ধ কৰিছিল। তেওঁলোকে ডাডাবাদীসকলৰ দৰে 'প্লাষ্টিক' গুণৰাশিৰ বিৰুদ্ধে বিপ্লৱৰ আহ্বান জনোৱা নাছিল বা শাশ্বত সত্যক অস্বীকাৰ কৰা নাছিল। এই উদাৰ মনোবৃত্তিৰ কাৰণে তেওঁলোকে আন যি কোনো শক্তিশালী আন্দোলনৰ পৌৰোহিত্য কৰিবলৈ সক্ষম হৈছিল।

অকল্পিত বিষয়-বস্তুক বিপৰীত আৰু অভাৱনীয় পৰিবেশত সংস্থাপন কৰি অতি বাস্তৱবাদী শিল্পীয়ে এটি নতুন ৰূপকল্প সৃষ্টি কৰে। ইয়াৰ উপৰিও কোনো বিশেষ মানসিক অৱস্থাত কল্পনাই যেতিয়া আমাৰ বিচাৰ-বুদ্ধিক আচ্ছন্ন কৰি পেলাই তেতিয়া যি ধৰণৰ 'ইমেজ' আমাৰ চেতনাত আশ্রয় লয় সেইবোৰ শিল্পৰ চিৰাচৰিত বিষয়-বস্তুতকৈয়ো জীৱনৰ বাস্তৱ অস্তিত্বৰ লগত বেছি জড়িত। নির্জ্ঞান অৱস্থা, অস্তিত্বহীন পদার্থৰ অনুভূতি, ভ্রম-ভ্রান্তি আৰু প্রমাদ প্রভৃতি মানসিক অৱস্থাত লাভ কৰা ইমেজবোৰে শিল্পীৰ কল্পনা-জগতত আলোড়ন সৃষ্টি কৰে। তেতিয়া তেওঁলোকৰ শিল্পচেতনাই ইমেজবোৰ বিচ্ছিন্ন কৰি নতুন নতুন পৰিবেশত নতুন যোগসূত্রৰ সহায়েৰে ৰূপায়িত কৰে, সেইকাৰণেই অতিবাস্তৱবাদীয়ে একাডেমিক, ইমপ্রেচনিষ্টিক, কিউবিষ্টিক বা আন কোনো শিল্পৰীতিৰ বন্ধনৰ পৰা মুক্ত। তাৰ বাহিৰেও ডাডাবাদীৰ দৰেই তেওঁলোকেও ব্যঙ্গ-বিদ্রূপৰ দ্বাৰা সমাজ আৰু পাৰিপার্শ্বিক অৱস্থা সম্পর্কেও আমাক সচেতন কৰি তুলিব খুজিছিল।

প্রতীক্ষাৰ অনুভূতি, অজানা সম্বন্ধে উদ্বেগ, অতীতৰ কোনো বিস্মৃত যোগাযোগৰ বিস্ময়কৰ স্মৃতি, তেওঁলোকৰ শিল্পকর্মত নানা ৰূপে প্রতিফলিত হৈছে। সময়ে সময়ে

আকৌ স্বয়ংক্রিয় (Automation) পদ্ধতিৰ অবাধ সোঁতত নিজকে এৰি দি নতুন ৰূপসৃষ্টি সম্ভৱ কৰি তুলিছিল। সাধাৰণতে এই ৰূপ ভ্ৰমাত্মক যেন লাগিলেও তাত জীৱনৰ কাব্যময় ৰূপ ফুটি উঠিছিল। 'ডিকেলক'মেনিয়া' অৰ্থাৎ কাগজৰ ওপৰত ৰঙ সানি তাৰ ওপৰত এখন বগা কাগজ পেলাই হ্যপ দি তুলি আনিলে আকস্মিকভাৱে কোনো ৰূপ লাভ কৰা তেওঁলোকৰেই আৱিষ্কাৰ। স্বয়ংক্ৰিয় পদ্ধতি, আকস্মিকতা আৰু 'বায়োমৰ্ফিজম্' ইত্যাদিৰ বিষয়ে কত ৰকমৰ পৰীক্ষা-নিৰীক্ষাত তেওঁলোক মগ্ন হৈ থাকিলেও তেতিয়াও এই প্ৰকাশভঙ্গী শৃঙ্খলাবদ্ধভাবে গ্ৰহণযোগ্য হৈ উঠা নাছিল। পাছত ফ্ৰয়ডীয় মনস্তত্ত্ব বিজ্ঞানৰ সহায়ত তাক শৃঙ্খলাবদ্ধ কৰা হয় বুলিয়েই অতিবাস্তৱবাদী দৰ্শনক ফ্ৰয়ডীয় দৰ্শনৰ ওপৰত প্ৰতিষ্ঠিত বুলি ধৰি লোৱা হয়। এপল'নিয়াৰে চুৰৰিয়েলিজম্ শব্দটি প্ৰথমতে ব্যৱহাৰ কৰিলেও তেতিয়ালৈকে তাৰ দাৰ্শনিক তত্ত্ব আলোচিত হোৱা নাছিল। 'ব্ৰেতোঁ'ৰে তেওঁৰ মেনিফেষ্টোত লিখিছিল- 'Surrealism Noun, Masculine, Pure Psychic Atomatism by which one intends to express verbally, in writing or by any other method, the real functioning of the mind, the dictation of thought, in the absence of any control excercised by reason and beyond any aesthetic or moral preoccupation..' ব্ৰেতোঁৰ এই কথাষাৰিয়েই চুৰৰিয়েলিজমৰ তত্ত্ব কথা সুস্পষ্টভাৱে তুলি ধৰিছে।

অতি বাস্তৱ শিল্পীসকলৰ একান্ত প্ৰয়াস আছিল যে তেওঁলোকৰ সৃষ্টিকৰ্মবোৰ কবিত্বপূৰ্ণ কৰি তোলা- যাক Painting poesic বা Poetic Painting বোলা হয়। এই শিল্পীসকলে গোষ্ঠীবদ্ধভাৱে সৃষ্টিকৰ্মত লিপ্ত হৈ থাকিলেও কোনেও কাৰো দ্বাৰা প্ৰভাৱিত নহৈ স্বাতন্ত্ৰ্য ৰক্ষা কৰিব পাৰিছিল। শিল্পীৰ ব্যক্তিত্বৰ এনে অবাধ বিকাশৰ দৃষ্টান্ত শিল্প বুৰঞ্জীত বিৰল বুলিব পাৰি।

কুড়ি দশকত এই আন্দোলনৰ সূচনা হয় আৰু নানা উত্থান-পতনৰ মাজেদি চল্লিশ দশকলৈকে চলি আহিছিল। এই শিল্পীসকল দেশৰ পৰা নিৰ্বাসিত হৈ আমেৰিকাত আশ্ৰয় গ্ৰহণ কৰা সময়ত নিউইয়ৰ্ক মহানগৰী তেওঁলোকৰ কৰ্মকেন্দ্ৰ হৈ উঠে আৰু ইয়াতো সুৰৰিয়েলিজমৰ বীজ বপণ কৰাত আন এটি নতুন সুৰৰিয়েলিষ্টিক শিল্পকৰ্মৰ সূত্ৰপাত হয়। ব্ৰেতোঁ আৰু তেওঁৰ সহকৰ্মী শিল্পীসকল ফ্ৰান্সলৈ প্ৰত্যাবৰ্তন কৰাৰ ফলস্বৰূপে আমেৰিকাত এই আন্দোলন স্তিমিত হৈ আহে আৰু ইউৰোপত দেখা দিয়া নতুন শিল্প চিন্তাৰ প্ৰভাৱত অমূৰ্ত শিল্পৰ প্ৰবৰ্তন হয়।

ব্ৰেতোঁ ফ্ৰান্সলৈ উভতি আহি সুৰৰিয়েলিজম্ আকৌ প্ৰতিষ্ঠিত কৰাৰ হাবিয়াস কৰে, কিন্তু সেই কালছোৱাত ফ্ৰান্সৰ শিল্পকলা, সাহিত্য, দৰ্শন আৰু ৰাজনৈতিক চিন্তাধাৰাত জাঁ পল সাৰ্ত্ৰে আৰু এলবাৰ্ট কামুৰ প্ৰভাৱৰ ফলত তেওঁৰ প্ৰচেষ্টা বিফল হৈ যায়। যুদ্ধৰ সময়ত স্বদেশত অনুপস্থিত থাকিলেও এই কথা অনস্বীকাৰ্য যে ব্ৰেতোঁৰ একান্ত নিষ্ঠাৰ ফলস্বৰূপেই যুদ্ধবাদীসকলৰ চিন্তাৰ বিৰুদ্ধে সুৰৰিয়েলিজম্ এটা বিৰাট প্ৰতিবাদ হৈ উঠিছিল। ডাডাবাদীসকলৰ 'নিহিলিষ্ট' আৰু শিল্পবিৰোধী মনোবৃত্তিক তেওঁ

যেনেকৈ ৰূপান্তৰিত কৰে তেনেকৈয়ে সেই যুগৰ কবি, শিল্পী আৰু সাহিত্যিকৰ প্ৰাণতো এই চিন্তাধাৰাৰ অৱসান ঘটায়। যুদ্ধবাদীসকলৰ চিন্তাৰ বিৰুদ্ধে সুৰৰিয়েলিষ্টসকলৰ প্ৰতিবাদ- কিৰিকোৰ ভৱিষ্যত বাণীস্বৰূপ বন্দুকৰ গুলিৰ দাগসহ এপল'নিয়াৰৰ প্ৰতিকৃতি আৰু মেগ্ৰিটৰ 'মুক্তিৰ দুৱাৰডলিত' চিত্ৰ দুখনি স্মৰণযোগ্য।

মানৱ সভ্যতাৰ প্ৰগতিৰ পথৰ দুকাষে কত শিল্পধাৰাৰ বিকাশ হৈ আহিছে, তাৰ উত্থান-পতনৰ কাহিনী বুৰঞ্জীৰ পাতত লিপিবদ্ধ নহৈ থকা নাই কাৰণেই প্ৰাচ্য-পাশ্চাত্যৰ শিল্পধাৰাৰ এটি চমু বিৱৰণ ইয়াত তুলি ধৰা প্ৰয়োজন বুলিয়েই এই কথাখিনি লিখিছো। শিল্পয় শিল্পীপ্ৰাণত পৰম আনন্দ দান কৰে। শিল্পী হিচাপে এই আনন্দ ৰসৰ সোৱাদ উপভোগ কৰি আহিছো কাৰণে এই পৰম আনন্দৰ ভাগ কলাৰসিকসকলৰ প্ৰাণতো বিলাই দিবলৈ চেষ্টা কৰিলো।

ইউৰোপীয় একাডেমিক পদ্ধতি অনুসাৰে মই এদিন তুলি আৰু ৰঙৰ পেলেটখন হাতত তুলি লৈছিলো। এই পদ্ধতিত দীক্ষিত হৈ পথ অতিক্ৰম কৰিবলৈ গৈ এসময়ত ইম্প্ৰেচনিষ্টিক পদ্ধতিৰ আশ্ৰয় লৈছিলো। তাৰ পাছত কিউবিক পদ্ধতিতো হাত দিছিলো। এই ৰীতি অনুসাৰে ভঙা-গঢ়াৰ প্ৰচেষ্টাই মোৰ শিল্পীপ্ৰাণক বিশেষভাৱে স্বাধীনতা দান কৰে কাৰণেই তাৰ লগত আমাৰ ভাৰতীয় শিল্পকলাৰ স্নিগ্ধ ৰঙ আৰু ছন্দোময় বঙ্কিম ৰেখাৰ সমন্বয় সাধন কৰিব খুজিছিলো। তাৰ ফল স্বৰূপে দেখা দিয়ে এটি নতুন ৰূপ আৰু নতুন প্ৰকাশভঙ্গী। মোৰ অন্তৰাত্মা স্থিতি লাভ কৰাৰ লগে লগেই ইয়াতো এটা সীমাবদ্ধতাৰ সমুখীন হও। মোৰ মনত খেলাইছিল যে মই যেন এটা বৈজ্ঞানিক দৃষ্টি-ভঙ্গীৰ আশ্ৰয় লৈ দৃষ্টিগ্ৰাহ্য ৰূপটোক ভাঙিছো আৰু গঢ়িছো- বিশ্লেষণ কৰিছো প্ৰাচ্য পাশ্চাত্যৰ শিল্পকলাৰ গুণৰাশি। মোৰ শিল্পকৰ্ম সমন্বয় সাধনৰ এটা প্ৰচেষ্টা মাত্ৰ। এই কামত মোৰ চিন্তাৰ মৌলিক ৰূপ ফুটি উঠিলেও তাৰ স্বৰূপ হ'ল আবিষ্কাৰ-ধৰ্মী আৰু সমন্বয়কামী এটি প্ৰয়াস। মোৰ শিল্পীপ্ৰাণ অতৃপ্ত আৰু অস্থিৰ হয়েই ৰ'ল। শিল্পী প্ৰাণৰ অতৃপ্ততা চিৰন্তন। সেইবাবেই মোৰ চেতনাৰ ৰঙ ৰূপ ফুটাই তুলিবলৈ হ'লে এটি অচিনা অজনা পথত খোজ পেলাব লাগিব।

মোৰ চিন্তাৰ বুদ বুদবোৰ লাহে লাহে মিলি যোৱাত এইবাৰ যুক্তিৰ শৃঙ্খলৰ পৰা যেন মুক্তি লাভ কৰিলো। কোনো শিল্পকৰ্মৰ সৃষ্টি কালত যুক্তি-অযুক্তিৰ কথা শিল্পীৰ প্ৰাণলৈ কেতিয়াও নাহে, সেইকাৰণে শিল্পীৰ পক্ষে নিজৰ সৃষ্টিকৰ্মৰ ব্যাখ্যা কৰা বহুত সময়ত সম্ভৱ হৈ নুঠে। ভাৱাবেগৰ তীব্ৰতাই অৱচেতন মনক জগাই তুলি শিল্পীক ৰূপ প্ৰকাশত সহায় কৰে।

এনেতে এদিন মনত পৰিল পুৰাণৰ এটি কাহিনী। মহাদেৱ মহাশিল্পী বুলি সমাদৃত। এদিন পাৰ্বতীয়ে খেলাৰ ছলেৰে মহাদেৱৰ চন্দ্ৰ-সূৰ্যৰূপী সমুজ্জ্বল নয়ন দুটি আবৃত কৰাত বিশ্বজগত অন্ধকাৰত আচ্ছন্ন হৈ পৰে। তেতিয়া তেওঁ কপালৰ জ্যোতিৰ্ময় তৃতীয় নয়ন উন্মীলিত কৰি অদৃশ্য জগতক পুনৰায় দৃশ্যমান কৰি তোলে। এই তৃতীয় নয়ন'যি অদৃশ্য ৰূপলোক প্ৰকাশ কৰিব পাৰে সেইটোৱেই মোৰ সন্ধানী

মনত এটি নতুন সম্ভাবনাৰ দ্বাৰ মুকলি কৰি দিয়ে। সেইদিন ধৰি মই ইন্দ্ৰিয়গ্ৰাহ্য ৰূপ প্ৰকাশৰ পথ ত্যাগ কৰি অৱচেতন মনৰ আন্ধাৰ গুহাত লুকাই থকা ইমেজবোৰ চিত্ৰপটত ৰূপায়িত কৰিবলৈ চেষ্টা কৰো। এই নতুন ধাৰাত সৃষ্টি কৰা মোৰ প্ৰথম ছবিখনি হ'ল- 'সঙ্গীতৰ জন্ম'। তাৰ পাছত সপোন বা কোনো বিশেষ মানসিক অৱস্থাত লাভ কৰা ইমেজবোৰ ৰূপায়িত কৰি তোলাৰ একান্ত প্ৰচেষ্টাত মই মগ্ন হৈ পৰো। এই তৃতীয় নয়ন বা মৰ্মচক্ষু মোৰ শিল্প সৃষ্টিৰ উৎস আৰু প্ৰেৰণা হৈ উঠিল। ষাঠি দশকৰ প্ৰথম ভাগত মোৰ এই নতুন শিল্প সম্ভাৰ নতুন দিল্লীৰ শ্ৰীধাৰণী গেলেৰীত প্ৰদৰ্শিত হয় আৰু কলাৰসিক আৰু শিল্প সমালোচকসকলৰ অকুণ্ঠ প্ৰশংসাও লাভ কৰে। তেতিয়া মনত পৰিছিল কলিকতা মহানগৰীত আয়োজিত মোৰ প্ৰথম আৰু দ্বিতীয় যুগৰ শিল্পকৰ্মৰ ভূয়সী প্ৰশংসাৰ কথা। শিল্পীৰ সৃষ্টিয়ে মানুহৰ প্ৰাণত কিমাননো সহাঁৰি দিব পাৰে. তাৰ ওপৰতেই তাৰ সাৰ্থকতা নিৰ্ভৰ কৰে। পঞ্চাশ দশকৰ কলিকতাৰ শিল্পপ্ৰেমিক জনগণৰ প্ৰাণত মোৰ চিত্ৰকৰ্মই স্থান লাভ কৰিছিল। এইবাৰ তৃতীয় নয়নৰ উৎসৰ পৰা অনুপ্ৰাণিত তৃতীয় যুগৰ শিল্পসম্ভাৰ দিল্লীৰ কলা ৰসিকসকলে কেনেভাৱে গ্ৰহণ কৰিছিল সেই কথা আগেই উল্লেখ কৰি আহিছো। মোৰ এই প্ৰকাশভঙ্গীৰ বিষয়ে লিখা সমালোচনাবোৰ পঢ়ি মই পাশ্চাত্য সুৰৰিয়েলিষ্টিক চিন্তাৰ লগত মোৰ চিন্তাৰ মিল আছে নেকি জানিবৰ কাৰণে কৌতূহলী হৈ সুৰৰিয়েলিজমৰ বুৰঞ্জী পঢ়িবলৈ ধৰো। তেতিয়ালৈকে এই শিল্পধাৰাৰ লগত মোৰ প্ৰত্যক্ষ পৰিচয় হোৱা নাছিল— ভাৰতীয় ভাবাদৰ্শৰ তৃতীয় নয়নেই মোৰ অনুপ্ৰেৰণাৰ উৎস আছিল। শিল্পীৰ জ্ঞান-ভাণ্ডাৰ পূৰ্ণ কৰিবৰ প্ৰচেষ্টাতেই তেওঁৰ সৃষ্টিৰ পৰিধি বাঢ়ি উঠে। এইবাৰ মোৰ এই নিজস্ব প্ৰকাশ পদ্ধতিৰ বিষয়ে বিশ্বাস বাঢ়ি উঠিল বুলিয়েই মোৰ এই আপোন পথেৰেই আগুৱাই যাবলৈ ঠিক কৰিলো। আজি প্ৰায় ত্ৰিছ বছৰ কাল ধৰি এই পথেৰেই চলিছো, এই পথৰ শেষ ক'ত নাজানো...।

অতি বাস্তৱ জগতৰ ইমেজবোৰ কেনেকৈনো মোৰ চিত্ৰপটত ৰূপ লাভ কৰে সেই বিষয়ে দুই এটি দৃষ্টান্ত দিয়াটো একান্ত প্ৰয়োজন বুলি ভাবো।

এদিন সপোনত এটি মাতৃ মূৰ্তিৰ পদতলত সুপ্ত কেইটিমান দেৱশিশু দেখো, কিন্তু মুহূৰ্ততে সেই ৰূপ এজোপা গছত ৰূপান্তৰিত হৈ যায়। এই ইমেজ চিত্ৰপটত ৰূপায়িত কৰাৰ সময়ত এবাৰ গছজোপা, এবাৰ আকৌ মানৱদেহৰ ৰূপ একাকাৰ হৈ যাবলৈ ধৰে। অৰ্থাৎ গা-গছ এটি মাতৃমূৰ্তি আৰু ওখ-চাপৰ শিপাবোৰ শিশুৰ ৰূপ ধাৰণ কৰে। ছবিখন শেষ হোৱাৰ পাছতহে মনত পৰে যে এই ইমেজটো হয়তো ধৰা দিছিল বহুকাল আগে দেখা পোৱা ডাল-পাতহীন আৰু ওখ চাপৰ বেঁকা-বেঁকি শিপা থকা এজোপা গছৰ পৰা। এদিন গাঁৱৰ আলিয়েদি যাওতে যাওতে এই গছজোপাই মোক খুব আকৃষ্ট কৰিছিল। কোন কাহানি দেখা আৰু পাহৰি যোৱা গছৰ আকৃতিটো জীৱন্ত মানৱ ৰূপে সপোনত দেখা দি মোৰ চিত্ৰপটত ফুটি উঠি মোক অভিভূত কৰিছিল।

এতিয়া আৰু এখন ছবিৰ কথা মনত পৰিছে। গভীৰ অৰণ্যৰ নীৰৱ পৰিবেশত

এটি হৰিণাৰ মূৰ্তি আৰু তাৰ শিং জোৰৰ শাখা-প্ৰশাখাৰে আলিঙ্গনৰত এটি পূৰ্ণ চন্দ্ৰ। এই ছবিখন মই বাঠি দশকত আঁকিছিলো। এই ছবিখন দেখি এজন ইংৰাজ কলাপ্ৰেমিকে আচৰিত হৈ মোক কৈছিল- 'মহানগৰীৰ যন্ত্ৰ জগতত বাস কৰি এই ইমেজ আপুনি ক'ৰ পৰা পালে?' তেতিয়া মই তেওঁৰ এই প্ৰশ্নৰ সঠিক উত্তৰ দিব পৰা নাছিলো। এদিন অতীতৰ স্মৃতিচাৰণা কৰোতে ল'ৰাকালত মোৰ এজন চিকাৰী মোমাইৰ লগত জোনাকী নিশাত হাবিত ঘূৰি ফুৰোতে এদল হৰিণা দেখিছিলো- সেই কথাটো হঠাতে মনত পৰে। প্ৰায় অৰ্দ্ধশতিকা উকলি যোৱাৰ পাছত মনৰ গহন বনত হেৰাই যোৱা হৰিণা এটাই মোৰ অজ্ঞাতসাৰে চিত্ৰপটত ধৰা দিয়ে। এই ভাবেই অবচেতন মনত লুকাই থকা নানা উপাদান সময়ৰ ব্যৱধান অতিক্ৰম কৰি শিল্পীৰ সৃষ্টিৰ উৎস হৈ উঠে।

মোৰ আৰু এখন চিত্ৰ হ'ল- 'স্বপ্ন পুষ্প আহৰণ'। এদিন ইজেলত থকা বগা কেনভাচখনৰ ফালে চাই থাকোতে থাকোতে হঠাৎ দেখা দিলে এজনী কিশোৰীৰ বগা চিলুৱেট এটি। এই ইমেজটো ধৰি ৰাখিবৰ কাৰণে মই আঁকিবলৈ আৰম্ভ কৰো। অতি দ্ৰুত গতিত কাম কৰিব পাৰিলে অৱচেতন মনৰ পৰা অহা ৰূপটি সহজেই চিত্ৰপটত ফুটাই তুলিব পাৰি। ইয়াৰ উপৰিও আন আন বহুত উপাদান ওলাই আহি চিত্ৰখন সম্পূৰ্ণ কৰি তুলিলে। ছবিখন শেষ হোৱাৰ পাছত ভাবিছিলো, এই ইমেজটোনো ক'ৰ পৰা আহি দেখা দিলে। মনত পৰিল মোৰ শৈশৱ কালৰ এটি স্মৃতি। এদিন ৰাতিপুৱা বগা সাজপাৰ পিন্ধা এজনী সৰু ছোৱালীয়ে হাতত ফুলৰ কৰণি এটা লৈ এজোপা গছৰ পৰা বগা কৰবী ফুল তুলিছিল। সেউজীয়া ঘাঁহ-বনৰ মাজত তাইৰ বগা সাজ আৰু বগা ফুলবোৰে মোক মুহূৰ্তৰ কাৰণে আকৃষ্ট কৰে, কিন্তু সেই ক্ষণিকৰ স্মৃতি যে মোৰ জীৱনৰ এই বিয়লি বেলিকালৈকে অৱচেতন মনৰ এচুকত লুকাই থাকি হঠাৎ আকৌ জাগি উঠি মোৰ সৃষ্টিৰ খোৰাক যোগাব পাৰে সেইটো কল্পনাতীত আছিল। সেইদিনা মই যি দৃশ্যটি দেখো সেইটো পৰিৱৰ্তিত হৈ গৈছে। যি গছজোপাৰ পৰা ছোৱালীজনীয়ে ফুল তুলিছিল সেই গছজোপা আৰু নাই। এটি পখিলাৰ ডেউকাৰ পৰা এটি ডাল ওলাই আহিছে আৰু বগা ফুলবোৰো হৈ গৈছে নীলাভ। ভাবিছিলো সময়ৰ ব্যৱধানতো কিশোৰী কিশোৰীয়েই হৈ ৰৈ গ'ল, কিন্তু সেই পৰিবেশ সেই বাতাবৰণ চব মচ খাই নতুন উপাদানেৰে সাজি-কাচি অপ্ৰত্যাশিতভাৱে গঢ়ি তুলিলে এখন নতুন ৰূপজগত।

ভাৰতীয় দৰ্শন আৰু আধ্যাত্মিক চিন্তাধাৰাই আমাক প্ৰভাৱিত কৰি আহিছে। যি অতীন্দ্ৰিয় ৰূপে, মন্ত্ৰ গুঞ্জৰণে আমাৰ জ্ঞান চক্ষু বা তৃতীয় নয়ন উন্মীলিত কৰি অজ্ঞাত এটি ৰূপ ৰহস্যৰ প্ৰতি পিপাসু কৰি তোলে সেই ৰূপ , সেই ধ্বনি প্ৰকাশ কৰা এটা দুৰূহ প্ৰচেষ্টা। শিল্পীৰ নিপুণ তুলিকাই কেৱল এই ৰহস্যময় জগতখনি আবিষ্কাৰ কৰিব নোৱাৰে, এই ভাৱাদৰ্শৰ লগত শিল্পীৰ একাত্মতাবোধ একান্ত প্ৰয়োজন। এই পটভূমিতেই সৃষ্টি হৈছিল মোৰ 'সঙ্গীতৰ প্ৰতিধ্বনি' চিত্ৰখন। বিশ্বজগতৰ মাজত চিৰপ্ৰৱাহিত অশ্ৰুত ওঁ প্ৰতিধ্বনিক সৰৱ কৰি তোলাৰ কাৰণে, অতীন্দ্ৰিয় ৰূপ আৰু ধ্বনিক চিত্ৰপটত ফুটাই তুলিবলৈ এটি নতুন বাতাৱৰণ সৃষ্টি কৰিবলগীয়া হৈছিল।

মোৰ 'চূৰ্ণ দৰ্পণ' চিত্ৰখন বিনাশী কালৰ বুকুত অবিনাশী সত্তাক ৰূপায়িত কৰাৰ এটা প্ৰচেষ্টা। জীৱনৰ দাপোণখনি ফাটি-ভাগি গৈছে, বীণাৰ তাঁৰ ছিগি গৈছে, নৰ্তকীৰ পদ সঞ্চালন স্তব্ধ হৈ গৈছে তথাপি এতিয়াও নূপুৰৰ ধ্বনি কাণত বাজিব লাগিছে...। এই বিশ্বজগতত এনে াৱেই হেৰাই নাযায়।

যি কোনো এটা ধ্বংসাৱশেষৰ ৰূপ প্ৰকাশ কৰিবলৈ হ'লে শিল্পীৰ প্ৰাণত 'Charm of accurate inaccuracies' কথাটোৱেই ডাঙৰ হৈ উঠে আৰু ডাঙৰ হৈ উঠাই স্বাভাৱিক।

কৌটিকলীয়া ভগ্ন, জীৰ্ণ-শীৰ্ণ বহুত স্থাপত্যৰ চিত্ৰত এই বৈশিষ্ট প্ৰায়েই চকুত পৰে। ইয়াত আমাৰ আলোচনাৰ বিষয়টো হ'ল- তৃতীয় নয়ন বা জ্ঞান চক্ষু বা মৰ্মচক্ষু। এই ক্ষেত্ৰত ভগ্ন-জীৰ্ণ স্থাপত্যৰ মোহময় ৰূপৰ অন্তৰালত আন এটি ৰূপ দৃশ্যমান কৰি তোলাৰ সম্ভাৱনা থাকে। তাৰ কাৰণ হ'ল শিল্পীয়ে তেওঁৰ তীব্ৰ ভাৱাবেগৰ বশৱৰ্তী হৈ স্থান-কালৰ ব্যৱধান অতিক্ৰম কৰি সুদূৰ অতীতৰ জীৱন, পৰিবেশ আৰু তাৰ আনুষঙ্গিক বা পাৰিপাৰ্শ্বিক সমগ্ৰতাৰ লগত একাত্মতা উপলব্ধি কৰিব পাৰে। এই সমগ্ৰতাৰ ৰূপ প্ৰকাশ কৰিবলৈ হ'লে মৰ্মচক্ষুৰ দ্বাৰা দৃশ্যমান ৰূপৰ অন্তৰালত থকা অজানা আনন্দ-বিষাদেৰে পুঞ্জীভূত অভিজ্ঞতাৰ কাষ চাপিবলৈ অসীম সম্ভাৱনা থাকে। তৃতীয় নয়নেৰে আহৰিত এই ৰূপ 'ৰোমাণ্টিক' বুলি কেতিয়াও অভিহিত কৰা নাযায়, এইটো এটা প্ৰত্যক্ষ অভিজ্ঞতাতকৈয়ো বেছি পৰিমাণে বাস্তৱৰ লগত যে জড়িত সেই কথাটো অস্বীকাৰ কৰা নাযায়। অৱচেতন জগতৰ কোনো এটি গোপন চুকৰ পৰা অজ্ঞাতসাৰে ধৰা দিয়া উপাদানসমূহ, চৰ্মচক্ষুৰ দ্বাৰা বাস্তৱ পৰিবেশৰ পৰা আহৰণ কৰা হ'লেও সেইবোৰ বাস্তৱ পৰিবেশৰ পৰা উচ্চ স্তৰলৈ উঠি গৈ আৰু ৰূপান্তৰিত হৈ অকল্পিত এটি ৰহস্যময় ৰূপলোকৰ সন্ধান দিয়ে। ইন্দ্ৰিয়গ্ৰাহ্য ৰূপৰ লগত তুলনামূলকভাৱে বিচাৰ কৰিলে তাত দুই মেৰুৰ প্ৰভেদ দেখা যায়। অৱচেতন জগতৰ পৰা লাভ কৰা ইমেজবোৰ জটিল, কিন্তু আপোন জ্ঞানৰ চাবি-কাঠিৰে এই ৰহস্যাবৃত জগতৰ দুৱাৰ মুকলি কৰাৰ প্ৰচেষ্টা জটিলতাৰ। এই বিষয়টি সূক্ষ্মাতিসূক্ষ্ম ভাৱে বিশ্লেষণ কৰিব খুজিলে দেখা যায় যে কবি-শিল্পী প্ৰতিভা আৰু প্ৰেৰণাৰ বশৱৰ্ত্তী হৈ বাস্তৱ ৰূপক বহুত ওপৰত তুলি ধৰিবলৈ সক্ষম হ'ব পাৰে, কিন্তু অতিবাস্তৱ জগতৰ ৰূপ প্ৰকাশ সময়-সাপেক্ষে, কোনো এটি বিশেষ মানসিক অৱস্থাতহে ধৰা দিয়ে। সেইবাবেই এই ইমেজবোৰ সহজলভ্য নহয়। আগতেই উল্লেখ কৰিছো যে অৱচেতন জগতৰ পৰা আহৰিত উপাদানবোৰে সময়ে সময়ে অতিবাস্তৱ ৰূপলোক প্ৰকাশ কৰাত মগ্ন হৈ থকা শিল্পীসকলৰ শিল্পকৰ্ম সমৃদ্ধ কৰে, কিন্তু প্ৰাচ্য চিন্তাধাৰাত আকস্মিকভাৱে অহা উপাদানবোৰতকৈয়ো তৃতীয় নয়ন বা মৰ্মচক্ষুৰ দ্বাৰা উপলব্ধ সত্য শিল্পীৰ সৃষ্টি কৰ্মক আৰু বহুত ওপৰলৈ তুলি নি অতীন্দ্ৰিয় ৰূপলোকৰ দুৱাৰডলিত পৌঁছাই দিব পাৰে। কোৱা বাহুল্য একালত আমাৰ ঋষি-মুনিসকলে বাস্তৱ আসনত বহি সমাধিস্থ হৈ তৃতীয় নয়নৰ আশ্ৰয়ত ৰূপাতীত ৰহস্যাবৃত জগতৰ সন্ধান পাইছিল।

এনেকুৱা ধৰণৰ আলোচনাত মোৰ এটি ক্ষুদ্ৰ অভিজ্ঞতাৰ কথা উল্লেখ কৰা অপ্ৰাসঙ্গিক নহ'ব বুলি ভাবো। এদিন দক্ষিণ পূৰ্ব এছিয়াৰ এটি প্ৰান্তৰত বৰ্মী আক্ৰমণত বিধ্বস্ত বুদ্ধ মূৰ্তিৰে পূৰ্ণ ঠাইডোখৰত বহি মোৰ এটি অভিজ্ঞতাৰ কথা এই নীৰৱ পৰিবেশত বহি ৰং-তুলিৰে তাৰ ৰূপ প্ৰকাশ কৰাৰ প্ৰচেষ্টা ধৃষ্টতা বুলি ভাবিছিলো। এই পটভূমিৰ বিশালতা আৰু ধ্বংসৰ নিদাৰুণৰূপে মোক অভিভূত কৰি ৰাখিছিল। হঠাৎ চকুত পৰিল আসনস্থ কিন্তু ভগ্ন এটি বুদ্ধ মূৰ্তিৰ পদতলত কোনেনো জানো কেই পাহিমান বনফুল আৰু এটি মমবাতি জ্বলাই থৈ গৈছে। পশ্চিম দিগন্তত গধূলিৰ ৰক্তৰাগ বিলীন হৈ যাবলৈ ধৰিছে। মমবাতিৰ ক্ষীণ পোহৰত এই বিশাল প্ৰান্তৰৰ বুকুত এটি অপাৰ্থিৱ বাতাবৰণ সৃষ্টি হৈছে। এই পৰিমণ্ডলত অতীত, বৰ্তমান আৰু ভৱিষ্যত যেন এটি সূত্ৰত গ্ৰথিত হৈ মোক অবিচ্ছেদ্য বন্ধনেৰে বান্ধি ৰাখিছে। এই অভিজ্ঞতাৰ পোহৰত যদি কেতিয়াবা কোনো এটি ইমেজ মোৰ চিত্তপটত জাগি উঠি চিত্ৰপটত ৰূপান্তৰিত হয় তেনেহলে সেই ৰূপ অলৌকিক আৰু ব্যাখ্যাতীত হৈ উঠিবও পাৰে।

— x ·

## অসমীয়া সাহিত্যত আমাৰ মূল্যবান সংযোজন

**হেমন্ত মিশ্ৰ ঃ**

দিখৌ, লুইত আৰু সাগৰ

**চৈয়দ আব্দুল মালিক ঃ**

ৰথৰ চকৰি ঘূৰে

**ড° লক্ষ্মীনন্দন বৰা ঃ**

সেহি গুণনিধি

সীমাৰ পৰিধি ভেদি

**তিলোত্তমা মিশ্ৰ ঃ**

লৌহিত্য-সিন্ধু

স্বৰ্ণলতা

**শশী শৰ্মা ঃ**

অসমৰ সাধুকথা

**বিজয় কুমাৰ দত্ত ঃ**

পৃথিৱী আৰু আকাশ (শিশু পুথি)